# অৰুণাভ ছাৰ

অজন্তা



**ARUNAV SIR :** An Assamese Social Novel, written by **Ajanta** and published by **Ananta Hazarika** on behalf of **M/s Banalata**, Panbazar, Guwahati-781001.
First Edition : November, 2010 **Price :** 110 only

---

**প্ৰকাশক ঃ** অনন্ত হাজৰিকা
**বনলতা**
পাণবজাৰ, গুৱাহাটী-১

**মুখ্য কাৰ্যালয় ঃ** নতুন বজাৰ, ডিব্ৰুগড়-১

**প্ৰথম সংস্কৰণ ঃ** নৱেম্বৰ, ২০১০

**মূল্য ঃ** ১১০.০০ টকা

**আখৰ পাঠ ঃ** আবুল হুছেইন

**ডি টি পি ঃ** বৰ্ণময়
পাণবজাৰ, গুৱাহাটী-১

---

**মুদ্ৰক ঃ** শৰাইঘাট ফটোটাইপ্‌চ প্ৰাঃ লিঃ
উদ্যোগপাম, বামুণীমৈদাম,
গুৱাহাটী-২১

# উছৰ্গা

প্ৰিয় বন্ধু

তন্ময় প্ৰিয়ৰ হাতত...

# পাতনি

'অৰুণাভ ছাৰ' শ্ৰীমতী অজন্তাৰ তৃতীয় উপন্যাস। ইয়াৰ আগতো লেখিকাৰ 'যাযাবৰী যাত্ৰাৰ প্ৰেম' নামৰ উপন্যাস প্ৰকাশিত হৈ ওলাইছে আৰু পাঠক-পাঠিকাৰ সমাদৰ লাভ কৰিছে। দ্বিতীয়খন ভিন্নধৰ্মী উপন্যাস 'ক্ৰেইট' — 'হিয়া' নামৰ আলোচনীত প্ৰকাশিত হৈছিল আৰু এতিয়া গ্ৰন্থ আকাৰে প্ৰকাশৰ পথত। কৰ্মসূত্ৰে অৰুণাচল প্ৰদেশৰ ৰাজধানী ইটানগৰত বসবাস কৰা একেধাৰে সুকবি, গল্পকাৰ, ঔপন্যাসিক আৰু শিশু সাহিত্যিক শ্ৰীমতী অজন্তাক পাঠকৰ আগত নতুনকৈ পৰিচয় কৰি দিয়াৰ প্ৰয়োজন নাই। শ্ৰীমতী অজন্তাৰ সাহিত্য ও সৃষ্টি-কৰ্মৰ বাবে নানা অনুষ্ঠানৰ দ্বাৰা প্ৰদত্ত বঁটা-বাহনেৰে ইতিমধ্যে স্বীকৃতিও লাভ কৰিছে।

'অৰুণাভ ছাৰ' এখন আত্মজীৱনীমূলক সামাজিক উপন্যাস যেন অনুমান হয়। উপন্যাসখনৰ শ্ৰীভূমি অৰুণাচল প্ৰদেশৰ ৰাজধানী ইটানগৰ আৰু এই প্ৰদেশৰ মনোৰম প্ৰাকৃতিক শোভাৰে ভৰপূৰ টাৱাং, জিৰ' আদি নানান নগৰ আৰু অঞ্চল। এজন সৎ ভাৰতীয় প্ৰশাসনিক বিষয়া অৰুণাভ আৰু দুই সন্তানৰ বিধৱা মাতৃ তথা অৰুণাভৰ পাৰ্চনেল এচিছ্‌টেণ্ট মায়াবী — এই দুই প্ৰধান চৰিত্ৰক লৈ উপন্যাসখনৰ কাহিনী ভাগ গঢ় লৈ উঠিছে। যিহেতু পাৰ্চনেল এচিছ্‌টেণ্টসকল ক্ষমতাৰ আসনত বহা মন্ত্ৰী-আমোলাসকলৰ আটাইতকৈ ঘনিষ্ঠ আৰু বিশ্বস্ত সহযোগী হয়। এনে ঘনিষ্ঠতাই উচ্চপদস্থ বিষয়া অৰুণাভ আৰু বিধৱা পাৰ্চনেল এচিছ্‌টেণ্ট মায়াবী ক্ৰমান্বয়ে ওচৰ চাপি আহি গঢ় লৈ উঠিছে এক অনাবিল প্ৰেম। সেই প্ৰেম কেৱল আত্মিক আছিল নে শাৰীৰিক আছিল সেই কথা লেখিকাই কৌশলেৰে লুকুৱাই ৰাখিছে পাঠকৰ পৰা। বিশেষকৈ এজনী তিৰোতা পি এই অফিচত আৰু অফিচৰ বাহিৰত সন্মুখীন হ'ব লগা ঘাত-প্ৰতিঘাতৰ ছবি অজন্তাৰ লিখনিত সুন্দৰকৈ ফুটি ওলাইছে। অকল অফিচৰ ভিতৰত ঘটা নানা ঘটনা প্ৰৱাহেই নহয়, উপন্যাসখনৰ মাজেদি ফুটি উঠিছে অৰুণাচল প্ৰদেশৰ নৈসৰ্গিক শোভাৰ মনোৰম বৰ্ণনাৰ লগতে পশু-পক্ষীৰ আচৰণৰ সূক্ষ্ম পৰ্যবেক্ষণ। ঔপন্যাসিক অজন্তাৰ কলমত পৰি নিৰ্জীৱ প্ৰকৃতি জীৱন্ত ৰূপত প্ৰতিফলিত হৈছে।

শ্ৰীমতী অজন্তাৰ এই নতুন উপন্যাসে পাঠক-সমালোচকৰ পৰা সমাদৰ পাব বুলি মোৰ বিশ্বাস।

ইটানগৰ
অৰুণাচল প্ৰদেশ
১০ আগষ্ট, ২০১০

য়েছে দৰজে ঠংচি

# কাব্যময় ভাষা, সাৰ্থক প্ৰেম-গাথা

(এক)

কবিতা কবিতা যেন লগা ভাষাৰে যেতিয়া এটা মধুৰ প্ৰেম-কাহিনী কোনোবাই লিখি উলিয়ায়, তেতিয়া পাঠকৰ কমেও দুটা অতিৰিক্ত লাভ হয়। প্ৰথম, গদ্যতেই কবিতাৰ ৰসাস্বাদন ঘটে আৰু দ্বিতীয়তে, তেনে প্ৰেম-গাথাই পঢ়োঁতাৰ হৃদয় ভৰাই তোলে প্ৰেমৰ মধুৰ গুঞ্জনেৰে। অজন্তাৰ 'অৰুণাভ ছাৰ' পঢ়াৰ পিছত মোৰ এনে অনুভৱেই হৈছিল।

প্ৰথম যেতিয়া এই উপন্যাসখন পঢ়িছিলো, তেতিয়া সেয়া মই পঢ়িছিলো এজন সম্পাদকৰ দৃষ্টিৰে। 'অসমীয়া প্ৰতিদিন'ৰ দেওবৰীয়া আলোচনী 'সম্ভাৰ'ৰ সম্পাদক হৈ থাকোঁতে অজন্তাই উপন্যাসখনৰ পাণ্ডুলিপিটো মোৰ হাতত তুলি দি কৈছিল— 'পঢ়ি চাব। যদি ভাল লাগে, তেন্তে 'সম্ভাৰ'ত ধাৰাবাহিকভাৱে প্ৰকাশ কৰিলে কৃতজ্ঞ হ'ম।'

ইয়াৰ পূৰ্বে অজন্তাই উপন্যাস লিখে বুলি মই জনা নাছিলো। অৱশ্যে এগৰাকী সংবেদনশীল কবি হিচাপে তেওঁক জানিছিলো। অজন্তাৰ কেইবাটাও কবিতা 'সম্ভাৰ'ত প্ৰকাশ কৰিছিলো। তেতিয়া মোৰ হাতত পৰা 'অৰুণাভ ছাৰ' আছিল তেনেই সৰু এখন উপন্যাসিকা। কিন্তু, মই অনুভৱ কৰিছিলো— উপন্যাসখন আৰু অধিক আকৰ্ষণীয়ভাৱে বহলাই লিখাৰ পূৰ্ণ সম্ভাৱনা লেখিকাই বুদ্ধিদীপ্ততাৰে ৰাখি থৈছে। এতিয়া বহলাই পূৰ্ণাংগ ৰূপত লিখি উলিওৱা 'অৰুণাভ ছাৰ' পঢ়ি ক'বলৈ মন গৈছে— কাব্যময় ভাষা আৰু সাৰ্থক প্ৰেম-গাথাৰ অপূৰ্ব সমাহাৰ এই উপন্যাসখনে স্পৰ্শকাতৰ পঢ়ুৱৈৰ হৃদয় স্পৰ্শ কৰাৰ পূৰামাত্ৰাই সম্ভাৱনা আছে।

(দুই)

: 'দেয়াৰ ইজ আনাদাৰ অ'চেন...!'

মায়াবীক কৈছিল অৰুণাভ ছাৰে। আচলতে, মায়াবীৰ দুচকুত লুকাই থকা অন্য এখন সাগৰৰ সন্ধানতে আৰম্ভ হৈছিল অৰুণাভ ছাৰৰ যাত্ৰা। এই যাত্ৰাৰ আগলৈকে মায়াবীয়ে বুজি পোৱা নাছিল— প্ৰেম মানে কি! স্বামী অংশুমানৰ সৈতে কটোৱা সময়খিনিত প্ৰেম আছিল নে নাই সেয়াও বুজি উঠা নাছিল মায়াবীয়ে। অংশুমানৰ ইন্দ্ৰিয়ৰ প্ৰয়োজনৰ বাবে ব্যৱহৃত হোৱা সময়খিনিতো তাই বুজিবলৈ চেষ্টা কৰা নাছিল— এনে শাৰীৰিক সান্নিধ্যৰ সৈতে প্ৰেমৰ সম্পৰ্ক কি! কিন্তু কি আচৰিত— অৰুণাভ ছাৰক লগ পোৱাৰ পিছৰে পৰা মায়াবীয়ে নতুনকৈ আৱিষ্কাৰ কৰিলে প্ৰেমৰ সংজ্ঞা। অৰুণাচলৰ ইটানগৰ নামৰ সৰু

চহৰখন ৰূপান্তৰিত হ'ল এখন বৰ্ণময় পৃথিবীলৈ। ভৰি উঠিল মায়াবী নামৰ দুটি সন্তানৰ মাতৃ, স্বামীহীনা মহিলাগৰাকীৰ জীৱন। আৰু, অৰুণাভ ছাৰ! অৰুণাভ ছাৰে পাহৰি পেলালে পদমৰ্যাদাৰ কথা। পাহৰি পেলালে তেওঁ জীৱন বাটৰ ক্লান্তি, অৱসাদ। মায়াবীৰ দুচকুত অন্য এখন সাগৰৰ সন্ধান কৰি মায়াবীকো ভৰাই তুলিলে আৰু নিজেও ভৰি উঠিল অৰুণাভ ছাৰ।

অৱশ্যে এই কথা স্বীকাৰ কৰিবই লাগিব যে অজন্তাৰ এই প্ৰেমৰ উপন্যাসখনত কৈশোৰ বা যৌৱনৰ প্ৰথম প্ৰেমৰ দৰে তৰল আৱেগ নাই। তাৰ পৰিৱৰ্তে জীৱনৰ শত-সহস্ৰ ধুমুহাই অভিজ্ঞ কৰি তোলা পৰিপক্ক প্ৰেমৰ আত্মীয়তাৰে টানকৈ বান্ধি ৰাখিছে 'অৰুণাভ ছাৰ'ৰ প্ৰেম-কাহিনী। সেয়েহে স্বাভাৱিকভাৱেই এই প্ৰেম-গাথাই পঢ়ুৱৈৰ আত্মা স্পৰ্শ কৰে। এই উপন্যাসৰ জৰিয়তে অজন্তাই যেন আমাক সোঁৱৰাই দিব খুজিছে— কোনেও নাজানে কাৰ জীৱনলৈ কেতিয়া, কেনেদৰে প্ৰেম আহে! ক্ষণজন্মা সংগীতশিল্পী ড° ভূপেন হাজৰিকাৰ সেই যুগজয়ী গীতটোকেই যেন তেওঁ 'অৰুণাভ ছাৰ'ৰ যোগেদি পুনৰ মনত পেলাই দিব খুজিছে— 'প্ৰেমে বয়স নামানে...!'

(তিনি)

কবিতাৰে সাহিত্য-চৰ্চাত হাত দিয়া অজন্তাৰ এইখন এখন আত্মজীৱনীমূলক উপন্যাস। নিজৰ জীৱনৰ অভিজ্ঞতাকেই শিল্পসন্মতভাৱে উত্থাপন কৰিবলৈ প্ৰচেষ্টা চলাইছে লেখিকাই। সেয়ে হ'লেও বাস্তৱ আৰু কল্পনাক নিজৰ সৃজনশীলতাৰে বিশ্বাসযোগ্যভাৱে তুলি ধৰাত অজন্তা বহু পৰিমাণে সফল হৈছে। উপন্যাসখনক সুপাঠ্য কৰি তুলিছে তেওঁ নিজৰ অসামান্য কাব্যিকতাৰে। অসমীয়া উপন্যাস-সাহিত্যত শেহতীয়াভাৱে বহুকেইগৰাকী লেখক-লেখিকাই কাব্যিক ভাষা আয়ত্ত কৰিবলৈ সক্ষম হৈছে। তাৰ সৈতে এতিয়াৰ পৰা সংযোজিত হ'ব অজন্তাৰ নাম।

গুৱাহাটী — মনোৰম গগৈ

২১-০৯-২০১০

খাবাং পৃথিৱীলৈ বাৰিষাৰ প্লাৱন অহাৰ দৰে অৰুণাভ ছাৰ মোৰ জীৱনলৈ আহিছিল। হঠাৎ মোৰ মৰুময় পৃথিৱীখন সিক্ত হ'ল। মই আছিলো মৰুভূমিত গজি উঠা শুকান বৃক্ষ এজোপাৰ দৰে। পৰম প্ৰত্যাশাৰে এজাক বৰষুণৰ আশাত আকাশখনলৈ চাই ৰৈছিলোঁ। দোপাল-পিটা বৰষুণজাক আহিছিল। মোৰ শৰীৰ ভৰি কুঁহিপাত ওলাইছিল। মনৰ কোঁহে-কোঁহে ফুলি উঠিছিল ফুল।

কিমানটা বছৰ যে চকুৰ আগেদি পাৰ হৈ গ'ল। সেউজীয়া পাহাৰবোৰ কৃষ্ণচূড়া ফুলবোৰেৰে কিমানবাৰ যে ৰঙীন হ'ল। এজাৰবোৰ কিমান বাৰ যে ফুলিল — কিমানবাৰ যে সৰিল — একো হিচাবে নাথাকিল। মোৰ আঁঠুলৈকে বৈ পৰা আন্ধাৰ নিশাৰ দৰে দীঘল ক'লা চুলিকোছাৰ মাজে মাজে কেতিয়ানো কোনে অৰুণ অৰুণকৈ ৰূপালী ৰং ছটিয়াবলৈ আৰম্ভ কৰিলে তাৰো হিচাব নাথাকিল। ... যেতিয়াই চুলিৰ মাজৰ ৰূপালী ৰেখাবোৰ চকুত পৰিছিল অৰুণাভ ছাৰৰ কথা মনত পৰিছিল। তেতিয়া... তেতিয়া এই ৰূপালীবোৰ নাছিল। আন্ধাৰ ক'লা চুলিকোছা চুই চাই অৰুণাভ ছাৰে মাজে মাজে কৈছিল— "হাউ বিউটিফুল"। হঠাৎ এদিন চছ্‌মা এযোৰে মোৰ চকুযোৰতো কজা কৰিলেহি। চকুযোৰৰ ওপৰত মোতকৈ এতিয়া চছ্‌মাযোৰৰ আধিপত্য বেছি। এতিয়া সোণালী ফ্ৰেমৰ হাইপাৱাৰৰ চছ্‌মা পিন্ধা মোৰ এই চকুযোৰলৈ এসময়ত বহুপৰ চাই থাকি অৰুণাভ ছাৰে কৈছিল— "দেয়াৰ ইজ আনাডাৰ অচেন।"

অৰুণাভ ছাৰ নোহোৱা দিনবোৰত আইনাৰ সন্মুখত বৈ এই ৰূপালী চুলিকেইডাল লিৰিকি-বিদাৰি আৰু চছ্‌মাযোৰ খুলি মই ভাবোঁ — অৰুণাভ ছাৰে এই দুৰ্বল শেঁতা চকুত এতিয়াও জানো সাগৰ এখন বিচাৰি পাব? ৰূপালী বৰণ ধৰা এই চুলিবোৰত এতিয়াও জানো অৰণ্য এখন বিচাৰি পাব — হেৰাই যাব পৰাকৈ? ক'ত বা আছেগৈ তেওঁ এতিয়া! পত্নী-সন্তানেৰে ছাগে সুখী সংসাৰ। অৰুণাভ ছাৰৰ লগত কোনোবা সুখী নহৈ পাৰেনে? অৰুণাভ ছাৰ যেন মোৰ জীৱনজুৰি থকা এখন বিশাল কিতাপ। যিখন কিতাপ কেতিয়াও মই পঢ়ি শেষ কৰিব নোৱাৰো। যিখন কিতাপৰ প্ৰতিটো পৃষ্ঠাই মধুৰ। যেতিয়াই মন যায় মই 'অৰুণাভ ছাৰ' নামৰ কিতাপখনৰ পৃষ্ঠাবোৰ লুটিয়াই চাওঁ। প্ৰতিটো পৃষ্ঠাত মই হেৰাই যাওঁ।

বহুদিনলৈ মই অৰুণাভ ছাৰৰ মুখলৈ চকু তুলি চোৱাই নাছিলোঁ। অথচ সেই সময়ত মোৰ বুকুৰ মাজত পাখি লগা কপৌ এটিৰ দৰে কুক্‌মুকাই থকা যৌৱন। বৰ সযতনে, বৰ কষ্টেৰে বুকুৰ কপৌটি মই শিকলিৰে বুকুত বান্ধি ৰাখিছিলোঁ।

অফিচৰ আন ষ্টাফবোৰৰ দৰে অৰুণাভ ছাৰৰ বিষয়ে, তেওঁৰ ব্যক্তিগত জীৱনৰ বিষয়ে জনাৰ আগ্ৰহ মোৰ নাছিল। অফিচৰ সুদৰ্শনা যুৱতীকেইজনী নীতা, নিবেদিতা, মনচুমী আৰু প্ৰিয়াঙ্কীৰ দৰে বিভিন্ন অজুহাত উলিয়াই বুকুত ফাইল সাৱটি বাৰে বাৰে অৰুণাভ ছাৰৰ কোঠালৈ সোমোৱাৰ ধৃষ্টতাও মোৰ সমূলি নাছিল। অৱশ্যে নীতা, নিবেদিতাহঁতৰ লগত মোৰ একোতেই তুলনাও নহৈছিল। সিহঁতক দেখিলেই কোনোবা অভিজাত বাগিচাৰ সযত্ন পালিত ফুলৰ দৰে লাগে। সিহঁতৰ তুলনাত মই আছিলো জঁই পৰি যোৱা, নিষ্প্ৰাণ। অফিচৰ উল্লাসিত মানুহবোৰৰ তুলনাত মোৰ নীৰৱতা বৰ অশোভনীয় আছিল। সহকৰ্মীসকলৰ মোৰ প্ৰতি মৰম-আন্তৰিকতা আছিল। নাছিল মোৰ লগত খুউব বেছি হলি-গলি। অৱশ্যে মোৰ প্ৰতি তেওঁলোকৰ আন্তৰিকতাতকৈ সহানুভূতি আছিল বেছি। যিটো মোৰ ভাল লগা নাছিল। তেওঁলোকৰ ভাষাত মই আছিলো 'এটা মস্ত ব'ৰ'। নীতাহঁত আছিল সু-সজ্জিতা। মই আছিলো অপৰিপাটি। সাজ-সজ্জাক লৈ মই কোনোদিনেই সচেতন নাছিলো। মই অৰুণাভ ছাৰৰ পাৰ্চনেল এচিছ্‌টেন্ট হোৱাৰ বাবে নীতা, নিবেদিতাহঁতে বৰ আমোদ পাইছিল। হাঁহিছিল, কাৰণ মই আছিলো সেই প্ৰাণৱন্ত মানুহজনৰ সম্পূৰ্ণ বিপৰীত। অৰুণাভ ছাৰৰ দৰে মানুহ এজনৰ পি এ হ'ব পৰাকৈ মই স্মাৰ্ট-আকৰ্ষণীয়-সুন্দৰ নহয়। প্ৰথম কেইদিন অৰুণাভ ছাৰ ভীষণ ব্যস্ত আছিল। তাৰ মাজতে পি এ হোৱাৰ বাবে মই দিনটোত বহু বাৰেই তেওঁৰ কোঠালৈ যাবলগীয়া হৈছিল। তেওঁ যি তথ্য বিচাৰিছিল তাকেই দিবলগীয়া হৈছিল। তেওঁ মোক প্ৰায় প্ৰতিবাৰেই ইন্টাৰকামৰ যোগেদি তেওঁৰ কোঠালৈ মাতিছিল বা ইন্টাৰকামতে কথাবোৰ সুধিছিল। তাৰ মাজতে আন অফিচাৰসকল আৰু ভিজিটৰসকল আছিলেই। এসপ্তাহ মানৰ পিছত এদিন অৰুণাভ ছাৰে মাতোতে মই হাতত নোট বুক আৰু কাঠ পেঞ্চিল লৈ সোমাই গৈছিলো। তেওঁ কেইটামান মুহূৰ্ত মোৰ মুখলৈ চাই থাকি ক'লে—

ঃ বহা!

মই বহিলোঁ!! হাতৰ কাঠ পেঞ্চিলডালে তেওঁৰ নিৰ্দেশ মানিবলৈ উদ্যত হৈ ৰ'ল। অৰুণাভ ছাৰে সৰুকৈ শব্দ কৰি হাঁহিলে। মই আচৰিত হৈ তেওঁৰ মুখলৈ চালোঁ। তেওঁ সুধিলে—

ঃ তুমি ইমান চিৰিয়াছ হৈ থাকা কিয়?

মই একো নক'লোঁ। তেওঁ আকৌ সুধিলে—

ঃ তুমি কেতিয়াও নাহাঁহা নেকি?

মই এইবাৰো একো নক'লোঁ। তেওঁ আকৌ ক'লে—

ঃ মই এদিনো তোমাক হঁহা দেখা নাই। কাৰো লগত কথা পতাও দেখা নাই। মই ভুল কৈছো নেকি ???

ঃ নাই কোবা ছাৰ!

মই সৰুকৈ ক'লোঁ!

ঃ মই কিন্তু তোমাক হুহঁৱাম। মোৰ লগত তুমি কথাও পাতিব লাগিব! হ'ব?

ঃ হ'ব ছাৰ!

তেওঁ সৰু ছোৱালী এজনীক কোৱাৰ সুৰত কথাবোৰ কৈছিল। মই অকমানকৈ হাঁহি পেলালো। তেওঁ ক'লে—

ঃ সেয়াতো তুমি হাঁহিলা! হাঁহিব লাগে বুজিছা! যিমান পাৰা হাঁহিব লাগে। প্ৰাণখুলি হাঁহি চাবাচোন! তেতিয়াহে বুজিবা হঁহাৰ মজা কি। মই বোধহয় জীৱনত এবাৰেই কান্দিছিলো। সোধাচোন কেতিয়া?

ঃ কেতিয়া ছাৰ?

ঃ কিয় জন্ম হওঁতে আকৌ!!!

বুজিলোঁ। কিন্তু যাৰ অন্তৰত দুখৰ পোকে কিলবিলাই থাকে তেওঁ কেনেকৈ হাঁহিব পাৰে। যাৰ তেজৰ শিৰাই-উপশিৰাই দুখৰ তেজ বৈ থাকে, তেওঁ কেনেকৈ হাঁহিৰ মজা ল'ব পাৰে — মই ভাবিলোঁ। একো নক'লো। ছাৰে ক'লে—

ঃ হাঁহি-মাতি কাম কৰিলে নীৰস কামবোৰো ভাল লগা হয়। সময়বোৰ এন্‌জয় কৰিব পাৰি।

ঃ হয় ছাৰ।

মই ক'লোঁ।

ঃ তোমাৰ নাম কি আছিল?

ঃ মায়াবী।

ঃ অফিচৰ মানুহবোৰে তোমাক 'মায়া' বুলি মাতে নহয়?

মই শুনিছো বহুবাৰ।

ঃ হয় ছাৰ।

ঃ মই কিন্তু তোমাক 'মায়া' বুলি নামাতো। মই তোমাক 'বী' বুলি মাতিম। হ'বনে 'বী'?

ঃ হ'ব ছাৰ।

জীৱনত কোনেও মোক অন্য নামেৰে মতা নাই। অজানিত আনন্দত মোৰ মন-প্ৰাণ পুলকিত হৈ উঠিল। তেওঁ ক'লে—

ঃ মই জইন কৰাৰ লগে লগে সকলোৱে এটা এটা অভিযোগ লৈ মোৰ ওচৰলৈ

আহিছে। এই ধৰা কাৰোবাৰ চাকৰি নিয়মীয়া হোৱা নাই। কাৰোবাৰ টি এ পেণ্ডিং হৈ আছে। কাৰোবাক হাউছ বিল্ডিং ল'ন লাগে। কাৰোবাক লাগে পাৰ্চনেল ল'ন। কোনোবাই কোৱাৰ্টাৰ পোৱা নাই। কাৰোবাৰ কোৱাৰ্টাৰ মেৰামতি হোৱা নাই। তোমাৰ কোনো অভিযোগ নাই নেকি বী?

: নাই ছাৰ।

অৰুণাভ ছাৰে হাঁহি হাঁহি ক'লে—

: থাকিব লাগে... থাকিব লাগে। জীৱনটো অভিযোগেৰে ভৰা হ'ব লাগে। অভিযোগেই যদি নাই জীৱনত থাকিলেই বা কি? মজাৰ কথা কি জানা বী আমাৰ সকলোৰে অভিযোগ শুনিবলৈ কোনোবা নহয় কোনোবা এজন থাকেই। থকাটো উচিতো। নহয়নে বী?

মই একো নক'লো। মোৰ এনে লাগিছিল তেওঁ যেন ভুল কৈছিল। মোৰো বুকুভৰি অজস্ৰ অভিযোগ আছে। মোৰ অভিযোগবোৰ বস্তুবাদী নহ'ব পাৰে। অফিচিয়েল নহ'ব পাৰে — কিন্তু অভিযোগ দাখিল কৰিবলৈ মোৰ কোনো নাই। তথাপি ছাৰৰ কথাবোৰ মোৰ ভাল লাগিল। তেওঁৰ কথাবোৰ যে কিছু শিল্পীসুলভ মই সেইদিনা গম পাইছিলো। মানুহজন বোধহয় খেয়ালী মনৰ — আৱেগিক। মই হঠাৎ তেওঁলৈ চকু তুলি চাই পঠিয়ালোঁ। তেওঁ সেই মুহূৰ্তত চছমাযোৰ খুলি পেলাইছিল। মই তেওঁৰ চকুলৈ থৰ লাগি চালো। এনে লাগিল ছাৰৰ চকুত যেন এখন মায়াবী জাল। সেই জালত মই তৎক্ষণাত বন্দী হ'লো। অৰুণাভ ছাৰ সঁচাকৈ ইমান সুন্দৰ। মই তেওঁলৈ চাই থকা দেখি তেওঁ হয়তো আচৰিত হ'ল। ক'লে—

: কিবা ক'বা বী?

: নকওঁ ছাৰ।

মই চকু নমাই আনিলো। তেওঁ কথা সলালে।

: তোমাৰ চাকৰিৰ কিমান দিন হ'ল?

: পাঁচ বছৰ ছাৰ।

: তুমি কাৰ লগত থাকা?

: মই কাৰো লগত নাথাকো ছাৰ। মোৰ লগত মোৰ ল'ৰা, ছোৱালীহাল থাকে।

: তোমাৰ ল'ৰা ছোৱালী? মানে তোমাৰ সন্তান?

: হয় ছাৰ। মোৰ সন্তান!!!

: কিমান ডাঙৰ সিহঁত?

: বহুত সৰু ছাৰ। বৰ মৰম লগা।

প্ৰত্যেকেই সোধা কথাবোৰ অৰুণাভ ছাৰে মোক নুসুধিলে। প্ৰত্যেকেই সোধা প্ৰশ্নটো আছিল— তোমাৰ হাচবেণ্ড? তাৰ পিছত আৰু বহুত কথা। সেইদিনা নোট

বুকত মই একো লিখিবলগীয়া নহ'ল। অৰুণাভ ছাৰে আন কাকো কোঠালৈ আহিবলৈ অনুমতি নিদিলে। আমি ঘণ্টা জুৰি কথা পাতিলো। দেশৰ কথা, ৰাজনীতিৰ কথা, অৰ্থনীতিৰ কথা, অৱশেষত আমাৰ সৰু পাহাৰীয়া চহৰখনৰ কথা। ছাৰে ক'লে—

ঃ চহৰখন বৰ সুন্দৰ। ইয়াত ইমান নাহৰ গছ। নাহৰ গছবোৰ বৰ সুন্দৰ হয়। শীতত এই সেউজীয়া গছবোৰ নাঙঠ হ'ব নহয়?

ঃ নহয় ছাৰ, নহয়। ইয়াত ঠেৰেঙা লগা শীততো গছবোৰ নাঙঠ নহয়। এই ৰাজ্যখনৰ অধিকাংশ ঠাই চিৰসেউজীয়া বৰ্ষণমুখৰ বিস্তীৰ্ণ অৰণ্য অঞ্চলত পৰে। নাহৰ গছবোৰ কোমল পাতেৰে ভৰি পৰোঁতে বুঢ়া পাতবোৰ কেতিয়া সৰে আমি গমকে নাপাওঁ।

সকলো পাহৰি এইবাৰ মই উৎসাহেৰে ক'লো, অৰুণাভ ছাৰেও একপ্ৰকাৰ চিঞৰি উঠিল—

ঃ হয়?

ঃ হয় ছাৰ, আপোনাক মই এই ঠাইবোৰ এদিন দেখুৱাম।

কৈয়েই মই চমকি উঠিলো। কি কৈ পেলালো মই। ছাৰে বা কি ভাবিছে। তেওঁ কিন্তু অধিক উৎফুল্লিত হৈ ক'লে—

ঃ থেংকচ্ বী থেংকচ্! থেংকচ্ এ লট! কোৱা কোনদিনা মোৰ গাইড্ হ'বা?

সেইদিনা অৰুণাভ ছাৰৰ কোঠাৰ পৰা মই ওলাই আহোঁতে অফিচত চকীদাৰজনৰ বাদে আন কোনো নাছিল। মই মোৰ ৰূমত সোমাই টেবুলখন সামৰি বেগটো লৈ ওলাই আহি দেখিছিলো বাহিৰত নিজা গাড়ীত বহি মোলৈ তেওঁ অপেক্ষা কৰিছে। মোক দেখি ক'লে—

ঃ আই এম চৰী বী! তুমি ষ্টাফ বাছখন মিচ্ কৰিছা!!

ঃ কোনো কথা নাই ছাৰ! মই গাড়ী পাই যাম!

ঃ নহয় বী মই তোমাক ড্ৰপ কৰি দিম।

তোমাৰ ঘৰখনো চাম!

মই আপত্তি নকৰিলো। তেওঁ ড্ৰাইভিং চিটত বহিছিল। স্বাভাৱিকতেই মই আগৰ চিটত তেওঁৰ কাষত বহিব লগা হ'ল। মই সুধিলো—

ঃ ছাৰ আপোনাৰ ড্ৰাইভাৰ?

ঃ ড্ৰাইভাৰক সময়মতে ছুটী দি দিওঁ। এইখন মোৰ পাৰ্চনেল গাড়ী। মই নিজেই চলাওঁ। ড্ৰাইভিং মোৰ এটা চখ্ আৰু মই বহু ৰাতিলৈকে অফিচত বহোঁ নহয়। পুৱাও সোনকালে আহোঁ। তুমি কিন্তু মোৰ লগত কাম কৰি কষ্ট পাবা বী।

ঃ নাপাওঁ ছাৰ। মই পাৰিম।

অৰুণাভ ছাৰে হাঁহিলে। মই লক্ষ্য কৰিলো— তেওঁ সুন্দৰকৈ হাঁহে।

: বী, তুমি কিন্তু মোক কামত বহুত সহায় কৰিব লাগিব। পাৰিবা নহয়?

: পাৰিম ছাৰ।

: গুড্ এতিয়া তোমাৰ ঘৰলৈ কোন ফালেদি যাব লাগে মোক নিৰ্দেশ দিয়া।

মই মাজে মাজে লেফ্‌ট মাজে মাজে ৰাইট্ বুলি কৈ ছাৰক পথৰ সন্ধান দিলোঁ। গাড়ী আগবাঢ়িল, অৰুণাভ ছাৰে খুউব লাহে লাহে গাড়ী চলাইছিল। মই লক্ষ্য কৰিলো তেওঁৰ গাড়ী চলোৱাৰ এটা স্ব-ষ্টাইল আছে যিটো আন কাৰোবাৰ লগত নিমিলে। একা-বেঁকা ওখ-চাপৰ পাহাৰীয়া পথটোত তেওঁ ড্ৰাইভিং খুউব এনজয় কৰিছিল। হঠাৎ ওপৰলৈ উঠি যোৱা আৰু হঠাৎ তললৈ নামি যোৱা পথখিনি যিখিনি ঠাইত মুহূৰ্তৰ বাবে হ'লেও এবাৰ সকলো চমকি উঠে সেইখিনিতো এক অদ্ভুত মসৃণ গতিত অকণো অস্থিৰতা অনুভৱ নোহোৱাকৈ তেওঁ গাড়ী চলাইছিল। মই বুজি উঠিছিলো তেওঁ মাথোঁ এজন সুদক্ষ প্ৰশাসনিক বিষয়াই নহয়, এজন পাকৈত ড্ৰাইভাৰো। লক্ষ্যপথৰ সকলোবোৰ খলা-বমা হেলাৰঙে অতিক্ৰম কৰি মসৃণ গতিত গাড়ী চলাব পৰা এজন সুনিপুণ ড্ৰাইভাৰ। ড্ৰাইভিঙৰ লগে লগে তেওঁ খুউব উপভোগ কৰিছিল এই পাহাৰীয়া প্ৰকৃতি। গছ-গছনি, ঝৰ্ণা আৰু হয়তো মই নজনা-নুবুজা বহুত কিবা। মাজে মাজে তেওঁ হয়তো মোক ক'বলৈ কথা বিচাৰিছিল। মই যে খুউব কম কথা কওঁ আৰু প্ৰায়ে কথা নকওঁ তেওঁ ইতিমধ্যে গম পাই গৈছে। গতিকে কথাৰ আৰম্ভণি তেৱেঁই কৰিব।

: বী তুমি ড্ৰাইভিং জানা?

: নাজানো ছাৰ।

: কিয়?

: কিয়? কিয় মই নাজানো ছাৰ।

অৰুণাভ ছাৰে মোৰ উত্তৰ শুনি হাঁহিছিল। সুধিছিল—

: তোমাৰ গাড়ী আছেনে বী?

: নাই ছাৰ!

: কিয়?

নাজানো ছাৰ বুলি ক'বলৈ গৈ হঠাৎ মই থমকি ৰৈছিলোঁ। অৰুণাভ ছাৰে মোলৈ চাই হাঁহিছিল, মই তেওঁলৈ চাইছিলোঁ। হাঁহিছিলো, লাজত, সঠিক উত্তৰ দিব নোৱাৰা লাজত। মোৰ হৈ তেৱেঁই উত্তৰ দিছিল— নাজানো ছাৰ — নহয়? এইবাৰ আমি দুয়ো একেলগে হাঁহি উঠিছিলোঁ।

: অকণমান ভাবিলেই তুমি জানিলাহেঁতেন বী — কিয় তুমি গাড়ী চলাব নাজানা — হয়তো তোমাৰ গাড়ী চলোৱাৰ চখ্ নাই বা চখ্ আছে শিকাৰ সুবিধা হোৱা নাই। কিন্তু সঠিক উত্তৰ এটা দিয়াৰ তোমাৰ ইচ্ছাই নাই, নহয় বী?

মই অপ্ৰস্তুত হ'লোঁ। আকৌ অজানিতে কৈ উঠিলো—

ঃ মই নাজানো ছাৰ...।

আমি আকৌ হাঁহিলো।

ঃ মই তোমাক ব'ৰ কৰিছো নেকি বী?

ঃ ন' ন' ছাৰ... ন'।

মই কিছু অস্থিৰতাৰে ক'লো আৰু হঠাৎ হতাশ হ'লোঁ। হয়তো সকলোৱে ভবাৰ দৰে অৰুণাভ ছাৰেও মোক মস্ত ব'ৰ বুলি ভাবিছে। কথা ক'ব নজনা এই মায়াবীজনী ক্ৰমান্বয়ে তেওঁৰ বাবে অসহ্যকৰ হৈ উঠিছে। কিন্তু...কিন্তু হঠাৎ মই যে আজি কথা ক'ব পৰা হৈছোঁ! কথা কোৱাৰ স্পৃহা জাগি উঠিছে। এই যেন দূৰত ৰিণিকি-ৰিণিকি দেখা পোৱা হেঙিং ব্ৰীজখন দেখুৱাই উচ্ছ্বাসেৰে মই চিঞৰি উঠিম—

ঃ ছাৰ সৌ হেঙিং ব্ৰীজখন চাওক। বতাহত কেনেকৈ দুলিছে। বতাহ নহয় যেন এটা সুমধুৰ গীতৰ ছন্দত তাল মিলাই নৃত্যহে কৰিছে। উত্তাল...উন্মাদ...।

কিন্তু কথা জানো এনেকৈ কোৱা যায়। আচলতে কথা নকৈ নকৈ মই পাহৰি গৈছো কথা কেনেকৈ ক'ব পাৰি। কৃত্ৰিম কথা। সৌজন্যতাৰে কৃত্ৰিম হ'লেও অৰ্থপূৰ্ণ কথাবোৰ কেনেকৈ ক'ব পাৰি মই নাজানো। প্ৰয়োজনো হোৱা নাই কোনোদিনে, মাজে মাজে মেঘবোৰে আমাক বাট ভেটি ধৰিছিল। অৰুণাভ ছাৰে কথা সলালে—

ঃ বী এই মেঘবোৰ...

উৎফুল্লিত হৈ ময়ো কৈ উঠিলো—

ঃ হয় ছাৰ। মেঘবোৰ কেতিয়াবা বহুত তললৈ নামি আহে আৰু আপুনি যদি সেমেকা বতৰত ইটাফৰ্থৰ ফালে যায় সিপাৰে কি আছে একো দেখা নাপায়। যিমানলৈকে চকু যায় মেঘ মেঘ আৰু মেঘ। যেন মেঘৰ এখন বৃহৎ সাগৰ। মেঘবোৰ চুবলৈও বৰ ভাল।

ঃ বাঃ মেঘৰ সাগৰ...। কেনে মনোৰম হ'ব। তুমি বোধহয় বহুবাৰ ইটাফৰ্থলৈ গৈছা বী?

মই বুজিলো অৰুণাভ ছাৰ বুধিয়ক মানুহ। মোৰ কথাৰ মাজৰ পৰা তেওঁ মোৰ ভাল লগা বিষয়বোৰ ইতিমধ্যে বিচাৰি উলিয়াইছে। তেন্তে তেওঁ মোক সঁচাকৈ কথা কোৱাব? হঁহুৱাব? আৰু...আৰু কথা কৈচোন ভালেই লাগে। হাঁহিও বেয়া নালাগে। তেন্তে ...তেন্তে ইমানদিনে মই কথা কোৱা নাছিলো কিয়? হঁহা নাছিলো কিয়? মই এনেকৈ নিৰ্বাক হৈ গৈছিলো যে সহকৰ্মীসকলে মোক 'নিমাতী কইনা' বুলি ঠাট্টা-মস্কৰা কৰিছিল আৰু মই কথা পাতিমেই বা কেনেকৈ? নিতৌ ইমান মানুহ লগ পাওঁ — ভিজিটৰসকল — অফিচ ষ্টাফ — চুপিৰিয়ৰসকল। মোৰ বান্ধৱী নীতা, নিবেদিতা, নিশা, বিউটি, মামণি; বন্ধু ভাস্কৰ, সীমান্ত, নীলোৎপল কিন্তু কোনেওতো মেঘৰ কথা নকয়... নাহৰ গছবোৰ... ফুলবোৰৰ কথা নকয়। সুন্দৰ ঠাইবোৰৰ কথা নকয়। ভাবিলো,

অৰুণাভ ছাৰক তেন্তে মোৰ ভাল লগা হেঙিং ব্ৰীজখনৰ কথা ক'ব পাৰি। তেওঁ বোধহয় চৰাইৰ কথাও শুনি ভাল পাব। জীৱনত আন কোনোবা ব্যক্তি মোৰ কথা শুনি এনেকৈ উৎফুল্লিত হোৱা মোৰ মনত নপৰে। তথাপি সেইদিনা উপযাচি অৰুণাভ ছাৰক মোৰ একোৱেই কোৱা নহ'ল। লাজ সংকোচ... অলপ ভয়! আৰু উপযাচি কেনেধৰণৰ কথা কোৱা হয় মই সঁচাকৈয়ে নাজানো। এক চেপা যন্ত্ৰণা আৰু অপ্ৰত্যাশিত আনন্দই মোক জুৰুলা কৰা সময়ত মেঘৰ ভিৰ ফালি অৰুণাভ ছাৰৰ গাড়ী ওপৰলৈ উঠিছিল। হঠাৎ মেঘবোৰৰ এনে দুঃসাহস মোৰ ভাল লাগিছিল। মোৰ মেঘ হোৱাৰ ইচ্ছা হৈছিল।

সেইদিনা ঘৰলৈ ওভতাৰ পথত মই শাৰী শাৰী নাহৰ গছবোৰলৈ চালো, ক্ৰমান্বয়ে ওপৰলৈ জোঙা হৈ যোৱা শৃংগাকৃতিৰ নাহৰ গছবোৰৰ গাত কেঁচা পাতৰ ভৰ। ভৰুণ যৌৱন। সদ্য যৌৱনপ্ৰাপ্ত গছবোৰ বুকুত লৈ পাহাৰবোৰ আনন্দত মতলীয়া। অৰ্কিডবোৰেতো আন একো চাবলৈকে দিব নোখোজে। সিহঁত প্ৰাণভৰি ফুলিছে, বাৰে বাৰে চকু কাঢ়ি নিয়ে। মই আঙুলিৰ মূৰত হিচাব কৰিলোঁ। কিমান দিন মই এইবোৰ দেখা নাছিলোঁ। কিমান দিন মই মূৰ তুলি নাহৰ গছবোৰলৈ, আকাশখনলৈ চোৱা নাছিলো, হয় বছৰেকইটা নিদাৰুণ বছৰ, অথচ এসময়ত মই ইমান ভাল পাইছিলো এইবোৰ। সুন্দৰ ঠাইখনৰ এই পাহাৰবোৰক গছবোৰক লৈ মোৰ কৌতূহলৰ অন্ত নাছিল। সৌন্দৰ্যৰে ভৰা এই ঠাইবোৰ মোৰ বাবে খুউব ৰহস্যময় আছিল। এই যে পাহাৰৰ বুকুৰ পৰা তীব্ৰ গতিত ঝৰ্ণা এটা বৈ আহিছে বুকুত প্ৰকাণ্ড এসোপা শিল, বিয়াগোম এজোপা গছৰ বুকুত জাক জাক সৰু সৰু চৰাই, ৰং বিৰঙী এসোপা অৰ্কিড, দুটা পাহাৰৰ মাজত এখন গোপন সেউজীয়া দলিচা —এই সকলোবোৰে মোক বিস্ময়া-বিভূত কৰি ৰাখিছিল। হঠাৎ জীৱনত এটা দুৰ্ঘটনা ঘটি গ'ল। মোৰ চাৰিওফালৰ পৃথিৱীখন যেন আকস্মিক দুৰ্ঘটনাত মৰিমূৰ হৈ গ'ল। গছলতা, ফুল-পাত, পৰ্বত-পাহাৰ সকলো জাহ গ'ল। আপোন মানুহবোৰ বীভৎস হৈ পৰিল। বুকুত কুঁচি-মুচি সোমাই থাকিল মাথোঁ ৰুমী আৰু জিমি। মোৰ সন্তান দুটি। হঠাৎ অৰুণাভ ছাৰ আহি যেন এটা মাথোঁ দিনতে সকলো সলনি কৰি পেলালে। মোৰ সপোন দেখাৰ দৰে লাগিল। মই মূৰ তুলি আকাশখনলৈ চালো। নিৰ্মল স্বচ্ছ আকাশ, ৰাতি নিশ্চয় ফৰিংফুটা জোনাক হ'ব। আমি আহি ঘৰ পাওঁতে ৰুমী, জিমিয়ে গে'টৰ বাহিৰত খেলি আছিল। মই গাড়ীখনৰ পৰা নমাৰ লগে লগে দুয়োটা দৌৰি আহি মোৰ বুকুত সোমালেহি। মই দুহাতেৰে সিহঁতক সাৱটি ধৰিলোঁ। অৰুণাভ ছাৰক কিছু সময়ৰ বাবে উপেক্ষা কৰাৰ দৰে হ'ল। মই ছাৰলৈ চাই দেখিলো— ছাৰে বিমুগ্ধ দৃষ্টিৰে আমালৈ চাই আছে।

সেইদিনা বহু নিশালৈ মই বাৰাণ্ডাৰ খুঁটা এটাত আঁউজি বহি কটালো। ফিৰফিৰিয়া শীতল বতাহ এচাটি বাৰে বাৰে মোৰ নাইট গাউনটোৰ ভিতৰলৈ সোমাই হেতালি

খেলিছিল। বনৰীয়া ফুলৰ তীব্ৰ গোন্ধ এটায়ো মোৰ চৌহদত খৰ-বাগৰ মাৰি ফুৰিছিল। মোৰ চকুৰ সন্মুখতে সেইদিনা নাইট কুইন জোপা ফুলিছিল। এটি এটিকৈ কোমল পাহিবোৰ এবাৰ জাপ খাইছিল, এবাৰ মেল খাইছিল। মোৰ কাণত বাৰে বাৰে ঠেকা খাইছিল অৰুণাভ ছাৰৰ মাত।

ঃ বী বী বী... মই তোমাৰ বী বুলি মাতিম হ'বনে বী...!

দ্বিতীয় দিনা ধুমুহাৰ গতিৰে মোৰ কোঠালৈ সোমাই অহা নীতাই সুধিলে—

ঃ এই মায়া কালি কি বহুত কাম হৈছিল?

ঃ নাইতো তেনে কোনো কাম হোৱা নাই ... মানে তেনে বিশেষ কামটো নাছিল। কিয়?

ঃ কিয় মানে তুমি কালি বাচ মিছ কৰিছা। ভিতৰত আছিলা যে বহুসময়।

ঃ এনেয়ে।

ঃ এনেয়ে?

ঃ এনেয়ে মানে ছাৰে কিছুমান কথা সুধিছিল।

নীতাৰ অলেখ প্ৰশ্ন। কি কথা... কেনে কথা... কাৰ কথা...চাৰৰ ব্যক্তিগত কথা... ছাৰ বিবাহিত নেকি... আৰু অৱশেষত সুধিছিল—

ঃ তুমি ইমান পলমকৈ নিশ্চয় অট'ভাড়া কৰি গ'লা?

ঃ নহয়, ছাৰে মোক ঘৰত ড্ৰপ কৰি দিলে।

ঃ ওয়াত! ছাৰে নিজে? তোমাক মায়া?

নীতাই চিঞঁৰি উঠিল। তাই বাৰে বাৰে সুধিলে। নিবেদিতা মনচুমি সৌৰভহঁতৰ মোৰ ৰুমলৈ সোঁত ববলৈ ধৰিলে। নিবেদিতাই ক'লে—

ঃ আস্ বেচেৰা ছাৰ। মায়াৰ লগত এতিয়াৰ পৰা তেওঁ চাগে আৰু অফিচত কেতিয়াও পলম নকৰে।

নীতা, নিবেদিতাহঁতৰ অনুমান অসত্য প্ৰমাণিত কৰি অৰুণাভ ছাৰ বহু দেৰিলৈকে দ্বিতীয় দিনাও অফিচত বহিল। গোটেই দিনটো মই অৰুণাভ ছাৰৰ হাতত বিচৰা মাত্ৰকে ইটো সিটো ফাইল তুলি দি, ডিক্টেশ্যন লৈ, বিভিন্ন আলোচনা কৰি, ফেক্স ফোন আদি কৰি ব্যস্ততাৰে কটাব লগা হ'ল। দিনৰ দিনটো প্ৰায় তেওঁৰেই কোঠাত। চাকৰি জীৱনৰ পাঁচটা বছৰ পাৰ হৈ যোৱাৰ পিছত হঠাৎ এনে লাগিল চাকৰি মানেই যেন ওপৰৱালাব নিৰ্দেশ নহয়। বিশেষকৈ পি এ-ৰ চাকৰিৰ মানে। ছাৰে বহুকেইটা ফাইল আলোচনা কৰোঁতে মোৰ মতামত সুধিলে আৰু কিছুমান ফাইল পিছত আলোচনা কৰিলে কেনে হ'ব সেই বিষয়েও সুধিলে। মই লক্ষ্য কৰিলো অৰুণাভ ছাৰৰ ফাইলবোৰ থোৱাৰ পদ্ধতি ইমান সুকীয়া আৰু চিষ্টেমেটিক যে খেলিমেলি হোৱাৰ শংকোই নাই। তেওঁৰ ফাইলত লিখাৰ ধৰণ আৰু ডালিমগুটীয়া আখৰকেইটা দেখি মই আচৰিত

হৈছিলো। বছৰ ধৰি দেখি অহা অফিচৰ জৰাজীৰ্ণ ফাইলবোৰ নহয় যেন ছাত্ৰৰ পৰীক্ষাৰ বহীহে। ঠিক তেনেকৈ কম্পিউটাৰত চেভ্ কৰিবলৈ নিৰ্দেশ দিয়া ফাইলবোৰো। ফাইলবোৰৰ পুৰণা নোটবোৰ চাই তেওঁ মোক ওচৰলৈ মাতি নি কৈছিল—

ঃ চোৱা বী... এনেকৈ নহয়। নোটবোৰ সুন্দৰকৈ লিখিব লাগে। মাৰ্জিনত খুউব তদাৰক থাকিব লাগে। আমি শিক্ষাৰ আৰম্ভণিতে যি মাৰ্জিন টানিবলৈ শিকো সেই মাৰ্জিন আমাৰ গোটেই জীৱনত প্ৰয়োজন হয়। মাৰ্জিনবিহীন জীৱন অশৃংখলিত হয়।

মই নীৰৱ হৈ অৰুণাভ ছাৰৰ কথাবোৰ শুনিছিলোঁ। ভাবিছিলো — ছাৰে সঁচাকৈ নীৰস অফিচ ফাইলবোৰৰ কথা কৈছেনে অন্য কিবা গল্পহে কৈছে। ইমান সুন্দৰকৈ মানুহে কেনেকৈ কথা ক'ব পাৰে মইতো বুজি নাপাওঁ। মাথোঁ মোকেই নহয় চিনিয়ৰ অফিচাৰৰ পৰা আৰম্ভ কৰি চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীলৈকে মাতি আনি তেওঁৰ চকুত ধৰা পৰা প্ৰতিটো আস্থৈৰাহ খুঁটি-নাটি মাৰি বুজাই দিছিল। বুজাইছিল অফিচৰ কামবোৰ কেনে সুন্দৰ আৰু সুশৃংখলিত হ'ব লাগে। বহুতেই ছাৰৰ ওচৰলৈ যাবলগীয়া হ'লে ভীষণ অপ্ৰস্তুত হৈছিল। সৎ নিষ্ঠাবান দুজন মানৰ বাদে বহুতেই বেয়া পাইছিল। আন কোনে কি কৰে সেইবোৰলৈ অকণো গুৰুত্ব নিদি মই পাৰোমানে কাম কৰিছিলোঁ। প্ৰতিটো দিন প্ৰতিটো মুহূৰ্ততে যেন মই ছাৰৰ পৰা বহুত শিকিবলগীয়া আছে। অৰুণাভ ছাৰৰ কাম কৰা প্ৰতিটো পদ্ধতি মই আয়ত্ত কৰিবৰ যত্ন কৰিছিলোঁ। সফলো হৈছিলো আৰু অৰুণাভ ছাৰে যিটো ফাইলৰেই আভ্যন্তৰীণ কথা নোসোধক মই কৈ দিব পৰা হৈছিলোঁ। তথাপি মাজে মাজে মই খুউব আনমনা হৈ পৰা স্বভাৱটো বহু যত্ন কৰিও এৰিব পৰা নাছিলোঁ। হঠাৎ অন্যমনস্ক হৈ পৰি অৰুণাভ ছাৰৰ তীক্ষ্ণ দৃষ্টিত ধৰা পৰিলে তেওঁ খুউব আমোদ পাইছিল আৰু মোৰ অপ্ৰস্তুততা খুউব উপভোগ কৰিছিল।

অৰুণাভ ছাৰৰ কোঠাটো আছিল তিনিমহলীয়া বিল্ডিংটোৰ শেষৰ কোঠাটো। আচলতে আমাৰ দুয়োৰে কোঠা একেটাই। মাথোঁ প্লাইউদৰ সুন্দৰ ডিজাইন কটা পাৰ্টিশ্যান এখন দি মোৰ কোঠাটো পৃথক কৰা হৈছে। পাৰ্টিশ্যানখনৰ বাবে মোৰ কোঠাৰ পৰা বাহিৰৰ পৃথিৱীখন নেদেখি। অৰুণাভ ছাৰৰ কোঠাৰ পৰা দেখি। শাৰী শাৰী আইনাৰ খিৰিকীৰে তেওঁৰ সুবৃহৎ সুসজ্জিত কোঠাটোৰ পৰা বাহিৰৰ পৃথিৱীখন বৰ সুন্দৰ দেখি। তেওঁৰ কোঠাৰ একাষে থকা কম্পিউটাৰত বহুসময় কাম কৰিব লগা হ'লে মই প্ৰায়ে আনমনা হৈ যাওঁ। খিৰিকীৰ আইনাৰ মাজেৰে মোৰ চকুযোৰ হঠাৎ বহুদূৰলৈ গুচি যায়। তেওঁৰ কোঠাৰ উত্তৰ পাৰে শাৰী শাৰী আইনাৰ খিৰিকী। খিৰিকীৰ সিপাৰে ৰাজপথ — ৰাজপথৰ সিপাৰে শাৰী শাৰী চৰকাৰী বাসভৱন — তাৰো সিপাৰে পাহাৰ — আৰু ওপৰত গোটেই আকাশখন। আকাশখনত চৰাই উৰে। মই চাই ৰওঁ। অৰুণাভ ছাৰৰ উপস্থিতি পাহৰি যাওঁ। পাহৰি যাওঁ তেওঁ যে মোক লক্ষ্য কৰি আছে। অৰুণাভ ছাৰে উঠি গৈ

খিৰিকীখন খুলি দিয়ে। আকাশখন, পাহাৰটো হঠাৎ আৰু ওচৰ চাপি আহে। অৱশ্যে অন্যমনস্কতা ধৰা পৰি মই অপ্ৰস্তুত হওঁ। লাজ পাওঁ। কৈ উঠো—

ঃ চৰী ছাৰ... চৰী।

ঃ চৰী কিয়? মইতো সুবিধা কৰি দিছোঁ।

মই পুনৰ কম্পিউটাৰ মণিটৰত আবদ্ধ হৈ পৰোঁ। কিন্তু মই দেখিছিলো অৰুণাভ ছাৰেও কেতিয়াবা তন্ময় হৈ পাহাৰবোৰ চাই ৰয়। বহুবাৰেই তেওঁ কেমেৰাৰে বাহিৰৰ সুন্দৰ দৃশ্যবোৰ আবদ্ধ কৰা মই দেখিছোঁ। আনকি কেতিয়াবা তেওঁ ইমান বিভোৰ হৈ থাকিছিল যে কোঠাটোত মোৰ উপস্থিতিও অগ্ৰাহ্য কৰি বাহিৰলৈ চাই ৰওঁতে ময়ো গৈ খিৰিকীখন খুলি দিছিলো, কৈছিলো—

ঃ ছাৰ মই আপোনাৰ সুবিধা কৰি দিছোঁ।

ঃ গুড্ ৱেল ডান!

চাৰে হাঁহি হাঁহি কয়, মই আচৰিত হৈছিলোঁ— কেনেকৈ যে মই ছাৰক ইমান সহজভাৱে কথা ক'ব পৰা হ'লোঁ। কামৰ মাজতে আমি কেতিয়াবা অন্য কথা পাতো। অৰুণাভ ছাৰে মোক ৰুমী, জিমিৰ কথা সোধে। সোধে মোৰ অফিচত পলম হ'লে সিহঁতে আমনি কৰে নেকি? মোলৈ বাট চাই থাকে নেকি? ময়ো কওঁ—

ঃ অকণো আমনি নকৰে। সৰুৰে পৰা এৰি আহোঁতে আহোঁতে অভ্যাস হৈ গৈছে। খেলি থাকিবলৈ পালে সিহঁতক একো নালাগে।

কেতিয়াবা হঠাৎ এনে হৈছে গুৰুতৰ ফাইল এটা খুলি অৰুণাভ ছাৰে তুলুঙা কথা এটা কৈ পেলাইছে। হঠাৎ মোক নিৰীক্ষণ কৰি তেওঁ এদিন ভীষণ ছিৰিয়াছ যেন দেখুৱাই কৈ উঠিছিল—

ঃ লুকিং বিউটিফুল! ৱাও!

ঃ মই জানো ছাৰ।

ঃ ও! স্মাৰ্ট লেডি। নিজে সুন্দৰ বুলি জানে।

ঃ নহয় ছাৰ আপুনি যে মাজে মাজে মিছা কথা কয় মই ভালকৈ জানো।

ঃ মিছা কথা? গড্ প্ৰমিজ বী... ইউ আৰ লুকিং বিউটিফুল!

কথা কটাকটি হৈছিল। অৰুণাভ ছাৰে এসময়ত খুউব হাঁহিছিল। ময়ো।

ঃ বী তুমিতো বেছ কথা কোৱা। মই তোমাক এনেয়ে নিৰ্বাক বুলি ভাবিছিলোঁ। কিন্তু বী আজি তোমাক সুন্দৰ দেখাইছে। মই মিছা কোৱা নাই।

ঃ তেন্তে আনদিনা মোক বেয়া দেখি ছাৰ?

ঃ অহ' নহয় বী। তোমাক আনদিনাও সুন্দৰ দেখায়। আজি তোমাক আৰু ভাল দেখা গৈছে।

ঃ হ'বই নোৱাৰে মইতো সদায় একেই। ন' লিপষ্টিক্ ন' নেইল পলিচ্....ন ন....

ঃ আৰু কি ন'?

ঃ মই নাজানো ছাৰ।

ঃ ময়ো নাজানো বী। কিন্তু তোমাক আজি সুন্দৰ দেখিছে।

ঃ আপুনি মোক ঠাট্টা কৰিছে ছাৰ।

ঃ অহ' নহয় বী।

মোক বুজাব নোৱাৰি অৰুণাভ ছাৰ বিবুধিত পৰিছিল। তেওঁ কথাবোৰ বুজাবলৈ শব্দ বিচাৰি নাপায় বৰ অশান্তি পাইছিল আৰু মই বুজিও নুবুজাৰ ভাও ধৰিছিলোঁ। কাৰণ মই জানো তেওঁ অন্ততঃ জীৱনত কেতিয়াও মোক ঠাট্টা নকৰে। হয়তো কিবা এটা তেওঁৰ ভাল লাগিছে। তেওঁৰ ভাল লগা বেয়া লগা বুজাটো দুৰূঢ়। তেওঁ নিৰূপায় হোৱা অৱস্থাতো দেখি পেটে পেটে মোৰ হাঁহি উঠিছিল। অৱশেষত তেওঁ মোৰ হাতখন টানি ধৰি কৈছিল—

ঃ এয়া টেবুল গ্লাচখনত চোৱাচোন... এই তোমাৰ চুলিবোৰ যে আধা খোল খাই আছে অবিন্যস্ত হৈ সেইটোৱেই তোমাক খুউব সুন্দৰ দেখাইছে। আনদিনা এই ফৰ্চেপডালে তোমাৰ চুলিবোৰ চেপা মাৰি ধৰি থাকে। এইডাল বৰ নিৰ্মম. চুলিবোৰক অলপ স্বাধীনতা লাগেনে নেলাগে কোৱা?

ঃ এইডাল কি ছাৰ?

চুলিত মৰা ক্লিপ্‌ডাল আঁজুৰি আনি ছাৰক দেখুৱাই মই সুধিছিলোঁ।

ঃ ফৰ্চেপ্...।

ঃ অহ' নহয় ছাৰ এইডাল ক্লিপ্।

চেপি ৰখা মোৰ হাঁহিটো বাহিৰলৈ ওলাই আহিছিল। অৰুণাভ ছাৰেও অঁকৰাৰ দৰে হাঁহিছিল। সেই সময়তে ৰূমলৈ সোমাই অহা জইন্ট চেক্রেটাৰী মি. দাস ছাৰে একো নুবুজি আমালৈ চাই ৰৈছিল। বিশেষকৈ তেওঁ সদায় দেখি অহা তেওঁৰ চিনাকি নীৰৱ নিমাত মায়াবীজনীৰ এনে প্ৰাণখোলা হাঁহিয়ে তেওঁক নিশ্চয় বিপাণ্ডত পেলাইছিল। অৰুণাভ ছাৰে হাঁহি হাঁহিয়েই ক'লে—

ঃ লোৱা লৈ যোৱা। তুমি আগতে ফাইলটো ষ্টাডি কৰা। পিচত ডিচ্কাচ কৰিম।

দাস ছাৰ ওলাই আহি মোক কৌতুকৰ সুৰত সুধিছিল—

ঃ ইন্টাৰেষ্টিং ফাইলটো চাওচোন মায়া। কিহৰ ফাইলনো?

মই দিওঁ নিদিওঁকৈ ফাইলটো দাস ছাৰৰ হাতত তুলি দিছিলো। ফাইলটো আছিল ষ্টাফ চেলাৰীৰ। দাস ছাৰে কৈছিল—

ঃ অ' ৰিয়েলী... ভেৰী ইন্টাৰেষ্টিং ফাইল। বৰ হাঁহি উঠা নহয়?

প্ৰায়ে অৰুণাভ ছাৰৰ কোঠাৰ কম্পিউটাৰত মই কাম কৰিব লগা হয়। প্ৰায়ে দিনৰ দ্বিতীয় বেলা কাম কৰিব লগা হ'লে কোনোবা ফালেদি ৰশ্মিৰ প্ৰতিফলন এটা আহি

কম্পিউটাৰ মণিটৰতেই পৰেনে, মোৰ চকুতেই পৰে মই ঠিক ধৰিব নোৱাৰো। মোক অস্বস্তিত পেলোৱা অপ্ৰত্যাশিত এই ৰশ্মিৰ প্ৰতিফলন কোনফালৰ পৰা কেনেকৈ আহে ধৰিব নোৱাৰি। মণিটৰত মই একোকে মণিব নোৱাৰা হওঁ। উঠি গৈ পৰ্দাবোৰ ইখনৰ পিছত সিখনকৈ টানি দিওঁ। কিন্তু ৰশ্মিটোৱে আকৌ আনফালৰ পৰা মোক জোকাবলৈ ধৰে। মোৰ খং উঠে। অৰুণাভ ছাৰে মোৰ খং দুগুণে উঠিবলৈ মাজে মাজে হুঁ-হুঁকৈ হাঁহে আৰু ফাইলত কিবা লিখে। সঁচাকৈ মোৰ খং দুগুণে উঠে। কেতিয়াবা মই কৈয়েই পেলাওঁ—

ঃ ছাৰ, ইয়াত হাঁহিবলৈ কি আছে ছাৰ?

ঃ হাঁহিবলৈ আকৌ কিবা এটা লাগে নেকি? এনেয়ে হাঁহিম মই। যিমান পাৰো হাঁহিম। নিজৰহে হাঁহি। আনৰ পৰা ধাৰ কৰাটো নহয়।

ঃ ছাৰ কাইলৈ মই কিন্তু কম্পিউটাৰটো এই ঠাইৰ পৰা আঁতৰাই দিম।

অৰুণাভ ছাৰ উঠি আহি চকুৰ পচাৰতে পৰ্দাবোৰ এনেকৈ উঠোৱা নমোৱা কৰে যে ৰশ্মিটো নিমিষতে আঁতৰি যায়। মই কওঁ—

ঃ থেংক ইউ ছাৰ।

ঃ কোনফালৰ পৰা পোহৰৰ প্ৰতিফলন হ'লে ৰশ্মি ক'ত আহি পৰিব জানিব লাগিব। বী তোমাক এদিন মই পোহৰৰ প্ৰতিফলনৰ পাঠ শিকাম। মনত পেলাই দিবা।

পিছবেলালৈ কাম কৰিব লগা হ'লে প্ৰায়ে তেনে হৈছিল। তথাপি কম্পিউটাৰটো অন্য ঠাইলৈ নিয়া মোৰ কোনোদিনেই নহৈছিল। পোহৰৰ পাঠো মোৰ শিকা নহৈছিল আৰু মই কেতিয়াও সেই ৰশ্মিক বাধা দিব পৰাকৈ পৰ্দাবোৰ সজাব পৰা নাছিলো। বৰং সেই ৰশ্মি মোৰ ভাল লগা হৈছিল। বুকুৰ আপোন হৈ পৰিছিল। বৰষুণে ধুওৱা ভিজা দিনবোৰতো মই সেই ৰশ্মি বিচাৰি ফুৰিছিলো। ৰ'দ নোহোৱা সিক্ত দিনবোৰত মই সেই ৰশ্মিৰ অভাৱ অনুভৱ কৰিছিলো। কেতিয়াবা অৰুণাভ ছাৰ কোঠাত নথকা দিনবোৰত মই সেই ৰশ্মিক বাধা দিবলৈ যত্ন নকৰি খিৰিকীৰ কাষত গৈ বৈছিলো। ৰশ্মিটো আহিছিল আৰু বোধহয় মোৰ বুকুৰ গভীৰলৈ শিপাইছিল। তেজৰ শিৰাই উপশিৰাই হাড়ৰ ফাঁকে ফাঁকে অকণমান ৰ'দ বিয়পি যোৱা মই অনুভৱ কৰিছিলোঁ। অৰুণাভ ছাৰক মই এদিন কৈছিলোঁ—

ঃ ছাৰ আপোনাৰ পৰা মই পোহৰৰ পাঠ নিশিকোঁ।

ক্ষণিক মোৰ চকুলৈ চাই বৈছিল অৰুণাভ ছাৰে। তেওঁ চাৱনিৰে মোক হয়তো সুধিব খুজিছিল, কিয়? কিন্তু ভাৰতীয় প্ৰশাসনিক সেৱা বিষয়া অৰুণাভ ছাৰৰ ভিতৰত কোনোবাখিনিত এটা দুষ্ট কিশোৰ লুকাই আছিল। দুষ্ট, আনক খং উঠোৱা। হঠাৎ তেওঁ উঠি গৈ খিৰিকীৰ ওচৰ পাইছিলগৈ আৰু মোক কাষলৈ মাতিছিল। পশ্চিম

আকাশৰ পৰা নিগৰি নিগৰি মাথোঁ আমাৰ কোঠালৈ অহা ৰশ্মিটো আমাৰ গালে-মুখে পৰিছিল। অৰুণাভ ছাৰে ক'লে—

ঃ চোৱা বী, পোহৰৰ সাধু বৰ মনোগ্ৰাহী, পোহৰৰ গতিবেগ বৰ তীব্ৰ। এই তীব্ৰ গতি বেগক বাধা দিবলৈ হ'লে...

মই কাণ দুখন হাতেৰে হেঁচি ধৰিলোঁ।

ঃ নাই, মই নুশুনো পোহৰক বাধা দিয়া পাঠ।

মই কান্দি পেলাওঁ যেন হৈছিলো। অৰুণাভ ছাৰেও পোহৰৰ পাঠ সিমানতে এৰিছিল। অন্য দিনাৰ দৰে হঁহাও নাছিল তেওঁ। গম্ভীৰ হৈ পৰিছিল। তেওঁ কি ভাবিছিল মই নাজানিছিলোঁ। মই কি ভাবিছিলো ময়ো নাজানিছিলোঁ। কেইবাদিনৰো পিছত এদিন অফিচৰ পৰা ঘৰলৈ ওভতা পথত কথা প্ৰসংগত অৰুণাভ ছাৰে কৈছিল—

ঃ প্ৰতিটো প্ৰাকৃতিক বস্তুৰেই ভাল লগা। প্ৰতিটো নিৰ্ভেজাল বস্তুৰেই ভাল লগা। ৰ'দ, বতাহ, বৰষুণ, বোকা পানী, কম্পিউটাৰ টেবুলত আমনি কৰা ৰশ্মিটি সকলোবোৰ। এই ভাল লগাবোৰ অনুভৱ কৰিব জানিলে এক নিৰ্মল আনন্দ তথা প্ৰশান্তি অনুভৱ কৰা যায়। শিশুৰ দৰে সৰল অন্তৰ এখন হ'লে প্ৰকৃতি খুবেই উপভোগ কৰিব পাৰি। শিশুৱে ৰ'দ, বতাহ, বৰষুণ শীত গ্ৰীষ্ম সকলোবোৰ সহজে আদৰি ল'ব পাৰে। একোতেই অসন্তুষ্টি নাই। কিন্তু ডাঙৰ হৈ অহাৰ লগে লগে শৈশৱৰ নিষ্পাপতা হেৰুওৱাৰ লগে লগে এইবোৰ আমনিদায়ক হৈ আহে।

অৰুণাভ ছাৰৰ কথাবোৰ বুজিবলৈ টান কিন্তু শুনি মোৰ খুউব ভাল লাগিছিল। এইবোৰ খুউব মনত ৰাখিবলগীয়া কথা হয়নে নহয় মই নাজানো কিন্তু প্ৰতিটো কথা মোৰ মনত থাকি গৈছিল। মাথোঁ অৰুণাভ ছাৰৰ মনত ৰৈ যোৱা কথাবোৰৰ বাবেই অফিচৰ ফাইলবোৰ আৰু ফাইলৰ আখৰবোৰ কেনেবাকৈ মোৰ আপোন বন্ধু হৈ পৰিছিল। মোৰ টেবুললৈ অহা প্ৰতিটো ফাইলে মোক যেন একো একোটা গল্পহে কৈ গৈছিল। লগে লগে মই উৰলি যোৱা ফাইলবোৰৰ সাজ সলাইছিলোঁ। সুন্দৰ আখৰেৰে ওপৰত বিষয়বস্তু, তাৰিখ আদি লিখি সিহঁতক অৰুণাভ ছাৰৰ ওচৰলৈ পঠাইছিলো। এনেকৈ মোৰ টেবুললৈ আহি প্ৰতিটো ফাইলেই ৰূপ সলাইছিল আৰু এই কামটো একমাত্ৰ মোৰেই নিগাজী কাম হৈ পৰিছিল। অগণন ফাইলৰ মাজত কেইটামান ফাইল আছিল খুউব স্পৰ্শকাতৰ। সেই ফাইলকেইটাই অৰুণাভ ছাৰ আৰু মোৰ সম্পৰ্ক খুউব সুমধুৰ কৰি তুলিছিল। ঋণৰ বাবে নিবনুৱা যুৱক-যুৱতীৰ আৱেদন পত্ৰৰে ভৰা এটা ফাইল আছিল। আগেয়ে ফাইলটো যিমানবাৰেই মোৰ ওচৰলৈ আহিছিল মই লজ্জান্বিত হৈছিলোঁ। ফাইলটোৰ লগে লগে মোৰ ওচৰলৈ আহিছিল আৱেদনকাৰী যুৱক-যুৱতী কিছুমান। আৱেদন পত্ৰবোৰতো মই সিহঁতৰ মুখবোৰ প্ৰতিফলিত হোৱা দেখিছিলোঁ। সিহঁতৰ কাতৰ অনুৰোধৰ বিনিময়তো মই একো কৰিব পৰা নাছিলোঁ।

অথচ সময়ত কেনেকৈ কি হয় মই জানোঁ। সৰ্বশেষত নিবনুৱা নিম্নবিত্ত পৰিয়ালৰ কেইজনে নহয় ক্ষুদ্ৰ ব্যৱসায়ৰ বাবেও ঋণ পায়গৈ আঢ্যৱন্ত পৰিয়ালৰ যুৱক-যুৱতীসকলে অথবা মন্ত্ৰী বিধায়ক আৰু অন্য কোনো উচ্চপদস্থ বিষয়াৰ যোগেদি অহা অন্য কোনোবাই। সকলোবোৰেই মোৰ জ্ঞাত। ফাইলটো কোনখন টেবুলৰ পৰা গৈ কোনখন টেবুলত কেইদিন জিৰণি লয়গৈ, দুৰ্ভাগ্যবশতঃ মই সকলোবোৰেই জানো। আৱেদনকাৰীসকলৰ লগত কথা পাতিবলৈ মই লাজ পাওঁ। ঋণ নাকচ হোৱা আৱেদনকাৰীসকল সেমেকা চকুৰে উভতি যোৱা দৃশ্য মোৰ বাবে বৰ মৰ্মন্তুদ। অৰুণাভ ছাৰ অহাৰ পিছত মই মিছাকৈ ছাৰে বিচৰা বুলি কৈ ফাইলটো ঋণ বিভাগৰ পৰা বিচাৰি আনিছিলো। কভাৰ সলনি কৰিছিলো আৰু ওপৰত সুন্দৰকৈ লিখিছিলো— "প্ৰাইম মিনিষ্টাৰ ৰোজগাৰ যোজনা"। সু-সজ্জিত ফাইলটো লৈ অৰুণাভ ছাৰৰ কোঠাত সোমাইছিলো।

ঃ ছাৰ! আপোনাৰ লগত এই ফাইলটো মই আলোচনা কৰিব খোজোঁ।

ঃ আহাঁ বী বহা — কি ফাইল চাওঁ।

কৰি থকা কাম এৰি অৰুণাভ ছাৰে মোৰ হাতৰ পৰা ফাইলটো লৈছিল। এখন এখনকৈ আৱেদন পত্ৰবোৰ মই অৰুণাভ ছাৰক দেখুৱাইছিলোঁ। কেইবাবছৰো পুৰণা আৱেদন পত্ৰবোৰ তেওঁ চাইছিল। কোনো একোজন আৱেদনকাৰীৰ আৱেদন কেইবাবছৰ ধৰি আহিয়েই আছিল। ঋণ মঞ্জুৰ হোৱা আৱেদনবোৰৰ বিষয়ে মই অৰুণাভ ছাৰক কৈছিলো—

কেনেকৈ হয় — কিয় হয় আৰু বহুতৰে কিয় নহয়।

ঃ ইন্টাৰেষ্টিং।

অৰুণাভ ছাৰে কৈছিল।

সেইবছৰ ঋণৰ বাবে অহা প্ৰতিখন আৱেদন পত্ৰ — আৱেদনৰ লগত সংলগ্ন কৰি দিয়া নথি-পত্ৰসমূহ, ঋণ মঞ্জুৰৰ বাবে হোৱা পৰীক্ষা সকলোবোৰ ছাৰে নিজে তদাৰক কৰিছিল। তন্ন তন্নকৈ নিজে পৰীক্ষা কৰিছিল সকলো নথি-পত্ৰ। প্ৰাৰ্থীসকলৰ মৌখিক সাক্ষাৎকাৰতো তেওঁ নিজে উপস্থিত থাকিছিল। প্ৰতিটো পদক্ষেপত মই তেওঁক সহায় কৰিছিলোঁ। তেওঁ যেনেকৈ নিৰ্দেশ দিয়ে তেনেকৈয়ে। আগেয়ে যি সকলে এই কাম কৰিছিল তেওঁলোকে এটাও শব্দ উচ্চাৰণ নকৰাকৈ তেনেই নিৰুদ্বেগ যেন দেখুৱাই থাকিল। আগৰ দৰে আৱেদনকাৰীসকলে লগ ধৰিবলৈ আহিলে— "আমি একো নাজানো, পি এ মেডামক" লগ ধৰক বুলি কৈ মোৰ ওচৰলৈ পঠিয়াই দিছিল। পৰোক্ষভাৱে বুজাবলৈ যত্ন কৰিছিল যেন মই ভিতৰুৱাকৈ কথা পাতি উৎকোচ আদায় কৰি ঋণ দিয়াৰ বন্দবস্তহে কৰিম। কটাক্ষ কৰি মোক দুই এষাৰ কথাও নুশুনুৱাকৈ থকা নাছিল। সুবিধাজনক ৰাস্তা বিচাৰি ফুৰাসকল অৱশেষত ঘূৰি-পকি গুচি গৈছিল।

এইবাৰ মূৰ তুলি তেওঁলোকলৈ চাই মই কথা পাতিলো। কথাবোৰ বুজাই দিলো। উপযুক্তজনে ঋণ পাবই। যিসকলক বুজাব নোৱাৰিছিলো অৰুণাভ ছাৰৰ ওচৰলৈ পঠিয়াই দিছিলো। এইবোৰ কৰি মোৰ কাম বাঢ়িছিল। ছাৰৰো। কিন্তু তাৰবাবে মোৰ অলপো আক্ষেপ নাছিল। মই সম্পূৰ্ণ মনৰ উলাহেৰে দৌৰাদৌৰিকৈ কামবোৰ কৰিছিলো। অৱশেষত যিদিনাখন ঋণ মঞ্জুৰ হোৱা আৱেদনকাৰীসকলৰ তালিকাখন ওলাইছিল সেইদিনা অফিচৰ বহুতৰে মুখবোৰ ম্ৰিয়মাণ হৈ আছিল। তালিকাখনলৈ তেওঁলোকে কোনো ধৰণৰ উৎসুকতা দেখুওৱা নাছিল। মাথোঁ মইহে প্ৰথমবাৰৰ বাবে আনন্দত উত্ৰাৱল হৈ পৰিছিলো। মোৰ তেনেই চুটি চাকৰি জীৱনটোত প্ৰথমবাৰৰ বাবে এনে এখন নিৰ্ভেজাল তালিকা প্ৰকাশ পোৱা দেখিছিলোঁ। অৰুণাভ ছাৰৰ ওচৰত মই মোৰ আনন্দ প্ৰকাশ কৰিছিলোঁ। অৰুণাভ ছাৰে কৈছিল— আনন্দ লাগিলে উপভোগ কৰা উচিত। অন্তত এক্কাপ গৰম কফি, এটুকুৰা কেক্ আৰু...

ঃ কিয় নহয় ছাৰ... মই এতিয়াই অৰ্ডাৰ কৰিম।

ঃ ন' ন' অফিচৰ কামৰ ভিতৰত নহয়। আবেলিলৈ... বাহিৰত... একেবাৰে পঞ্চ তাৰকা হোটেলত...

ঃ ইয়াত পঞ্চ তাৰকা হোটেল নাই ছাৰ।

ঃ অ' আই চী! তেন্তে...?

ঃ পঞ্চ তাৰকা নাথাকিলেও কোনো চিন্তা নাই ছাৰ... ইয়াত হাজাৰ তাৰকা হোটেল আছে। মই আপোনাক লৈ যাম।

অৰুণাভ ছাৰে মোৰ নিৰ্দেশত গাড়ী চলাইছিল। আমি খুউব সাধাৰণ হোটেল এখনত বহিছিলোগৈ। সৰু ঘৰ এটাৰ ৰেলিঙবিহীন মুকলি ছাঁদত আছিল কেইযোৰমান চকী-মেজ। কাঠৰ। সৰু যদিও সেই হোটেলখনৰ এটা বিশেষত্ব আছিল। ছাঁদৰ পৰা ৰাজধানী চহৰখনৰ দক্ষিণ দিশত থকা চিৰসেউজীয়া পাহাৰমালা বৰ সুন্দৰকৈ দেখা যায়। মই লক্ষ্য কৰিছিলো প্ৰথম দৃষ্টিতেই অৰুণাভ ছাৰক সেই স্নিগ্ধ সৌন্দৰ্যই মুগ্ধ কৰি পেলাইছিল। মৌন কৰি পেলাইছিল। তেওঁ স্তব্ধ হৈ থৰ লাগি চাই ৰৈছিল। পাহাৰকেইটাৰ যেন কেইবাটাও তৰপ। এটা দুটাকৈ তিনিটা। এটাৰ গাত ভেজা দি যেন আনটো বহি আছে। তাৰ মাজে মাজে চৰকাৰী বাসভৱনবোৰ আৰু ক্ৰমান্বয়ে একা-বেঁকাকৈ ওপৰলৈ উঠি যোৱা পকা মসৃণ পথ। সন্ধিয়া হ'লেই ৰাজধানী চহৰৰ এই দিশটো তিৰ্‌বিৰকৈ জ্বলিবলৈ আৰম্ভ কৰে। বিদ্যুৎ চাকিৰে জক্‌মকাই উঠে। এনে লাগে যেন তৰা বচা আকাশখন তললৈ, বহুতললৈ নামি আহিল। হাত মেলিয়েই ঢুকি পোৱা যাব। কেতিয়াবা সন্ধিয়া আমি অফিচৰ পৰা ওভতাৰ পথত অৰুণাভ ছাৰে এটুকুৰা নিৰিবিলি ঠাইত ৰাজপথৰ দাঁতিত গাড়ী ৰখাই দিয়ে আৰু সেই কৃত্রিম আকাশখনৰ সৌন্দৰ্য উপভোগ কৰে। মোকো কয়—

ঃ সুন্দৰ — নহয়নে বী?

ঃ হয় ছাৰ।

মোৰ হঠাৎ এনে অনুভৱ হয় ইমানদিনে মোৰ এই আকাশখন সম্পূৰ্ণকৈ উপভোগ কৰা হোৱাই নাই। বছৰৰ পিছত বছৰ দেখি অহা সেই পাহাৰটো আৰু কৃত্ৰিম আকাশখন ময়ো অৰুণাভ ছাৰৰ লগত প্ৰাণভৰি উপভোগ কৰোঁ। এদিন সন্ধিয়া অৰুণাভ ছাৰৰ গাড়ী আমাৰ ঘৰৰ ফালে নগৈ সেই বিদ্যুৎ চাকি ভৰা আকাশখনৰ ফালে গতি কৰিছিল। ছাৰে ক'লে—

ঃ ব'লা বী আমি সৌ আকাশখনলৈ যাওঁ।

অৰুণাভ ছাৰে গান এটা গুণগুণাই খুউব ধীৰ গতিত গাড়ী চলাইছিল আৰু মাজে মাজে গাড়ী ৰখাই চাৰিওফালে চাইছিল। সোঁ-সোঁৱাই বতাহ বলিছিল। বতাহ নহয় যেন অৰুণাভ ছাৰৰ গীতৰ তালে তালে কোনোবাই সুমধুৰ শব্দৰ বাদ্যহে সংগত কৰিছিল। আমি ক্ৰমে আকাশখনলৈ উঠি গৈছিলো। গাড়ীৰ পৰা নামি এৰি অহা নামনি অংশটোলৈ চাইছিলো। দোকান-পোহাৰবোৰ চাইছিলো। ক্ৰমান্বয়ে নামনি অংশৰ বিদ্যুৎ চাকিবোৰো জ্বলি উঠিছিল আৰু আমাৰ চকুৰ আগতে আন এখন আকাশ সৃষ্টি হৈছিল। হাজাৰ-বিজাৰ তৰা ভৰা। এইবাৰ আমাৰ পৰা আকাশখন তলত। বহু তলত। অৰুণাভ ছাৰ সৰু অবুজ ল'ৰা এটাৰ দৰে উৎফুল্লিত হৈছিল। সেইদিনাও, আৰু আমি ৰেলিঙ্ নথকা ছাঁদৰ হোটেলখনত বহি চাহ খাবলৈ যোৱাৰ দিনাও। অৰুণাভ ছাৰে কৈছিল—

ঃ বিদ্যুৎ চাকিবোৰে এখন মায়াময় পৃথিৱী সৃষ্টি কৰি আমাক যেন মায়াৰ পৃথিৱীলৈহে লৈ যায়। বাস্তৱৰ পৰা আঁতৰাই লৈ যায়। আবেলিৰ সেউজীয়া আকাশখন বাস্তৱ।

দিনটোৰ মূৰত ঘৰলৈ ওভতা জাক জাক চৰাই চহৰখনৰ আমি চাইথকা দিশটোলৈ উৰি গৈছিল আৰু সেউজীয়াৰ মাজত বিলীন হৈ গৈছিল। অৰুণাভ ছাৰে কৈছিল—

ঃ আবেলিৰ আকাশখনত জাক জাক চৰাই থাকে। সন্ধিয়াৰ আকাশখনত — আকাশখন মই আৰু...

ঃ আৰু ছাৰ?

ঃ আৰু... আৰু মোৰ ফুলকুমলীয়া সপোনবোৰ।

ঃ ফুলকুমলীয়া সপোন মানে কি ছাৰ?

ঃ অৰ্থাৎ সপোনবোৰে মাথোঁ ক'লি পেলাইছেহে বী আই মিন— প্ৰিমেচিউৰ ড্ৰীম...

ঃ বুজিলো বাৰু। কিন্তু মই ছাৰ? ময়ো জানো নাথাকো?

অৰুণাভ ছাৰে মোলৈ চাই ৰৈছিল আৰু হাঁহিছিল। সঁচাকৈ সপোন বিভোৰ হাঁহি। মই নজনা, কোনোদিনেই বুজি নোপোৱা ইংৰাজী কবিতা এটাৰ দুটামান শাৰী

গুণগুণাইছিল। মোলৈ চাই ৰোৱা অৰুণাভ ছাৰক মই উৰি যোৱা চৰাইবোৰলৈ আঙুলিয়াই দেখুৱাইছিলোঁ—

ঃ ছাৰ সৌফালে চৰাইবোৰৰ ঘৰ।

ঃ চৰাইবোৰৰ ঘৰ... চৰাইবোৰৰ ঘৰ।

অৰুণাভ ছাৰে গুণগুণাই উঠিছিল, আমি পুনৰ চৰাইবোৰৰ পৰা উভতি আহিছিলোঁ। অৰুণাভ ছাৰে সুধিছিল—

ঃ বী তুমি আগতেও কেতিয়াবা ইয়ালৈ আহিছা?

ঃ আহিছো ছাৰ — অকলে।

ঃ কিয়?

ঃ কেতিয়াবা দুখে আমনি কৰিলে — কেতিয়াবা হতাশাই আমনি কৰিলে — ইয়ালৈ আহোঁ আৰু সেউজীয়াবোৰ চাই ৰওঁ... চায়েই ৰওঁ...। এটুকুৰা সোণোৱালী কেক্ খাওঁ।

ঃ আজি কিয় আহিলা বী?

ঃ আজি আনন্দই আমনি কৰাৰ বাবে ছাৰ আৰু ইয়াৰপৰা আপোনাক চহৰখনৰ সৌন্দৰ্য দেখুৱাবলৈ মোৰ ইচ্ছা আছিল।

ঃ সঁচাকৈ ইমান সুন্দৰ দেখা যায় ইয়াৰ পৰা চহৰখন। কিন্তু তুমি মাজে মাজে হতাশ হোৱা কিয় বী? দুখে তোমাক কিয় আমনি কৰে?

ঃ এই ফাইলটো — যিটো ফাইলে আজি আমাৰ মাজলৈ আনন্দ আনি দিছে, এটুকুৰা সোণোৱালী কেক্ আনি দিছে এই ফাইলটোৱে প্ৰায়ে মোক হতাশ কৰিছিল ছাৰ। ঋণ বিচাৰি বাৰে বাৰে অফিচলৈ অহা নিবনুৱা যুৱক-যুৱতীবোৰৰ মুখবোৰ দেখিলে মোৰ ঘৰত এৰি অহা ভাই-ভনীহঁতলৈ বৰকৈ মনত পৰে। হয়তো সিহঁতেও এনেকৈ অফিচৰ টেবুলে টেবুলে চুচুক-চামাককৈ ঘূৰি ফুৰিছে। ভয়ে সংকোচে। হতাশ হৈ, নিঃসহায় হৈ, এনেকৈ ভাবোতে ভাবোতে মোৰ অচিনাকি অথচ চিনাকি যুৱক যুৱতীবোৰক মোৰ ভাই-ভনী যেন লগা হৈছিল। সিহঁতৰ মুখত বাৰে বাৰে মই মোৰ ভাই-ভনীহঁতৰ প্ৰতিচ্ছবি দেখা পাইছিলোঁ। মই সিহঁতৰ বাবে কিবা এটা কৰিব বিচাৰিছিলো কিন্তু একো কৰিব পৰা নাছিলো। মোৰ ক্ষমতা নাই। মোৰ অনুৰোধ, অনুনয়-বিনয়ৰ কাৰো ওচৰত কোনো মূল্যই নাই। মাজে মাজে মই ভাবো, কল্পনা কৰো মোৰ ৰুমী জিমি ডাঙৰ হৈছে। কৰ্তব্যৰ সন্ধানত এনেকৈ সিহঁত অফিচে অফিচে ঘূৰি ফুৰিছে। দুৰ্নীতিয়ে সিহঁতক একো হ'বলৈ দিয়া নাই। মই শিয়ৰি উঠো ছাৰ। হতাশ হওঁ। দুখে আমনি কৰে আৰু এনে কিমান ফাইল...

অৰুণাভ ছাৰৰ চকুযোৰকো দুখে আমনি কৰা যেন লাগিছিল। তেওঁ সোণোৱালী কেক্ এটুকুৰা তুলি ল'বলৈ ধৰা মোৰ হাতখন চুই কৈছিল—

ঃ মই থাকোঁতে তুমি আৰু কেতিয়াও হতাশ হ'ব নালাগে বী। আমি এনে দুর্নীতি ভৰা ফাইলবোৰ এটা এটাকৈ বাচি উলিয়াম। ফাইলবোৰক নতুন জীৱন দিম।

ঃ সঁচানে ছাৰ?

ঃ একদম সঁচা।

ঃ মই প্রতিটো ফাইল আনি আপোনাৰ হাতত তুলি দিম ছাৰ।

মই হাঁহি পেলাইছিলোঁ। অৰুণাভ ছাৰে কৈছিল—

ঃ কিন্তু মোৰ এটা চর্ত আছে বী।

ঃ চর্ত?

ঃ তুমিও মোৰ কথা ৰাখিব লাগিব।

মই চমকি উঠিছিলোঁ।

ঃ কি কথা ছাৰ?

ঃ মোক তুমি এদিন সৌফালে থকা চৰাইবোৰৰ ঘৰলৈ লৈ যাব লাগিব।

ঃ চৰাইবোৰৰ ঘৰলৈ? নিশ্চয় লৈ যাম ছাৰ। প্ৰমীজ।

আমি চাহ খাই উঠি আহি ছাঁদৰ একাষে বৈ দূৰলৈ চাইছিলো। অৰুণাভ ছাৰে খব্‌-টু নামৰ পাহাৰখনত থকা চিনাকি ঘৰবোৰ বিচাৰি উলিয়াবলৈ যত্ন কৰিছিল। ময়ো। কিন্তু হেঁপাহ পলুৱাই ফুলি উঠা দুজোপামান ৰঙাফুলে বাৰে বাৰে আমাৰ দৃষ্টি কাঢ়ি নিছিল।

ঃ বী ৰঙা টিনপাতৰ সৌটো চীফ ইঞ্জিনিয়াৰ অফিচ নহয়নে?

ঃ নহয় ছাৰ।

ঃ হয়, কিয় নহয় মই ঠিক চিনি পাইছোঁ।

ঃ কেতিয়াও নহয় — সেইটো টাউন প্লেনিং অফিচ ছাৰ।

ঃ অ' হয় হয় তুমি ঠিকেই কৈছা। কিন্তু সৌটো চী এম বাংলো হ'বই লাগিব।

ঃ হয় ছাৰ হয়।

কথাৰ মাজে মাজে অৰুণাভ ছাৰে মোক সকীয়াই আছিল—

ঃ বী কিনাৰলৈ নাযাবা। বেছি কিনাৰলৈ নাযাবা।

ঃ ওঁ ওঁ ওঁ ... সৌটো কি কওকচোন ছাৰ। হালধীয়া ৰঙৰ বগা টিনৰ...

ঃ ওঁ... নাই ধৰিব পৰা নাই বী।

ঃ ময়ো ধৰিব পৰা নাই।

আমি দুয়ো নগৰখনৰ সৌন্দর্যৰ আধাৰ গোম্পা মন্দিৰটোৰ চূড়াটো চাইছিলো আৰু চাইছিলো মন্দিৰটো আলফুলে সাবটি ৰখা পাইন গছবোৰ। মই ছাঁদৰ আৰু কাষলৈ গৈ অৰুণাভ ছাৰক সিদ্ধার্থ ভৱন আৰু মিউজিয়ামখন আঙুলিয়াই দেখুৱাইছিলো। অৰুণাভ ছাৰে মোক হাতত ধৰি এ[illegible]ৰে গাৰ কাষলৈ টানি আনিছিল।

ঃ আস্ বী — তোমাক মই বাৰে বাৰে কৈছো ইমান কাষলৈ নাযাবা — ৰেলিং নথকা ছাঁদ। হঠাৎ ভৰি পিছলৈ গ'লে মোৰ...

আধাকোৱাকৈ তেওঁ ৰৈ গৈছিল। মই আচৰিত হৈ সামান্য খং আৰু আতংকত উত্তেজিত হৈ পৰা অৰুণাভ ছাৰলৈ চাইছিলো। ৰেলিঙ নথকাটো মই মুহূৰ্তলৈ পাহৰি যোৱা নাছিলো।

আমি ছাঁদৰ পৰা নামি আহোঁতে আমাৰ লগে লগে আবেলিটোও কেনিবা গৈছিলগৈ। হঠাৎ বিদ্যুৎ চাকি জ্বলি উঠি তেনেই সাধাৰণ টেবুল, চকী দুযোৰমান থকা ছাঁদখনক এক নতুন যাত্ৰা দিছিল। আকাশত তিৰ্বিৰকৈ তৰাবোৰ জ্বলিছিল। কৃত্ৰিম আকাশ দুখনতো জ্বলি উঠিছিল অজস্ৰ তৰা। চৌপাশে তৰা — তৰা — মাথোঁ তৰা। মই অৰুণাভ ছাৰক কৈছিলো—

ঃ ছাৰ মই কৈছিলো নহয় আপোনাক মই হাজাৰ তাৰকা হোটেললৈ লৈ যাম। চাওকচোন হাজাৰ কিয় চৌপাশে কোটি কোটি তৰা।

অৰুণাভ ছাৰে চাইছিল তৰাবোৰ। এজুম কিশোৰ-কিশোৰী হুলস্থূল কৰি ওপৰলৈ উঠি আহিছিল।

হঠাৎ গহীন হৈ পৰিছিল অৰুণাভ ছাৰ। গাড়ী চলাইছিল ধীৰ গতিৰে। নীৰবে। মোৰ এনে লাগিছিল মই তেওঁৰ মনত অজানিতে দুখ দিলোঁ। সঁচাকৈয়ে মই ভুল কৰিছোঁ। স্বীকাৰ কৰা উচিত।

ঃ ছাৰ মই ৰেলিং নথকা ছাঁদত ইমান কিনাৰলৈ যাব নালাগিছিল। এতিয়াৰ পৰা মই মনত ৰাখিম ছাৰ।

ঃ প্ৰমিজ বী?

অৰুণাভ ছাৰে ষ্টিয়েৰিং ধৰি থকা সোঁহাতখন মোলৈ আগবঢ়াই দিছিল—

ঃ প্ৰমিজ ছাৰ।

ঃ কালি কিবা পাৰ্টি আছিল নেকি মায়া?

মুখ টিপি হাঁহি হাঁহি নীতাই সুধিছিল।

ঃ নাইতো নীতা। কিয় সুধিলা?

ঃ নাই নাই মায়া, এনেয়ে সুধিলো। শুনিছো তুমি হেনো জিম্লী হোটেলত...

ঃ অ' সেইকথা। ঠিক পাৰ্টি নহয় নীতা। বিশেষ আনন্দ উপলক্ষে একাপ চাহ — এটুকুৰা কেক্... ইমানেই। ... তথাপি নীতা... তুমি ক'ব পাৰা পাৰ্টি বুলিয়েই। পাৰ্টিৰ আখ্যা পাবলৈ যদি আনন্দই যথেষ্ট হয়।

ঃ কিন্তু আনন্দৰ উপলক্ষ কি আছিল মায়া?

ঃ অহ' এনেয়ে নীতা।

ঃ কোৱানা মায়া, প্লিজ, তোমাৰ বাৰ্থডে?

ঃ নহয় মানে কালি ল'নৰ ফাইলটোৰ ফাইনেল লিষ্ট্‌খন ওলালতো! আনন্দৰ উৎস সেই ফাইলটোৱেই।

ঃ হা?

নীতাই কি বুজিছিল মই নাজানিলো। এটা নীৰস ফাইল— যিটো ফাইলৰ পৰা এইবাৰ কাৰো একো ব্যক্তিগত লাভ হোৱা নাই। অৰুণাভ ছাৰ আৰু মোৰতো ব্যক্তিগত লাভৰ প্ৰশ্নই নাই তেনে এটা ফাইল কেনেকৈ আমাৰ আনন্দৰ উৎস হ'ল নীতাৰ দৰে ছোৱালীয়ে অন্ততঃ কেতিয়াও বুজিব নোৱাৰিব। নীতাই হয়তো আৰু বুজি পোৱা নাই কিয় এই অদ্ভুত আনন্দ অৰুণাভ ছাৰ আৰু মই একেলগে উপভোগ কৰিব লগা হ'ল। অবিশ্বাস, সন্দেহৰ দৃষ্টিৰে নীতাই মোলৈ চাই থাকিল। ইন্টাৰকামত ৰিং হ'ল। মই উঠালো। অৰুণাভ ছাৰে মাতিলে। হাতত নোটবুক আৰু পেঞ্চিল লৈ মই ছাৰৰ কমলৈ সোমাই গ'লো।

আহোঁতে যাওঁতে নটিচ্ ব'ৰ্ডত লগাই যোৱা দীঘল লিষ্টখন এই এপলক চাওঁ। ভাগৰুৱা ঘৰ্মাক্ত মুখ কিছুমান মোৰ মনৰ পৰ্দাত জিলিকি উঠে। এনে লাগে ঘৰ্মাক্ত মুখবোৰত হাঁহি এটি লৈ এজন এজনকৈ সেই দীঘল লিষ্টখনৰ পৰা সিহঁতবোৰ যেন নামি আহে! — আৰু সঁচাকৈ সিহঁত আহিছিল। আনন্দ প্ৰকাশ কৰিছিল। সিহঁতৰ আনন্দ মই খুউব উপভোগ কৰিছিলোঁ। ছাৰক মই কথাবোৰ কৈছিলোঁ। পৰোক্ষভাৱে তেৰোঁ উপভোগ কৰিছিল সেই আনন্দ। তেওঁ মোক সুধিছিল—

ঃ তুমি সুখী হৈছা নহয় বী?

ঃ হয় ছাৰ, মই খুউব সুখী হৈছোঁ। চাকৰি জীৱনত প্ৰথমবাৰৰ বাবে ছাৰ!

মৰমেৰে হাত বুলাই মই ফাইলটো এবছৰৰ বাবে আলমাৰীত শুৱাই থৈছিলো। নীতা, নিবেদিতাহঁতে মোৰ আনন্দৰ উৎস খুঁচৰি ফুৰিছিল আৰু মই খুঁচৰি ফুৰিছিলো দুৰ্নীতিভৰা ফাইলবোৰ। অৰুণাভ ছাৰে মোক কথা দিছিল দুৰ্নীতিভৰা ফাইলবোৰ তেওঁ ৰোগমুক্ত কৰিব। মনৰ উলাহত মই দৌৰাদৌৰিকৈ কামবোৰ কৰিছিলোঁ।

এটা এটাকৈ দুৰ্নীতিত আক্ৰান্ত ফাইলবোৰ মই বিচাৰি উলিয়াইছিলোঁ। অনেক প্ৰকাৰে যত্ন কৰিও কোনেও মোক বাধা দিব পৰা নাছিল। অফিচ ষ্টাফৰ কেইজনমানে পাকে-প্ৰকাৰে মোক অন্যায় কৰিবলৈ সুৰুঙা বিচাৰি ফুৰিছিল। অৰুণাভ ছাৰৰ ওচৰত মোক হেয় প্ৰতিপন্ন কৰিবলৈ সুযোগৰ সদ্ব্যৱহাৰৰ বাবে তৎপৰ হৈ আছিল। মোৰ সামান্য অসাৱধানতা তথা অত্যন্ত ব্যস্ততাৰ বাবে সেই সুযোগ তেওঁলোকে পাইছিল। কিন্তু মোক আচৰিত কৰি অৰুণাভ ছাৰে মোক কথাবোৰ কৈছিল হাঁহি হাঁহি।

ঃ তুমি সাৱধান হোৱা উচিত বী।

তেওঁ কাৰো কথা বিশ্বাস কৰা নাছিল। মই ধাৰাসাৰ কাম কৰি গৈছিলো। যেন এক

অদ্ভুত শক্তিয়েহে মোক পৰিচালিত কৰিছিল। নিজৰ কাম আৰু ফাইলখিনি তদাৰক কৰাৰ ওপৰিও মই আনৰ কামত হস্তক্ষেপ কৰিও আনৰ দায়িত্বত থকা ফাইলবোৰ উলিয়াই আনিব লগা হৈছিল। অৱশ্যে কোনেও মোৰ কামত প্ৰত্যক্ষভাৱে বাধা দিব পৰা নাছিল। কাৰণ মোৰ লগত আছিল অৰুণাভ ছাৰৰ নিৰ্দেশ। অৰুণাভ ছাৰে কৈছিল—

: ফাইলবোৰ কেতিয়াও নিৰ্জীৱ বস্তু বুলি ভাবিব নালাগে। ফাইলবোৰ হ'ল একো একোটা জীৱন্ত কাহিনী। ইহঁতৰ লগত অন্তৰেৰে কথা পতা যায়। ইহঁতক মৰম কৰা যায়। আচলতে এই ফাইলবোৰৰ প্ৰতিটো পৃষ্ঠাই কঢ়িয়াই ফুৰে ইতিহাস। ইহঁতৰ মাজতে লিখা হৈ ৰৈ যায় অজস্ৰ সৰু-বৰ মানুহৰ সুখ-দুখৰ কাহিনী। এনে একোটা ফাইলৰ মাজতে তোমাৰ মোৰ শিক্ষা জীৱনৰ প্ৰতিখন প্ৰমাণ-পত্ৰ সোমাই আছে, আমাৰ নিয়োগ-পত্ৰ অৰ্থাৎ আমাৰ পাৰদৰ্শিতাৰ প্ৰমাণ-পত্ৰ — আমাৰ দক্ষতা, দায়িত্বশীলতা... এক কথাত ক'বলৈ হ'লে আমাৰ গোটেই জীৱন। এই ফাইলবোৰেই নিৰূপণ কৰে আমাৰ দেশৰ ভৱিষ্যৎ।

সঁচাকৈয়ে ফাইলবোৰ জীৱন্ত হৈ পৰিছিল। ফাইলবোৰৰ আত্মাই কষ্ট নাপাবলৈ মই সকলো কৰিব পৰা হৈছিলো। যেন অকণমান দুৰ্নীতি সোমালেই বৰ কষ্ট পাব ফাইলবোৰে। দুৰাৰোগ্য দুৰ্নীতি ৰোগত ভূগি উশাহ-নিশাহ ল'ব নোৱাৰি মৰি যাব সিহঁত।

দুৰ্নীতিত আক্ৰান্ত ফাইলবোৰ এটা এটাকৈ অৰুণাভ ছাৰৰ হাতত তুলি দিছিলো। এইবোৰ কাম আমি অফিচ ছুটীৰ পিছত কৰিছিলো। অফিচত সেই সময়বোৰত মাথোঁ নিৰ্জনতাই বিৰাজ কৰিছিল। দিনটো উদুলি-মুদুলি হৈ থকা অফিচটো হঠাৎ কাহ পৰি জীণ গৈছিল। তিনিমহলীয়া অফিচ বিল্ডিঙটোৰ তৃতীয় মহলাৰ শেষৰ ৰুমটোত মাথোঁ লাইট জ্বলিছিল। সেই সময়ত ফাইলবোৰ আলোচনা কৰিবলৈ আমি অপাৰ স্বাধীনতা পাইছিলো। মনোযোগ কাঢ়ি নিবলৈ সেই সময়ত ভিজিটৰো অহা নাছিল, ফোনকলো অহা নাছিল। ফাইলবোৰৰ গোপন কথাবোৰ মই খুঁটি-নাটি মাৰি ছাৰক কৈছিলো। ছাৰে ফাইলৰ প্ৰতিখন কাগজ মনোযোগেৰে চাইছিল আৰু মাজে মাজে মোক প্ৰশ্ন কৰিছিল আৰু কামৰ মাজতে এটাৰ পিছত এটাকৈ চিগাৰেট জ্বলাইছিল। অফিচ ষ্টাফ আৰু অন্য মানুহে যিবোৰ সময়ত অৰুণাভ ছাৰৰ সুসজ্জিত কোঠাত আমি ৰোমান্স কৰা বুলি ভাবিছিল সেই নিৰ্জন সময়বোৰত মই ছৰ্টহেণ্ড পেঞ্চিল আৰু নোটবুক লৈ দীঘল দীঘল ডিক্টেশ্যন লৈছিলো। ৰোগগ্ৰস্ত ফাইলবোৰ ৰোগমুক্ত কৰি এটা সুন্দৰ সু-স্বাস্থ্য গঢ়ি তোলাৰ যত্ন কৰিছিলো। কম্পিউটাৰৰ কী-ব'ৰ্ডত মোৰ আঙুলিবোৰ বিৰামহীনভাৱে ইফালৰ পৰা সিফাললৈ দৌৰি ফুৰিছিল। চকু স্থিৰ হৈ ৰৈছিল মণিটৰত। অৰুণাভ ছাৰো মোৰ লগত কম্পিউটাৰৰ সম্মুখত বহিছিল। ভুলবোৰ লগে লগে আঙুলিয়াই দিছিল যাতে টাইপিং মৰ্কবোৰ দুবাৰ কৰিব লগা নহয়। এসময়ত অৰুণাভ ছাৰে কয়—

ঃ বী, আজিলৈ যাওঁ ব'লা। ৰুমী, জিমিয়ে ছাগে বাট চাই আছে।

অৰুণাভ ছাৰে ৰুমী, জিমিকলৈ উৎকণ্ঠিত হোৱা দেখিলে মোৰ ভাল লাগে আৰু তেওঁৰ পৰা সেই শব্দকেইটা শুনিবলৈ মই ভিতৰি আশা কৰি ৰৈ থাকোঁ। আমি কাম সামৰোঁ। চকীদাৰে ৰূম দুটা তলা মাৰে।

অৰুণাভ ছাৰৰ গাড়ী ধীৰ গতিৰে আগবাঢ়ে। কেতিয়াবা জোনাক ফালি — কেতিয়াবা আন্ধাৰ ফালি। কেতিয়াবা কুঁৱলীৰ চাদৰ ফালি-কেতিয়াবা মেঘৰ সমদল ভাঙি আৰু কেতিয়াবা ফেৰফেৰীয়া বতাহৰ মাজেৰে এটা গভীৰ সুৰংগৰ সৃষ্টি কৰি। ৰিমঝিম বৰষুণত তেওঁৰ কণমাণি চৰাইটোৰ দৰে ধুনীয়া গাড়ীখন তিতে। তেওঁৰ গাড়ীখন মোৰ গাড়ী যেন নালাগে। এজন দেৱদূতৰ এখন উমাল হৃদয় যেন লাগে। বৰষুণত তিতিলে ৱাইপাৰ দুডালো খুউব নাচে। ৱাইপাৰ দুডালে বাৰে বাৰে সন্মুখৰ আইনাখন নিকা কৰি অৰুণাভ ছাৰৰ পথক মসৃণ-সুগম কৰি দিয়ে। মই ভাবত বিভোৰ হৈ যাওঁ। বৰষুণজাক আৰু ৱাইপাৰ দুডাল দুয়োকে মই ভাল পাওঁ। খুউব ভাল পাওঁ। কিন্তু সেই সময়ত মই কাক বেছিকৈ ভাল পোৱা উচিত ঠিক বুজি নাপাওঁ। দোধোৰ-মোধোৰত পৰোঁ। কাৰোবাক যে সেই সময়ত মই বেছিকৈ ভাল পাবই লাগিব।

অৰুণাভ ছাৰে এদিন সুধিছিল—

ঃ বী বৰষুণে তোমাক উদাস কৰে নেকি?

ঃ কেতিয়াও নহয় ছাৰ। বৰং বৰষুণ মোৰ বৰ প্ৰিয়। বৰষুণত গছ হৈ তিতি মই খুউব ভাল পাওঁ।

মই প্ৰতিবাদ কৰি উঠিছিলোঁ। অৰুণাভ ছাৰে বিজ্ঞৰ দৰে কৈছিল—

ঃ অ' বুজিলো বী। বুজিলো।

ঃ কি বুজিলে ছাৰ?

ঃ বৰষুণত তিতিবলৈ নোপোৱাৰ বাবে তুমি উদাস হৈ যোৱা।

ঃ ন' ছাৰ ন'।

ছাৰে সঁচাকৈয়ে মোক আমনি কৰিছিল। অৱশেষত মই ক'বলৈ বাধ্য হৈছিলো। ছাৰক সুধিছিলো—

ঃ ছাৰ মই কাক ভালপোৱা উচিত?

চাৰে হঠাৎ ব্ৰেক মাৰিব লগা হৈছিল— সুধিছিল—

ঃ মানে?

ঃ মানে এই ৱাইপাৰ দুডাল আৰু বৰষুণৰ জাকৰ ভিতৰত কাক বেছিকৈ ভাল পোৱা উচিত?

অৰুণাভ ছাৰে হঠাৎ ⁻াড়ী ৰখাই মোলৈ চাই ৰৈছিল। কৈছিল—

ঃ বৰ্তমান তুমি দুয়োৰে প্ৰতিদ্বন্দ্বিতাৰ মাজত সাঙোৰ পৰিছা। গতিকে এই প্ৰতিদ্বন্দ্বিতা উপভোগ কৰা বী।

মই পতিয়ন যোৱা নাছিলো। বৰষুণজাক নথকাহেঁতেন ৰাইপাৰ দুডালে নাচিবলৈ সুবিধাই নাথাকে আৰু ৰাইপাৰ দুডাল নথকাহেঁতেন বৰষুণজাকে অৰুণাভ ছাৰক ইমান আমনি কৰিলেহেঁতেন যে সন্মুখৰ পথেই ভালকৈ দেখা নগ'লহেঁতেন।

কিছুদুৰ গৈ অৰুণাভ ছাৰে গাড়ী ৰখাই কপালত হাত দি বহি পৰিছিল।

ঃ কি হ'ল ছাৰ?

ঃ তুমি মোকো খেলিমেলিত পেলাই দিলা বী। আচলতে ময়ো বুজি পোৱা নাই। কাক বেছি ভাল পোৱা উচিত। ৰাইপাৰ দুডাল নে বৰষুণজাক।

আমি দুয়ো প্ৰাণভৰি হাঁহি উঠিছিলো। নদীৰ সোঁতৰ দৰে অন্ত নোহোৱা হাঁহি আৰু এই সৰু সৰু সাধাৰণ কথাবোৰ, আনন্দ আব্দাৰবোৰ স্মৃতিৰ পেৰাত সযতনে জাপি থৈছিলোঁ। এটাৰ পিছত এটাকৈ। সেই সময়ত এবাৰো ভবা নাছিলো এই স্মৃতিয়েই যে এসময়ত জীয়াই থকাৰ সমল হ'ব।

ৰুমী-জিমিৰ সন্ধিয়াবোৰ মিঠা হৈ পৰিছিল। ভাগৰুৱা অৰুণাভ ছাৰে মোৰ ড্ৰয়িং ৰুমৰ চোফাত গা এৰি দিয়ে ৰুমী, জিমিক কাষত লৈ। সিহঁতৰ ড্ৰয়িং বুক পেঞ্চিল লৈ অৰুণাভ ছাৰ ডুবি যায় অকণ অকণ ৰং, অকণ অকণ ছবিৰ পৃথিৱীত। টিভিৰ কাৰ্টুন নেটৱৰ্কৰ সন্মুখত মই যেতিয়া আন এজন অৰুণাভ ছাৰক আৱিষ্কাৰ কৰিছিলো তেতিয়া অংশুলৈ মনত পৰি মই অন্যমনস্ক হৈ পৰিছিলোঁ। মোৰ স্বামী অংশুমান। বাৰে বাৰে মই সুন্দৰ ফ্ৰেমত বন্দী হৈ থকা মালা পৰিহিত অংশুৰ মুখখনলৈ চাই পঠিয়াইছিলো। অংশুৰ মুখত হাঁহি। সেই হাঁহি আৰু অৰুণাভ ছাৰৰ হাঁহিৰ অকণো মিল নাই। ৰুমী, জিমিৰ লগত বিভোৰ অৰুণাভ ছাৰে মোলৈ পাহৰি যায়। মই যে বাৰে বাৰে অংশুৰ আৰু তেওঁৰ হাঁহি দুটা, মুখ দুখন নিৰীক্ষণ কৰি আছো তেওঁ গমেই নাপায়। মই ভাবো অংশুও যদি অফিচৰ পৰা আহি ৰুমী জিমিৰ লগত এনেকৈ ব্যস্ত হৈ পৰিলেহেঁতেন আৰু মোক পিছে পিছে আমনি কৰি ঘূৰি নুফুৰি ৰুমী জিমিয়ে এনেকৈ হাঁহিলেহেঁতেন, খেলিলেহেঁতেন কিনো বেয়া হ'লহেঁতেন! আৰু যদি ডাইনিং টেবুল সজাই মই সদায়েই অংশুৰ বাবে বাট চাই চাই অতিষ্ঠ হৈ নপৰিলোহেঁতেন! অংশু অফিচৰ পৰা আহি ভাগৰি পৰিছিল। কেতিয়াবা বিছনাত বাগৰ দি হাতত ৰি-মট্ লৈ টিভি চেনেলবোৰ ইফাল-সিফাল কৰিছিল। ৰুমীয়ে কাৰ্টুন নেটৱৰ্কৰ কাৰণে যুনযুনাই মোৰ পিছে পিছে ঘূৰি ফুৰিছিল। মই সিহঁতক বাৰে বাৰে "দেউতাক আমনি নকৰিবা" বুলি কৈছিলো। অংশুৱে বিচাৰিলেই মই চাহকাপ, পানী গিলাচ যোগান ধৰিছিলো। অথচ গোটেই দিনটোৰ মূৰত ময়ো ভাগৰি-জুগৰি অফিচৰ পৰা আহিছিলো। ৰুমী, জিমিৰ খোৱা-বোৱা তৈয়াৰ কৰি ফুচুলাই আব্দাৰ কৰি কণ কণ হাতত ৰঙা, নীলা পেঞ্চিল তুলি দিছিলো। সিহঁতৰ সেইবোৰ ভাল লগা নাছিল। এসময়ত

জোনবাইজনী তৰাফুলবোৰ দেখুৱাই মই সিহঁতক কিবা এটা খুৱাবলৈ যত্ন কৰিছিলো। আহাৰ সম্পূৰ্ণ নোখোৱাকৈ সিহঁত টোপনিত ঢলি পৰিছিল। নিজকে সিহঁতৰ দোষী যেন লাগিছিল। হীনমন্যতাত ভুগিছিলো।

সিহঁত শোৱাৰ পিছত মই ডাইনিং টেবুল সজাইছিলোঁ। অংশুৰ বাবে, ক'তো অকণো খুঁত নথকাকৈ, কেতিয়াবা টিভি ধাৰাবাহিকৰ চৰিত্ৰত কেতিয়াবা নিদ্ৰাত আৰু কেতিয়াবা ভাবত বিভোৰ হৈ থাকিছিল অংশু। মই অংশুক গাত হাত দি মাতো। অংশু— আহাঁ! ভাত বাঢ়িলো—

এবাৰ দুবাৰ বহুবাৰ। ডাইনিং টেবুলত বহি অংশুৰ বাবে অপেক্ষা কৰিছিলো সদায়। ক্ৰমে দীঘল হৈ পৰিছিল চেকেণ্ডবোৰ — মিনিটবোৰ। ধীৰে-সুস্থিৰে অংশু আহি ভাতৰ পাতত বহালৈ মোৰ ভোক, ভাত খোৱাৰ ইচ্ছা প্ৰায় শেষ হৈ গৈছিল। তথাপি খাব যে লাগিবই। মই অংশুৰ লগত বহি ভাত খাইছিলোঁ। বাৰে বাৰে অংশুৰ কাঁহীলৈ চাইছিলো। কিজানিবা অংশুৰ কাঁহীত কোনোবা এখন আঞ্জা কম পৰিছে। অংশুৰ মুখলৈ চাইছিলো। ভাত আঞ্জাখিনিয়ে অংশুক সন্তুষ্ট কৰিব পাৰিছেনে বা নাই! অৱশ্যে অংশু তোষামোদৰ আশ্ৰয় লোৱা ব্যক্তি মুঠেও নাছিল। নিঃসংকোচে প্ৰশংসাও কৰিছিল — সমালোচনাও কৰিছিল — কি ৰান্ধিলা এইসোপা — নিমখ কম — উস্ ইমান মছলা...

অংশুৱে প্ৰশংসা কৰিলে মই উৎফুল্লিত হৈছিলো, হয়তো কৈছিলো—

ঃ কি আৰু ভাল আঞ্জা ৰান্ধিবা। ইহঁত দুটাই যিহে আমনি কৰিবলৈ ধৰিছিল!

অংশুৱে ভালপোৱা তৰকাৰীখন আৰু এচামুচ তেওঁৰ কাঁহীত ঢালি দিছিলো। অংশুৱে সমালোচনা কৰিলে মই মৰি যাওঁ যেন হৈছিলো, তাতকৈ ডাঙৰ অপৰাধ যেন মোৰ বাবে আৰু একোৱেই হ'ব নোৱাৰে। আঞ্জাত নিমখ হালধি কম-বেছি হোৱাৰ চাপাই দি দি খাওঁ-নাখাওঁকৈ মই ভাত খাওঁ। শেষলৈ মোৰ মাতটো ভাগি পৰে। ডিঙিত বেজাৰে সোপা মাৰি ধৰে। চকুযোৰ ভৰি আহো যেন হৈছিল। অংশুৱে নেদেখে। খোৱা-বোৱা বিষয়ত অংশুৱে কেতিয়াও মকা-মিলা নকৰিছিল। কেতিয়াবা অংশুৱে আধা খোৱাকৈয়ে উঠি গৈছিল। মই নীৰৱে বৈছিলো।

সজাই ৰখা বিছনাখনত অংশু শুই পৰা পিছৰ সময়খিনি একান্তই মোৰ নিজৰ সময়। পাকঘৰ সামৰি ৰুমী, জিমিৰ কাপোৰৰ বুটাম লগোৱা, ৰুমীৰ স্কুলৰ বেগটো, পানীৰ ফ্লাস্কটো তৈয়াৰ কৰি ৰখা, তাইৰ স্কুলৰ জোতা-মোজা টাইডাল, ফিতা দুডাল তৈয়াৰ কৰি ৰখা, জিমিয়ে দিনত খেলি-ধূলি লেতেৰা কৰি ৰখা কাপোৰকেইযোৰ আছুতীয়াকৈ ধুবৰ বাবে ৰখা, অংশুৰ চাৰ্টবোৰৰ ক'ৰবাত বুটাম ছিগি আছে নেকি নিৰীক্ষণ কৰা আদি অনেক কামত বহুত সময়েই গুচি যায় আৰু তাৰ পিছত হঠাৎ অন্য এক সুৰত অংশুৱে মাতে—

ঃ মায়া, এই মায়া কিখননো কৰি থাকা। অনবৰতে কাম কাম। চাওঁ — এইফালে আহাঁচোন!

আহিছিলো। যন্ত্রৰ দৰে অংশুৰ প্রতিটো আহ্বানৰে সঁহাৰি জনাইছিলো। মাজনিশা কেতিয়াবা অংশুৱে মোৰ টোপনি ভাঙিছিল, কেতিয়াবা জিমিয়ে। নাই — তাৰ বাবে মোৰ আক্ষেপ, অভিমান, খং একোৱেই নাছিল। অংশুৱেই আছিল মোৰ পৃথিৱী। অংশুৰ বাদে আন বহুত মানুহ যে পৃথিৱীত আছে মই পাহৰি গৈছিলো। নাজানিছিলো অংশুৰ সম্পূর্ণ বিপৰীত চৰিত্ৰত কোনোবা পুৰুষো পৃথিৱীত থাকিব পাৰে বুলি। আন এখন পৃথিৱী, আন এখন সংসাৰৰ কল্পনা কৰাৰ অৱকাশো মোৰ নাছিল।

কার্টুন নেটৱর্ক উপভোগ কৰি থকা ৰুমী, জিমি আৰু অৰুণাভ ছাৰে হঠাৎ হুলস্থূল কৰি মোক বাস্তৱলৈ ঘূৰাই আনে। এই বাস্তৱ এই বর্তমান মানেই মাথোঁ অৰুণাভ ছাৰ। অৰুণাভ ছাৰ মোৰ বিবর্ণ ডাইনিং টেবুলত ভাত খাবলৈ বহে ৰুমী, জিমিক দুকাষে লৈ। ময়ো বহোঁ একেলগে। ৰুমী, জিমি অৰুণাভ ছাৰৰ প্রতিযোগিতা চলে — প্রথমে কাৰ খোৱা শেষ হ'ব। ৰুমী, জিমি সদায় জিকে অৰুণাভ ছাৰৰ সেই কাৰছাজিত। অৰুণাভ ছাৰ হাৰে। সৎ নিষ্ঠাবান প্রশাসনিক বিষয়া অৰুণাভ ছাৰ ডাইনিং টেবুলত কেতিয়াবা মিছলীয়া হৈ পৰে। তোষামোদকাৰী হৈ পৰে। গোটেই মিছা কথা কয়। প্রায় নষ্ট হোৱা আঞ্জাখনো ভীষণ সুস্বাদু হোৱা বোলে। মই লাজত হাঁহিছিলো আৰু ... আৰু ক্রমে ডাইনিং টেবুলৰ তোষামোদকাৰী অৰুণাভ ছাৰক মোৰ ভাল লাগিছিল। অৰুণাভ ছাৰে কৈছিল—

ঃ গোটেই দিনটো অফিচত ইমান কষ্ট কৰি আহি তুমি কেনেকৈ এনে সুস্বাদু আহাৰ ৰান্ধিব পাৰা? তোমাৰ ভাগৰ নালাগেনে বা?

তেওঁৰ কথাৰ উত্তৰ নিদি মই ফ্রেমত বন্দী অংশুৰ হাঁহি থকা মুখখনলৈ হঠাৎ চাই পঠাওঁ। যেন কিবা সুধিম — কিবা ক'ম — কিন্তু মই ঠিক বুজি নাপাওঁ, কি ক'ম — কি সুধিম!

ৰুমী জিমি বিছনাত পৰিয়েই টোপনি যায়। সিহঁতৰ লগত টোপনি যোৱা টেডীবিয়েৰ পুতলাকেইটালৈ চাই অৰুণাভ ছাৰে হাঁহে। ৰুমী, জিমিৰ কপালত হাত বুলাই, টেডীবিয়েৰ পুতলাকেইটাৰো। অৰুণাভ ছাৰ যায়গৈ। ময়ো পলম নকৰি লাইটবোৰ নুমুৱাও। ৰুমী জিমিৰ কাষত শুই পৰোঁ। ঘৰখন আন্ধাৰত ডুব যায়। গভীৰ টোপনিত লালকাল হৈ পৰে ঘৰখন। কোনোবা সুৰুঙাইদি বাহিৰৰ পৰা ফুলৰ সুবাস এটা আহে। ৰুমী, জিমিৰ গাৰ গোন্ধৰ লগত ফুলৰ সুবাসটো একাকাৰ হৈ পৰে। বুকুখন ভৰি উঠে। চকুৰ পতা গধুৰ হৈ আহে। চিলমিলিয়া টোপনিতো আহোঁ-নাহোঁতেই সাৰ পাওঁ। চমকি উঠো। অৰুণাভ ছাৰ যোৱা কিমান সময় হ'ল! ঘৰ পালেগৈনে নাই! বেড্ চুইটচ্‌টো অন্ কৰো। উঠি আহি অৰুণাভ ছাৰৰ নম্বৰটো ডায়েল কৰোঁ।

ঃ বী, তুমি এতিয়াও শোৱা নাই?

ঃ শুইছিলো ছাৰ, হঠাৎ টোপনি ভাগি গ'ল। ভাবিলো, আপুনি পালেগৈনে বা নাই!

ঃ মই পালোহি বী। কিন্তু তুমি শোৱাৰ পৰা উঠি ফোন কৰাৰ কি প্ৰয়োজন! এতিয়া আৰামত শুই থাকা। অ'কে! গুড্ নাইট বী।

কি প্ৰয়োজন ময়ো ক'ব নোৱাৰো। কিন্তু অৰুণাভ ছাৰ ঘৰ গৈ নোপোৱালৈকে মই শুব নোৱাৰো।

অফিচৰ সকলো মানুহৰ সন্মুখত অৰুণাভ ছাৰে মোক বী বী কৰি চিঞৰি থকা হ'ল। তীব্ৰগতিত অৰুণাভ ছাৰে মোৰ জীৱনটো সলাই পেলালে। ছাৰৰ কেইবাটাও বিভাগৰ মুৰব্বীৰ দায়িত্ব, কাম বেছি। অফিচলৈ সোনকালে আহে। মই তেওঁৰ পাৰ্চনেল এছিষ্টেন্ট। স্বাভাৱিকতে ময়ো সোনকালে আহিব লাগে। মই নহ'লে তেওঁৰ কাম কৰাত অসুবিধা হয়। অতি সোনকালে তেওঁ এজন অতি অনেষ্ট ষ্ট্ৰীক্ট অফিচাৰ হিচাবে জনাজাত হৈ পৰিল। তেওঁ অফিচৰ আবহাৱাটোৱেই সলাই পেলালে। দিনটো মাত্ৰ এঘণ্টা অফিচত বহি টলৌ-টলৌকৈ ঘূৰি ফুৰাজনেও টেবুল এৰিব নোৱাৰা হ'ল। পেণ্ডিং ফাইলৰ দ'মবোৰ লাহে লাহে কমি আহি এসময়ত শেষ হ'ল। নীতা, নিবেদিতা, মনচুমিহঁতে বাৰে বাৰে ফাইল সাৱটি অৰুণাভ ছাৰৰ কোঠালৈ অহা দূৰৰ কথা, ছাৰে মাতিলেও সিহঁত আহিবলৈ বেয়া পোৱা হ'ল। কিন্তু মোৰ বাবে? মাথোঁ বাধ্য বাধকতা বুলি গতানুগতিকভাৱে কৰি অহা নীৰস কামবোৰ সৰস হৈ উঠিল। তেওঁৰ সততা, কৰ্মনিষ্ঠা দেখি মই তবধ মানিলো। তেওঁৰ সততা মোৰ আদৰ্শ হৈ পৰিল। মোৰ মাজতো যে ইমান কৰ্মদক্ষতা, কাম কৰা এনে স্পৃহা লুকাই আছে মই আগেয়ে জনা নাছিলো। হঠাৎ কেনেকৈ জানো জীয়াই থকাৰ অদম্য স্পৃহা জাগি উঠিছিল মোৰ মনত। প্ৰতিটো দিন এটাতকৈ আনটো সুন্দৰ হৈ উঠিছিল। জীৱন মোৰ বাবে ইমান সহজ কোনোদিনেই নাছিল। মোৰ সাজসজ্জা, বেশভূষা, চলা-ফুৰা সকলোতেই এটা ছন্দময়তা নিঃসন্দেহে অৰুণাভ ছাৰেই আনি দিছিল। নীৰস জীৱন সৰস হৈ উঠিল। প্ৰায় প্ৰতিদিনেই অফিচ ছুটীৰ পিছতো অৰুণাভ ছাৰ আৰু মই বহু ৰাতিলৈকে প্ৰাণঢালি কাম কৰোঁ। অৱশ্যে প্ৰয়োজন অনুসৰি আৰু দুজনমান ষ্টাফ কেতিয়াবা থাকে। আমি মাজে মাজে অভাৰটাইম এলাউএন্সেচ পাওঁ। ছাৰে নাপায়। অফিচৰ মানুহবোৰে মোৰ এই দ্ৰুত পৰিবৰ্তনত বৰ আমোদ পাইছিল। মোৰ পৰিবৰ্তন ষ্টাফৰ মাজত যে এটা আলোচ্য বিষয় হৈ পৰিল, মই গম নোপোৱাকৈ থকা নাছিলো। তেওঁলোকে মোক জোকাইছিল, ঠাট্টা কৰিছিল, ধেমালিও কৰিছিল। অৰুণাভ ছাৰ আৰু মোৰ এনে অবাধ মিলা-মিচাক কোনে কেনে দৃষ্টিৰে চাইছিল জানিবলৈ মোৰ অৱকাশেই বা আছিল ক'ত? ইচ্ছাতো নাছিলেই, মই ভীষণ ব্যস্ত হৈ পৰিছিলো। প্ৰয়োজনতকৈ অধিক মই ৰুমী, জিমিৰ লগত ব্যস্ত হৈ পৰিছিলো। ৰুমীৰ পাঠ্যপুথিবোৰ বাঢ়িছে। তাইৰ স্কুলৰ

বেগটো গধুৰ হৈ পৰিছে। পঢ়ুওৱাৰ সময় বঢ়াবলগীয়া হোৱাত অন্য কামবোৰ মেনেজ কৰিবলগীয়া হৈছে। জিমিয়ে 'হ'মৱৰ্ক' কৰিব নিবিচাৰে। ওচৰত বহি কৰাব লাগে। মুঠতে সকলো সময়ৰ কথা। সেইবাবে পুৱা অফিচলৈ যাওঁতে অৰুণাভ ছাৰে গাড়ী পঠালে মই বেয়া পোৱাৰ প্ৰশ্নই নুঠে। লগতে ৰুমী, জিমিকো লৈ যাওঁ। স্কুলৰ গে'টত নমাই দিওঁ। শেষত ছাৰে মোক ঘৰত থৈ যায়। ঘৰলৈ ওভতাৰ পথত ছাৰ কিন্তু ভাৰতীয় প্ৰশাসনিক সেৱাৰ বিষয়া হৈ নাথাকে। তেওঁ মোৰ বন্ধু হৈ পৰে। ওৰেটো বাট আমি কথা পাতো। ছাৰে কেতিয়াবা ইমান ধেমেলীয়া কথা কয় যে মই হাঁহি ৰখাবই নোৱাৰো। তেতিয়া ছাৰে প্ৰায়ে মোলৈ চায় আৰু কয়—

ঃ থেংকচ্ বী।

এদিন ছাৰক সুধিছিলো—

ঃ থেংকচ্ কিয় ছাৰ?

ঃ তুমি হঁহাৰ কাৰণে। জানানে, প্ৰথম যেতিয়া তোমাক দেখিছিলো তুমি হাঁহিব নাজানিছিলা। মই বৰ আচৰিত হৈছিলো। ছোৱালীজনী এনেকৈ থাকে কিয়? তোমাৰ মুখখন দেখি মোৰ এনে লাগিছিল ধুনীয়া জোনটো যেন ডাৱৰ এচপৰাই ঢাকি ৰাখিছে। ভাবিলো, নাই এনেকৈ নহ'ব। ডাৱৰ চপৰা আঁতৰাব লাগিব।

ঃ ইমান ব্যস্ততাৰ মাজতো আপুনি মোৰ কথা ভাবিছিল ছাৰ?

ঃ ভাবিছিলো বী।

ঃ কিয় ছাৰ?

ঃ নাজানো।

অৰুণাভ ছাৰ হঠাৎ অন্যমনস্ক হৈছিল। এখন নিৰ্দিষ্ট দোকানৰ সন্মুখত ছাৰে সদায় গাড়ী ৰখায়। কেতিয়ানো তেওঁ চকলেট দুটা পকেটত ভৰাই লয় মই গমকে নাপাওঁ। গাড়ী চলে মোৰ ঘৰ অভিমুখে। কাচিৎহে আমি তেওঁৰ ঘৰলৈ যাওঁ। ৰুমী-জিমি মোৰ সলনি তেওঁৰ ওচৰলৈহে দৌৰি যোৱা হ'ল। গাত ওলমি পৰে। কেতিয়াবা ছাৰ নাহিলে সিহঁতে মন মাৰি থাকে। কেতিয়াবা অফিচৰ পৰা সোনকালে অহাৰ নিৰ্দেশ দিয়ে ৰুমী, জিমিয়ে। মোৰ মনত নাথাকিলেও অৰুণাভ ছাৰৰ খুউব মনত থাকে। সোনকালে যাব লাগে। খেল আছে। আবেলিতে ওলাই আহো আমি। মই আবেলিৰ চাহ তৈয়াৰ কৰো মানে সিহঁতৰ খেল আৰম্ভ হৈ যায়। ৰুমী-জিমিৰ কণ কণ বেড্‌মিন্টন ৰেকেট এখন হাতত লৈ ভাৰতীয় প্ৰশাসনিক সেৱাৰ বিষয়া অৰুণাভ ছাৰ নিমিষতে শিশু হৈ পৰে। লুডু, কেৰম, চেচ্ খেলি ঘৰখন তাল-ফাল খুৱায়। ৰুমী-জিমি মস্ত চক্‌লেট লুভীয়া। মাজে মাজে মই অৰুণাভ ছাৰক কওঁ—

ঃ ছাৰ ইহঁতৰ অভ্যাস বৰ বেয়া হৈ গৈছে। আপুনি ইহঁতক সদায় চক্‌লেট নিদিব।

ঃ ঠিক আছে। নিদিওঁ দিয়া আজিৰ পৰা।

ৰুমী-জিমিয়ে আংকল আংকল কৰি দৌৰি আহিলে মই সিহঁতক জোকাওঁ —

আজিৰ পৰা চক্‌লেট নাই। দুয়োটাই মোলৈ পোন্দোয়াকৈ চায় আৰু অৰুণাভ ছাৰে পকেটৰ পৰা চক্‌লেট দুটা উলিয়াই মোৰ চকুৰ আগত তুলি ধৰি কয়—

ঃ ছাৰপ্ৰাইজ!

মোৰ চকুযোৰ আনন্দত চলচলীয়া হৈ পৰে। আচলতে মনে-প্ৰাণে মই আশা কৰো পিতৃসুলভ স্নেহেৰে মোৰ ৰুমী-জিমিৰ হাতত কোনোবাই তুলি দিয়ক শৈশৱৰ সমস্ত আমেজ আৰু সেয়া অৰুণাভ ছাৰৰ বাদে আন কোনো নহয়।

কেতিয়াবা ৰুমী-জিমিৰ অনুপস্থিতিত ময়েই ছাৰৰ লগত লুডু, কেৰম বা চেচ্ খেলিব লগা হয়। অৱশ্যে একান্তই ছাৰৰ তাগিদাত। খেলত মোৰ সমূলি আগ্ৰহ নাই আৰু মই অকনো পাকৈত নহয়। তথাপি অৰুণাভ ছাৰ কিন্তু সদায়েই মোৰ লগত হাৰিছিল। মই জানাত ছাৰে ভাল খেলে। খেলত জিকা বিভিন্ন কৌশল তেওঁ জানে। ৰুমী-জিমিক আচৰিত কৰি ছাৰে কেতিয়াবা সিহঁতক নিমিষতে হৰুৱায়। তেওঁ যে এসময়ত ভাল খেলুৱৈ আছিল সেই কথা মই তেওঁৰ কথাৰ পৰাই উদ্ধাৰ কৰিছো। পঢ়ি থাকোঁতে ছাৰে খেলত বহুত মেডেল জিকাৰ কথা কয়। ৰুমী-জিমিক খেলৰ গোপন কৌশল শিকায়। যি কাৰণতেই নহওঁক ছাৰৰ লগত মই খেলত জিকাটো বৰ অবাস্তৱ কথা। কিন্তু যেতিয়াই খেলো সেই অবাস্তৱেই বাস্তৱ হয়। ছাৰক সোধো—

ঃ ছাৰ আপুনি ইমান পাকৈত খেলুৱৈ, মোৰ লগত হাৰে কিয়?

ঃ ছাৰপ্ৰাইজ।

ঃ ছাৰপ্ৰাইজ? হৰাত আকৌ কেনেধৰণৰ ছাৰপ্ৰাইজ ছাৰ?

ছাৰে একো নকয়। হাঁহে, ছাৰ মোৰ লগত খেলত হাৰিলে মোৰ সন্দেহ হয়। তেওঁ বাৰু ইচ্ছা কৰি হাৰে নেকি? কিন্তু কিয়? ৰুমী-জিমিৰ লগত খেলোতে হৰা-জিকালৈ কেতিয়াবাচোন দুৰ্বাদল কাজিয়াও হয়। কেতিয়াবা মোৰ ভাব হয় অৰুণাভ ছাৰে যেন নিজৰ জীৱনটোক লৈয়েই এটা ভীষণ খেল খেলি আছে। অপ্ৰত্যাশিতভাৱে সেই খেলৰ মেৰপাকত সোমাই পৰিছো মই আৰু অবাঞ্ছিতভাৱে জিকিছো। অৱশেষত এদিন মই এশ শতাংশই মানি লৈছো যে অৰুণাভ ছাৰ সঁচাকৈ সুনিপুণ খেলুৱৈ। কাৰণ অৰুণাভ ছাৰৰ ওচৰত বহুবাৰ যত্ন কৰিও মই হাৰিব পৰা নাছিলো। অজানিত এক কাৰণত অৰুণাভ ছাৰৰ ওচৰত হাৰিবৰ মোৰ খুউব ইচ্ছা হৈছিল। কিন্তু কোনোমতেই মই তেওঁৰ পৰা হৰাৰ কৌশল আয়ত্ত কৰিব পৰা নাছিলো। অজানিত এক কাৰণত অৰুণাভ ছাৰৰ ওচৰত মোৰ হাৰিবৰ খুউব ইচ্ছা হৈছিল। কিন্তু কোনোমতেই মই হৰাৰ কৌশল আয়ত্ত কৰিব পৰা নাছিলো। তেওঁৰ লগত হাৰি যোৱাৰ আনন্দ লোৱাৰ পৰা মই বঞ্চিত হৈ ৰ'লো। ছাৰে মোক সেই সুযোগ দিয়া নাছিল। খেলৰ দৰে অৰুণাভ ছাৰ আছিল ছাৰপ্ৰাইজ দিয়াত পাকৈত। প্ৰতিদিনেই মই অৰুণাভ ছাৰৰ পৰা

ছাৰপ্ৰাইজ পাইছিলো। তেওঁৰ ছাৰপ্ৰাইজৰ বাবে অপেক্ষা কৰি থকাটো মোৰ অভ্যাসত পৰিণত হৈছিল। অপেক্ষাৰত সেই সময়খিনি আছিল মোৰ বাবে বৰ মিঠা যন্ত্ৰণাদায়ক। কেতিয়াবা মই নিৰাশ হৈছিলো। নিশা বিছনাত পৰালৈকে অৰুণাভ ছাৰৰ পৰা কোনো ছাৰপ্ৰাইজ নাপাইছিলো। হঠাৎ মাজনিশা মধুৰ টোপনি ভাঙি ফোনটো বাজি উঠে। বিৰক্তিৰে ফোনটো উঠোৱাৰ লগে লগে অৰুণাভ ছাৰৰ হৃদয়স্পৰ্শী কণ্ঠ মোৰ কাণত গুঞ্জৰিত হৈ উঠে।

ঃ বী শুইছিলা? আমনি দিলো নেকি?

ঃ নাই নাই ছাৰ কিহৰ আমনি! ইমান ৰাতি ফোন কৰিলে যে?

ঃ ছাৰপ্ৰাইজ নহয়?

ঃ হয় ছাৰ হয়। মইতো কাৰোবাৰ ৰং নম্বৰ বুলিয়েই ভাবি লৈছিলো।

মাজনিশা দুটি ভোমোৰাই গুঞ্জৰি থকাৰ দৰে অৰুণাভ ছাৰ আৰু মই কথা পাতিছিলো। ঘণ্টা জুৰি। অৰুণাভ ছাৰে যে মিঠা মিঠা কথাৰে মোৰ ৰাতিবোৰ ভৰাই তুলিছিল তেনে নহয়। তেওঁ খুউব সাধাৰণ কথাবোৰ কৈছিল। আমাৰ মাজত কেতিয়াবা শৈশৱৰ প্ৰসংগ ওলাইছিল। কৈশোৰ আৰু কলেজীয়া জীৱনৰ দুৰ্দান্ত সময়বোৰৰ কথাও আমি পাতিছিলো। মই আছিলো দুৰন্ত সংগীতপ্ৰেমী আৰু অৰুণাভ ছাৰে সুন্দৰ গীত গাইছিল। গাড়ী চলাওঁতে প্ৰায়ে গীতৰ ক'লি আওৰাইছিল। প্ৰায়ে ফোনত তেওঁক মই একোটা বিশেষ গীতৰ বাবে তাগিদা দিওঁ। অৰুণাভ ছাৰে তেওঁৰ মাকৰ কথা কয়। শৈশৱতে হেৰুওৱা পিতৃৰ কথা কয় আৰু কয় ভাৰতীয় প্ৰশাসনিক সেৱা বিষয়াৰ পৰীক্ষাত অৱতীৰ্ণ হ'বৰ বাবে তেওঁক অবৰ্ণনীয় কষ্ট কৰিব লগা হৈছিল। তেওঁৰ সাধাৰণ কথাবোৰ মোৰ কাণত অসাধাৰণ হৈ পৰে। শুনি আমনি নালাগে। টোপনিৰ আৱেশে আমনি নকৰে। ইচ্ছা হয় — ৰাতি নুপুৱাওক, ওৰেটো ৰাতি আমি কথা পাতোঁ। স্বাভাৱিকতে ময়ো মোৰ শৈশৱ, কৈশোৰৰ প্ৰসংগ কথাৰ মাজলৈ টানি আনো। শৈশৱ, কৈশোৰৰ প্ৰসংগই আমাক কোমল কৰি তোলে। কাতৰ কৰি তোলে। মধুৰ দিনবোৰৰ স্মৃতিয়ে আমাক বিভোৰ কৰি তোলে। এসময়ত আমাৰ মাজত যৌৱনৰ প্ৰসংগ ওলায়। সেইখিনিতে মই থমকি ৰওঁ। যৌৱনৰ আটাইতকৈ ফুলাম দিনটোৱে মোক বোবা কৰি পেলায়। যিটো দিনত অংশু আৰু মোৰ বিয়া হৈছিল। অৰুণাভ ছাৰে সোধে—

ঃ কি হ'ল বী? বৈ গ'লা যে? কোৱা আকৌ।

ঃ নাই ছাৰ একো নাই।

ঃ বী তোমাৰ খং উঠিছে নেকি? ইমান ৰাতি এনেকৈ তোমাৰ টোপনি ভঙা মানুহ আন কোনোবা নিশ্চয় নাই। নহয়?

অৰুণাভ ছাৰৰ ভুল হৈছিল। এনেকৈ মাজনিশা টোপনি ভাঙিবলৈ মোৰ জীৱনলৈ

আৰু এজন মানুহ আহিছিল, অংশুমান। অকণো বিৰক্ত নকৰাকৈ অংশুৱে আলফুলে মাজনিশা মোৰ টোপনি ভাঙিছিল। কোনো আক্ষেপ নাছিল, মোৰ। কোনো অভিযোগ নাছিল। অংশুৰ মৃত্যু হোৱাৰ পিচতো গভীৰ নিশা মই প্ৰায়ে সাৰ পাই উঠো। নিচেই কাষত অংশুৰ অস্তিত্ব অনুভৱ কৰো। অনুভৱ কৰোঁ অংশুৰ উশাহ আৰু হাতৰ পৰশ।

মই অন্যমনস্ক হৈ পৰা দেখি অৰুণাভ ছাৰে ল'ৰালৰিকৈ ফোনটো থয়—

ঃ বী আজিলৈ থওঁ। গুড্ নাইট, ছুইট ড্ৰীম।

স্কুলৰ দীঘলীয়া বন্ধত ৰুমী, জিমিক মই নিৰ্ভয়ে মোমায়েক, মাহীয়েকৰ ঘৰলৈ ফুৰিবলৈ পঠিয়াইছোঁ। চামাৰ কেম্প, শিক্ষামূলক ভ্ৰমণত যাবলৈ দিছোঁ। ৰুমী, জিমিৰ অনুপস্থিতিত অৰুণাভ ছাৰে মোৰ ঘৰখন ভৰাই ৰাখে। আমি কেৰম, লুডু, চেচ্ খেলোঁ। একেলগে ডিনাৰ কৰোঁ। কেতিয়াবা অৰুণাভ ছাৰৰ ঘৰত নিশা কটাই মই বৰ আমোদ পাওঁ।

তেওঁৰ প্ৰতিটো কাম নিয়াৰিকৈ কৰিবলৈ তেওঁৰ চৰকাৰী বাসভৱনটোত কেইবাজনো মানুহ সকলো সময়তে সতৰ্ক হৈ থাকিছিল। তেওঁৰ চৰকাৰী বাসভৱনটো আছিল এটা সুন্দৰ অট্টালিকা। সতকাই মেৰামতিৰ প্ৰয়োজন হৈ থকা মোৰ কণমানি দুৰ্বল চৰকাৰী ঘৰটো আৰু অৰুণাভ ছাৰৰ বৃহৎ অট্টালিকাটোৰ মাজৰ আকাশ-পাতাল প্ৰভেদে মোক বৰ আমোদ দিছিল। আমোদ পাইছিলো তেওঁৰ আহল-বহল অত্যাধুনিক ৰুমবোৰত ইটোৰ পৰা সিটোলৈ পঙ্পঙাই ঘূৰি ফুৰি। হয়তো তেৰোঁ আমোদ পাইছিল— মোৰ এই কামবোৰত। তেওঁৰ চান্দমাইকা খটোৱা বৃহৎ ডাইনিং টেবুলখনৰ সৈতে সুসজ্জিত ডাইনিং ৰুমটো আছিল মোৰ অতি প্ৰিয়। তেওঁৰ ডাইনিং টেবুলত বহি আহাৰ খাওঁতে মই সদায় ভাবি আচৰিত হৈছিলো— অৰুণাভ ছাৰে এনেহেন ডাইনিং টেবুল এৰি মোৰ ঘৰত কেনেকৈ ইমান তৃপ্তিৰে আহাৰ খাব পাৰে। সেউজীয়া লনখনত সগৰ্বে বহি থকা দোলনাখনত মই দৌৰি গৈ বহিছিলো। মোৰ লগে লগে মোৰ সপোনবোৰ দুলিছিল। অৰুণাভ ছাৰৰ ঘৰৰ গেষ্ট ৰুমত মই নিৰ্ভয়ে শুইছিলো। আনকি দুৱাৰখনৰ হুকটোও ভিতৰৰ পৰা বন্ধ কৰি লোৱাৰ প্ৰয়োজন অনুভৱ কৰা নাছিলো। মোৰ ঘৰৰ সন্মুখতো ৰুমী, জিমি নথকা দিনবোৰত কেতিয়াবা পুৱালৈকে যেতিয়া অৰুণাভ ছাৰৰ গাড়ী ৰৈ আছিল তেতিয়া মই মোৰ চৌপাশৰ সমাজখনৰ কথা চিন্তা কৰা নাছিলো। অৰুণাভ ছাৰৰ বিষয়ত মই বে-পৰোৱা আছিলো। আনৰ দৃষ্টিত যিয়েই নহওক মোৰ বাবে অৰুণাভ ছাৰ আছিল এজন দেৱতা। মই লগ পোৱা পৃথিৱীৰ অজস্ৰ মানুহৰ মাজৰ পৰা মই এজন দেৱতা বিচাৰি উলিয়াইছোঁ। জীৱনত যেন মোৰ আৰু একো অপ্ৰাপ্তি নাই। যদি সেয়ে নহ'লহেঁতেন, মই হয়তো লাহে লাহে জীয়াই থকাৰ হাবিয়াস হেৰুৱাই পেলালোহেঁতেন।

অফিচৰ নজৰৎ বিভাগটো আছিল কেলেংকাৰীৰে ভৰা। অৰুণাভ ছাৰে মোক

নজৰৎ বিভাগৰ বহুতো পুৰণা তথ্য তৎক্ষণাত দাখিল কৰাৰ বাবে লিখিত আদেশ দিছিল আৰু মই আনন্দত জঁপিয়াই উঠিছিলো। অপ্ৰত্যাশিতভাৱে এনে আদেশ পোৱাত মই অভিভূত হৈ পৰিছিলো। হাতত অৰ্ডাৰ কপিটো লৈ দৌৰমাৰি অৰুণাভ ছাৰৰ কোঠাত সোমাইছিলোগৈ। কৈছিলো—

ঃ থেংকচ ছাৰ।

অৰুণাভ ছাৰে অৰ্থপূৰ্ণ চাৱনিৰে মোলৈ চাইছিল আৰু হাঁহিছিল। অৰ্ডাৰ কপি এটা নজৰৎ বিভাগৰ দায়িত্বত থকা মি. ৰিবা, তেওঁৰ সহায়কাৰী নীতা আৰু ষ্টৰ ইনচাৰ্জজনেও পাইছিল। প্ৰতিটো আলমাৰী আৰু ষ্টৰ ৰুমৰ চাবি একোপাটকৈ তৎক্ষণাত মোৰ হাতত দিবৰ বাবে নিৰ্দেশ দিয়া হৈছিল। লগতে বিগত দুবছৰৰ ষ্টক টেকিং ৰেজিষ্টাৰ আৰু ইচ্যু ৰেজিষ্টাৰসমূহো। উপায়ান্তৰ হৈ তেওঁলোকে কেইদিনমান ছুটী লৈছিল। হঠাৎ ভাইৰেল ফিভাৰ। অৱশ্যে এদিন আহিবলৈ বাধ্য হৈছিল। অৰুণাভ ছাৰে মোক কৈছিল—

ঃ এই বিভাগটোত বহুত কেলেংকাৰী সোমাই আছে। তুমি মোক যোৱা দুবছৰৰ তথ্য যিকোনো প্ৰকাৰে দিব পাৰিবানে?

ঃ পাৰিম ছাৰ।

সেইদিনা অফিচ ছুটীৰ পিছত জনা কথাবোৰ মই ছাৰক কৈয়েই ৰাখিছিলো। কৈছিলো! কেনেকৈ অফিচত চাপ্লাই দিয়া বস্তুবোৰ ৰিচিভ্ কৰা হয়। এশটাৰ ঠাইত চহী কৰি পাঁচিশটাহে লোৱা হয়। কেতিয়াবা মাথোঁ বিলহে ফাইলত আহে। বস্তু কিন্তু আমি দেখা নাপাওঁ। ফাইল আৰু ষ্টক্ এণ্ড ইচ্যু ৰেজিষ্টাৰ কিন্তু আপ-ডেটেট্ হৈ থাকে। কাৰণ আগৰ কৰ্তৃপক্ষই কেতিয়াও বিলৰ লগত বস্তু প্ৰত্যক্ষ কৰা নাছিল। অৱশ্যে সদায় এনে কৰা সম্ভৱো নহয়। তথাপি যদি মাজে মাজে বিল আৰু চালানৰ লগত প্ৰকৃততে বস্তু আহিছেনে নাই অনুসন্ধান কৰে বেয়া নহয়। অফিচত দৈনন্দিন ব্যৱহাৰৰ বাবে অহা বস্তুবোৰৰ চাৰিভাগৰ এভাগো অফিচ ষ্টাফে নাপায়। নিঃসন্দেহে ফাইল আৰু ৰেজিষ্টাৰ আমি নিকা পাম। চাব লাগিব বস্তুবোৰ গ'ল কেনি? ষ্টক্ দেখুওৱা বস্তুবোৰ আচলতে ষ্টকত আছেনে নাই। অৰুণাভ ছাৰে খুউব সহজভাৱে কৈছিল—

ঃ যিমানেই ৰেজিষ্টাৰ আপ-টু-ডেট কৰি ৰাখক তুমি চিন্তা নকৰিবা বী, চাই থাকা তেওঁলোকে নিজমুখে সকলো স্বীকাৰ কৰিব।

অৰুণাভ ছাৰক মই কৈছিলো অফিচত চাপ্লাই ৱৰ্ক বিচাৰি কৰা দৰ্খাস্তসমূহ ৰখা ফাইলটোৰ বিষয়ে। অফিচত চাপ্লাই ৱৰ্ক বিচাৰি আৱেদন কৰা আৱেদনকাৰীসকলৰ দৰ্খাস্তসমূহ কোনো দিনেই বিবেচনা কৰা নহয় কিয়। আৱেদন পত্ৰবোৰ ফাইলত পুট-আপেই কৰা নহয়। তেওঁলোকৰ মাজত বেছিভাগেই স্থানীয় যুৱক থাকে, জনজাতীয়। তেওঁলোকৰ মাজত চাপ্লাই ৱৰ্ক কৰিব পৰা উপযুক্ত যুৱক কোনোদিনেই নোলাবনে?

ছাৰক কৈছিলো কেনেকৈ টেণ্ডাৰ কল কৰা হয়। যোৱা পাঁচটা বছৰে একে কেইজন ব্যক্তিকেই অফিচৰ চাপ্লাই ৱৰ্ক দি অহা হৈছে।

প্ৰতিটো ফাইল অৰুণাভ ছাৰৰ হাতত তুলি দিছিলো। তেওঁ প্ৰতিটো বস্তু নিজে অধ্যয়ন কৰিছিল। ফাইনেন্স এণ্ড একাউন্টচ্ অফিচাৰ, ষ্টৰ ইনচাৰ্জ, নজৰৎ বিভাগৰ মুৰব্বী সকলোৱে প্ৰমাণ কৰি দেখুৱাইছিল যে সেয়া মিছা অভিযোগ। চাপ্লাই ৱৰ্কবোৰ সদায় একে কেইজন ব্যক্তিয়ে কেতিয়াও পোৱা নাই। ফাইলৰ নথি-পত্ৰই স্পষ্টভাৱে কয় চাপ্লাই ৱৰ্কবোৰ সদায় ভিন্ন ভিন্ন ফাৰ্মক দিয়া হৈছে।

অৰুণাভ ছাৰক মই ভাঙি পাতি কৈছিলো—

ঃ ছাৰ, যি কেইখন টেণ্ডাৰ ফাইলিং কৰা হ'ল আচলতে ফাৰ্মৰ নাম যদিও বেলেগ বেলেগ চাপ্লায়াৰ কিন্তু একোজনেই। বিজয়া এন্টাৰপ্ৰাইজ, নৰ্থ ইষ্ট কমিউনিকেশ্যন, ভাৰতী হাৰ্ডৱেৰ এই তিনিওখন ফাৰ্মৰ নামত মিঃ লক্ষণ যাদৱ নামৰ মানুহজনেই চাপ্লাই দিয়ে।

ঃ অহ! ইন্টাৰেষ্টিং! কথাবোৰ তোমাৰ আগৰ বচে জানিছিলনে?

ঃ মই তেনেদৰেই ভাবো ছাৰ।

ঃ তুমি এই বিষয়ে তেওঁক একো কোৱা নাছিলা?

মই নীৰৱে ৰৈছিলোঁ। একো কোৱা নাছিলো সঁচাকৈয়ে। সেই অধিকাৰ মোৰ নাছিল আৰু এই চকীখনত অৰুণাভ ভাৰ্গৱ নামৰ এই ব্যক্তিজনো নাছিল। কেতিয়াও কোনেও মোক দুৰ্নীতিগ্ৰস্ত ফাইলবোৰ বিচাৰি উলিওৱাৰ প্ৰতিশ্ৰুতি দিয়া নাছিলো। মই আছিলো মেচিনেৰে আবৃত্ত এটা কোঠাৰ পাৰ্চনেল এচিষ্টেন্ট নামৰ এটা মেচিন মাথোঁ।

বেছি ভাগ ক্ষেত্ৰতে মই অৰুণাভ ছাৰক আগতীয়াকৈ কৈ ৰখাৰ দৰে আমি নথি-পত্ৰসমূহ সম্পূৰ্ণ ঠিক-ঠাক পাইছিলোঁ। নথি-পত্ৰসমূহত ফাইনেন্স এণ্ড একাউন্টচ্ অফিচাৰ, হে'ড্ অব্ দ্য ডিপাৰ্টমেন্ট আৰু ষ্টৰ-কীপাৰৰ চহী থকাৰ পিছত আমি বিমোৰত পৰিছিলো। ফাইনেন্স এণ্ড একাউন্টচ্ অফিচাৰ মি. নায়াৰ অতি তীক্ষ্ণ বুদ্ধিৰ মানুহ। তেওঁৰ ক্ষমতাও কম নহয়। সকলো জানি-শুনি অৰুণাভ ছাৰে বেছিভাগ ক্ষেত্ৰতে একো কৰিব পৰা নাছিল। চাপ্লাই ৱৰ্কৰ কাৰণে নিতে নতুন যুৱক অফিচলৈ আহিয়েই আছিল।

অৰুণাভ ছাৰে কিন্তু মাথোঁ মোৰ কথাতে নিৰ্ভৰ কৰি একো সিদ্ধান্ত লোৱা নাছিল। মই তেওঁ নীৰৱে থকা বুলি ভবা দিনবোৰত তেওঁ আচলতে গোপনে অনুসন্ধান কৰি আছিলে। তেওঁৰ অনুসন্ধানত মোৰ অভিযোগবোৰ সত্য প্ৰমাণিত হৈছিল। অৱহেলিত হৈ আলমাৰিৰ একুকত পৰি থকা চাপ্লাই ৱৰ্কৰ আবেদনৰ ফাইলটো জাৰি-জোকাৰি এদিন মই ছাৰৰ হাতত তুলি দিছিলো। অৰুণাভ ছাৰে কৈছিল—

ঃ স্থানীয় ট্ৰাইবেল যুৱক-যুৱতীসকলে ব্যৱসায়ৰ সুযোগ পোৱা উচিত। তুমি কি কোৱা বী?

ঃ নিশ্চয় ছাৰ। মানুহে কয় ট্ৰাইবেল যুৱকে হেনো ব্যৱসায় কৰিব নোৱাৰে। আমাৰ উত্তৰ-পূবৰ মানুহ হেনো ব্যৱসায়ত বৰ কেঁচা। সঁচানে ছাৰ?

ঃ উত্তৰ-পূব মোৰ বাৰে তেনেই নতুন বী। তথাপি ধাৰণা হৈছে উত্তৰ-পূবৰ মানুহ ভাৰতৰ অন্য ঠাইৰ মানুহৰ তুলনাত বৰ সৰল। ঠগ, প্ৰবঞ্চনা উত্তৰ পূবত নগণ্য। ইয়াৰ মানুহৰ তোষামোদ কৰা দক্ষতাও কম। গতিকে ব্যৱসায় আৰু ৰাজনীতিত কিছু কেঁচা হ'ব পাৰে। নুই কৰিব নোৱাৰি।

মোৰ শুনি ভাল লাগিছিল। অৰুণাভ ছাৰে কৈছিল—

ঃ তথাপি আমি তেওঁলোকক সুবিধা দিম। নিজা ঘৰৰ ভাতৰ কাঁহীখনত ঘৰৰ ল'ৰা-ছোৱালীৰ প্ৰথম অধিকাৰ হোৱা উচিত। নহয় নে বী?

মোৰ শুনি খুউব ভাল লাগিছিল। সঁচাকৈয়ে তেনে হোৱাহেঁতেন! সকলো মানুহ অৰুণাভ ছাৰৰ দৰে হোৱাহেঁতেন। তেওঁ কৈছিল—

ঃ ঠগ, প্ৰবঞ্চনাৰ আশ্ৰয় নোলোৱাকৈয়োতো ব্যৱসায় কৰিব পৰা যায়। নহয়নে বী?

ঃ নাজানো ছাৰ। ব্যৱসায়ৰ জ্ঞান মোৰ শূন্য।

অৰুণাভ ছাৰে অন্য অফিচাৰসকলক মাতি আনি আলোচনা কৰিছিল। তেওঁ স্থানীয় যুৱকক চাপ্লাই ৱৰ্ক, কনষ্ট্ৰাকশ্যন ৱৰ্ক দিব বিচাৰে। অন্য অফিচাৰসকলে প্ৰস্তাৱটো ভাল পোৱা নাছিল। বিৰোধিতা কৰিছিল। তেওঁলোকৰ মতে অৰুণাচলৰ ট্ৰাইবেল যুৱকসকল বৰ জংগী। সময়মতে পেমেন্ট নহ'লেই বিপদ। তেওঁলোকে ধৈৰ্য ধৰিব নাজানে। অফিচ প্ৰচিডিউৰ নুবুজে। বুজিব নোখোজে।

ঃ সেই দায়িত্ব মোৰ আৰু বীৰ। মই ক'ব খোজা নাই যে আমি কৃতকাৰ্য হ'মেই। কিন্তু এটা যত্ন কৰি চাব পাৰো যদি এশজনৰ ভিতৰত এজনো সফল ব্যৱসায়ী ওলায় আৰু নিশ্চয় ওলাব। ইতিমধ্যে বহুতো সফল ব্যৱসায়ী জনজাতি সমাজৰ পৰা সৃষ্টি হোৱা আমি দেখিছোঁ।

অৰুণাভ ছাৰে কেইবাজনো অৰুণাচলী সফল ব্যৱসায়ীৰ নাম লৈছিল। মিটিং শেষ হৈছিল। সকলোৰে মুখবোৰ শুকাই যোৱা প্ৰত্যক্ষ কৰিছিলো মই।

ভিজিটিং আৱাৰত এজন এজনকৈ ভিজিটৰ অৰুণাভ ছাৰৰ কোঠাত সোমাইছিল। তেওঁ প্ৰতিজন ভিজিটৰক যথেষ্ট সময় দিছিল। সিহঁতৰ সমস্যাবোৰ খুঁটি-নাটি মাৰি আলোচনা কৰিছিল। আগৰ অফিচাৰকেইজনৰ দৰে তেওঁ ভিজিটৰক আওকাণ কৰা নাছিল। আদি, আপাটানি, নিচি্য যুৱকসকলৰ বহুতেই অৰুণাভ ছাৰৰ তত্ত্বাৱধানত প্ৰথমবাৰৰ বাবে ব্যৱসায়ত নামিল। আমি দেখি আচৰিত হ'লো জংগী যুৱকসকল

কিন্তু অৰুণাভ ছাৰৰ ওচৰত খুউব নম্ৰ-ভদ্ৰ বাধ্য। ব্যতিক্ৰমী যুৱকো অৱশ্যে নহাঁকৈ থকা নাছিল। বেছিভাগ ক্ষেত্ৰতে অৰুণাভ ছাৰে নিজে পৰিস্থিতি নিয়ন্ত্ৰণ কৰিছিল। পুৰণা ব্যৱসায়ী যাদৱ দে আৰু দেৱজিৎ বৰুৱায়ো কাম নোপোৱাকৈ থকা নাছিল। মাথোঁ সিহঁতৰ লগতে অফিচৰ বহুকেইজনৰ ওপৰুৱা উপাৰ্জনবোৰ নোহোৱা হৈছিল। এদিন অৰুণাভ ছাৰে নীতাক মতাই আনিলে। বহুসময় সন্মুখত বহুৱাই ৰাখিলে এক গম্ভীৰ পৰিৱেশত। হঠাৎ সুধিছিল—

ঃ নীতা, তোমাক কিছুমান কথা সুধিব বিচাৰো।

ঃ সোধক ছাৰ।

নীতা চমকি উঠিছিল। ৰঙা পৰিছিল। প্ৰসাধনৰ প্ৰলেপ ঘামে ধুই নিছিল।

ঃ নীতা, ফলচ্ বিলৰ কমিশান তোমালোকে কি হিচাপত লৈছিলা? মানে বিলৰ কিমান পাৰ্চেন্ট তোমাৰ ভাগত পৰিছিল?

নীতাই সেপ ঢুকিছিল। কৈছিল—

ঃ মই লোৱা নাছিলো ছাৰ। মানে... মোৰ কোনো দোষ নাছিল ছাৰ। মোক যি অৰ্ডাৰ দিছিল মই তাকেই ফ'ল' কৰিছিলো।

ঃ নিশ্চয়। মই জানো নীতা — তোমাৰ কোনো দোষ নাছিল। তুমি লোৱা নাছিলা। লৈছিল আনে। তুমি মাথোঁ তাৰ ভাগ পাইছিলা। তোমাৰ দোষ কি। পাইছা, লৈছা। নহয় জানো?

ঃ হয় ছাৰ হয়। মই জানাত ফলচ্ বিল ফিফ্‌টি ফিফ্‌টি কৰিছিল। ফিফ্‌টি চাপ্লায়াৰৰ। ফিফ্‌টি নজৰতৰ ষ্টাফৰ। তাৰ পৰা সামান্য অংশ এটা কেতিয়াবা মোক দিছিল, কেতিয়াবা দিয়া নাছিল। কমিচনৰ পৰিমাণ নিৰ্ধাৰণ কৰাৰ বাবে ফাইনেন্স এণ্ড একাউন্টচ্ অফিচাৰ, নজৰৎ ইনচাৰ্জৰ দায়িত্বত থকা এচিষ্টেন্ট ডাইৰেক্টৰ, চাপ্লায়াৰ আদিৰ মাজত মিটিং হৈছিল। প্ৰতিটো চাপ্লাই ৱৰ্কতে কমিশ্যন লোৱা হয়। কাৰ ভাগত কিমান পাৰ্চেন্টেজ পৰে আমি নাজানো ছাৰ। যিমান দিছিল তাকেই লৈ থৈছিলো।

ঃ য়াহ — য়াহ — চামথিং ইজ বেটাৰ দেন নথিং... ইজ নট ইট?

ঃ য়েচ য়েচ ছাৰ ... আই মিন ন' ছাৰ ন'। মোৰ ভুল হৈছিল ছাৰ। প্লিজ... মোক ক্ষমা কৰি দিয়ক ছাৰ।

চাৰে নীতাক আৰু অনেক কথা সুধিছিল। সেপ ঢুকি ঢুকি নীতাই কথাবোৰৰ উত্তৰ দিছিল। মই অৰুণাভ ছাৰৰ কোঠাৰ একাষে থকা কম্পিউটাৰত কাম কৰি আছিলো আৰু মুখ টিপি হাঁহিছিলো। অৰুণাভ ছাৰে নীতাৰ অতদিনৰ অহংকাৰ, আভিজাত্যতা ধূলিস্যাৎ কৰি পেলাইছিল। সেয়াও মোৰ ওচৰত। তেওঁ কৈছিল—

ঃ গুড্ গুড্ গাৰ্ল। এনেকৈ সঁচা কথা ক'ব লাগে।

ঃ ছাৰ মই এতিয়া যাওঁ?

: ওঁ — যোৱা যোৱা...।

নীতা সাউৎকৈ ওলাই গৈছিল। অৰুণাভ ছাৰে আৰু ধূলিস্যাৎ কৰি পেলাইছিল নীতাৰ প্ৰসাধন। ডিচেম্বৰ মাহৰ শীততো মুখত ঘাম লৈ কোঠাৰ পৰা ওলাই গৈছিল অফিচৰ আটাইতকৈ সুন্দৰী ছোৱালীজনী— নীতা চক্ৰৱৰ্তী।

অৰুণাভ ছাৰে মোক ওচৰলৈ মাতি খুউব চিৰিয়াছ কথা কোৱাদি কৈছিল—

: বী — নীতা চক্ৰৱৰ্তীৰ এনুয়েল কন্‌ফিডেঞ্চিয়েল' ৰিপৰ্ট লিখা হ'ল জানো?

: নাই হোৱা ছাৰ। মই ৰেডী কৰি ৰাখিছোঁ।

: লিখিবৰ সময়ত মনত পেলাবা— কেইটামান কলমত লিখিব লাগিব— true hearted truthfull - worthy - hard working etc.

অৰুণাভ ছাৰে ৰগৰ কৰি কৈছিল। মই কৈছিলো—

: ছাৰ নীতা পুঠি-খলিহনাহে। ৰৌ-বৰালি কিন্তু এতিয়াও জালত পৰা নাই।

: পৰিব বী। পৰিব। চাই থাকা। ৰৌ-বৰালি ধৰিবলৈ জালখনো ঠিক হ'ব নালাগিব জানো?

ওহোঁ। ৰৌ-বৰালি ধৰিবলৈ বৰ বৃহৎ জাল এখন প্ৰয়োজন হোৱা নাছিল। অৰুণাভ ছাৰৰ এনে কি এক অদ্ভুত শক্তি আছিল নাজানো তেওঁৰ ওচৰত নীতাৰ দৰে আনকেইজনেও সৈ কাঢ়িছিল সহজতে। আনকি প্ৰবল প্ৰতাপী ফাইনেন্স এণ্ড একাউন্টচ অফিচাৰ মি. নায়াৰেও। তেওঁলোকে কমিশ্যন লোৱাটো সঁচা কথা। সেই পৰম্পৰা আগৰে পৰা চলি আহিছে। সেই বাবেহে...

অফিচ ছুটীৰ পিছত যেতিয়া অৰুণাভ ছাৰ আৰু মই একেলগে বহিছিলো... তেওঁৰ কোঠাত, সন্মুখত চাহ লৈ দিনটোৰ কথা আলোচনা কৰিছিলো অৰুণাভ ছাৰে হঠাৎ কৈছিল—

: বী এইবোৰ কৰি তোমাৰ কি লাভ হৈছে? মিছাতেই কাম বাঢ়িছে। তাতকৈও ডাঙৰ কথা আমি গম নোপোৱাকৈ হয়তো তুমি বদনামী হৈ গৈছা বী।

: লাভ? মোৰ লাভ হৈছে ছাৰ। মোৰ লাভাংশৰ কথা অফিচৰ অন্য ষ্টাফে নিশ্চয় বুজি নাপাব। হয়তো আপুনিও বুজা নাই ছাৰ আৰু বদ্‌নাম? কোনে মোক বদ্‌নাম কৰিব ছাৰ? কোনখন পৃথিৱীৰ মানুহে...? এইবোৰ মানুহৰ বদ্‌নাম-সদ্‌নামলৈ কেয়াৰ নকৰিবলৈ মোক আপুনিয়েই শিকাইছে ছাৰ। প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে।

অৰুণাভ ছাৰ আচৰিত হৈছিল। হয়তো মোৰ উষ্মা দেখি। হয়তো মোৰ লাভাংশৰ কথা শুনি। প্ৰশ্নবোধক চাৱনিৰে তেওঁ মোলৈ চাই ৰৈছিল।

বাহিৰৰ গোটেই পৃথিৱীখন দেখা পোৱা তেওঁৰ কোঠাৰ আইনাৰ খিৰিকী শাৰীৰ ওচৰলৈ উঠি গৈছিলো। মাজৰ খিৰিকীখনেৰে যিমান দূৰলৈ চকু যায় সিমান দূৰলৈ চাই পঠাইছিলো। খিৰিকী শাৰী আছিল তেওঁ বহা চকীখনৰ বিপৰীত দিশে। মোৰ

চকুত হঠাৎ জ্বাল তৰা বিন্দু বিন্দু পানীৰ কণিকা তেওঁ দেখা পোৱা নাছিল। অৰুণাভ ছাৰ উঠি আহিছিল। মোৰ পিছত বৈছিলহি।

ঃ বী।

ঃ ছাৰ আপুনি জানে, মই মোৰ সুন্দৰ ৰাজ্যখনত এখন সুন্দৰ গাঁও এৰি আহিছো। সেউজীয়া, তামোল গছেৰে মানুহবোৰৰ বিশাল বাৰীবোৰ ভৰা। আকাশ চুবলৈ বুলি তামোল গছবোৰ ওপৰলৈ বাঢ়ি গৈ থাকে আৰু পাণ লতাবোৰকো আপুনি কম বুলি ভাবিছে নেকি? তামোল গছবোৰ সাৰটি সিহঁতো অকাই-পকাই বগাই গৈ একেবাৰে গছৰ আগটো চুৱেগৈ। প্ৰত্যেকৰে পদূলিত গধূলি গোপাল, মধুমালতী, চন্দ্ৰমল্লিকা ফুলে। তুলসী তলত সন্ধ্যা বন্তি জ্বলে। খেৰ-বাঁহৰ ঘৰবোৰৰ চালত নোদোকা নোদোক কোমোৰা, ভোল-জিকাবোৰ পেট পেলাই পৰি থাকে। জোনাকত ৰূপৰ দৰে জিলিকি উঠে। বিদ্যুৎ সৰবৰাহ নথকা গাঁওখন জোনাকে ঢৌৱাই ৰাখে। কেতিয়াবা বৰষুণত গাঁওখন তিতে। খাল-বিলবোৰ ভৰি উঠে। জানে ছাৰ, জোক-পোকৰ কামোৰলৈ কেৰেপ নকৰা কণ কণ ল'ৰাজাক বোকাই বালিয়ে লুতুৰি-পুতুৰি হৈ জপং জপংকৈ খালে-ডোঙে ঘূৰি ফুৰে। মাছ ধৰে, বৰশী টোপায়। ছোৱালীজাকে জাকৈ মাৰে। হাঁহিৰ খলকনি আৰু ৰাগী লগা কথাবোৰ হয়তো কাণতাল মাৰি শুনিবলৈকে কাষ চাপি আহে মাছবোৰ। সিহঁতবোৰ কিন্তু যিমান দুষ্ট, সিমান সৰল।

ঃ অহ! ৰিয়েলী বী?

মুগ্ধ হৈ অৰুণাভ ছাৰে মোৰ কথাবোৰ শুনি গৈছিল। হয়তো মনৰ ভিতৰত মোৰ গাঁওখনৰ ছবি এখন আঁকিছিলো।

ঃ ৰ'দ-বৰষুণ-গ্ৰীষ্ম-শীত আওকাণ কৰি গাঁৱৰ মানুহবোৰে অহৰ্নিশে কাম কৰে। পথাৰবোৰ সেউজীয়া হৈ থাকে। সুন্দৰ সৰল নিভাঁজ মানুহবোৰ। সেই গাঁওখনৰে সৰু এখন ঘৰত মই, মোৰ এটা সৰু ভাই, এজনী ভনী এৰি আহিছো আৰু সিহঁতৰ লগৰে গাঁওখনত মোৰ অজস্ৰ ভাই-ভনী। এতিয়া সিহঁত ডাঙৰ হৈছে। কিবা এক অজানিত যোগ্যতাৰ অভাৱত সিহঁতৰ বেছিভাগেই নিবনুৱা। পিত-মাতৃৰ বোজা। বৰষুণৰ পোৱালমণি, ৰ'দৰ মুকুতা, বতাহৰ সংগীত সকলোবোৰ সোমাব পৰাকৈ সুৰুঙা থকা সুন্দৰ ঘৰবোৰত থাকে হতাশা-নিৰাশাই গ্ৰাস কৰা খঙাল যুৱক। পিঠিত সিহঁতৰ শিক্ষিতৰ মোহৰ মৰা থাকে। কাৰ বাবে জানে নহয় ছাৰ? সিহঁত বিপথে যোৱাৰ মূলতে জানো দুৰ্নীতি নহয়? ব্যৱসায় কৰিবলৈ টকা নাই, খেতি কৰিবলৈ মাটি নাই আৰু চাকৰি কিনিবলৈ...? চাকৰি কিনিবলৈ আকৌ মাথোঁ টকা হ'লেও নহয়। মিষ্টাৰ নায়াৰ, ৰিবা, নীতাহঁতৰ দৰে মানুহবোৰ তাৰ বাবে দায়ী নহয়নে? সিহঁতৰ কিছুমানে এতিয়া হাতত বন্দুক তুলি ল'লে। আন্ধাৰ পথেৰে ওলাই গ'ল। জীৱনত সিহঁতৰ এতিয়া ক্ষোভ-খঙৰ বাদে আন একো নাই। জীৱনৰ কোনো নিশ্চয়তা নাই।

কোনসময়ত বন্দুকৰ গুলীয়ে বুকু ভেদি যায় তাৰো একো ঠিকনা নাই। কোন সময়ত সিহঁতৰ হাতৰ বন্দুক গৰজি উঠে, কাৰ কলিজা বিদীৰ্ণ কৰি ওলাই যায় সিহঁতৰ বন্দুকৰ গুলীৰে ঠিকনা নাই তাৰো। — কিন্তু কিন্তু সিহঁত এনে হোৱাৰ কথা নাছিল। সিহঁতে হাতত বন্দুক তুলি লোৱাৰ কথা কোনোদিনেই নাছিল। মই ভালদৰে জানো। সিহঁততো সোণগুটি শস্যৰ সপোন দেখি ডাঙৰ হৈছিল। ...গাঁওখনত মানুহবোৰৰ মুখবোৰ এতিয়া ডাৱৰে ঢকা আকাশখনৰ দৰে গোমা হৈ থাকে। জোনাকেও যেন ভয়ে ভয়ে ভুমুকিয়ায়। ফাগুনৰ বতাহজাকতো মিহলি হৈ আছে বিভীষিকা। মাথোঁ মোৰ গাঁওখনতে নহয় ছাৰ... মোৰ সমগ্ৰ ৰাজ্যখনৰে এইখন এখন জ্বলন্ত ছবি। গাঁবৰ মাক-পিতাকবোৰৰ আতংকত শুকাই যোৱা মুখবোৰ দেখিলে মোৰ কণ্ঠ ৰুদ্ধ হৈছিল। চকুযোৰ ভৰি যায়।

অৰুণাভ ছাৰে মোৰ দুয়োবাহুত লাহেকৈ হাত দুখন থ'লে। মই দূৰলৈ... বহু দূৰলৈ চালো, আকাশলৈ। চকুত পৰিল চৰাইবোৰ। জাক পাতি চৰাইবোৰ আকাশখনৰ সিপাৰে থকা নিজৰ ঘৰলৈ গৈছেগৈ। বহুত দূৰত আছে সিহঁতৰ ঘৰ। অৰুণাভ ছাৰে জানো কি ভাবি ৰৈছিল। ঘূৰি চাই দেখিলো তেৰোঁ আকাশখনলৈ চাই ৰৈছে। মই মনত পেলাই দিলোঁ—

ঃ ছাৰ আপুনি কিন্তু মোক দুৰ্নীতি ভৰা ফাইলবোৰ বিচাৰি উলিয়াব বুলি কথা দিছে!

ঃ আৰু তুমিও মোক কিছুমান কথা দিছিলা বী। পাহৰিছা?

ঃ মই ছাৰ?

ঃ তুমি মোক এদিন সৌ চৰাইবোৰৰ ঘৰলৈ লৈ যোৱাৰ কথা আছিল।

ঃ চৰাইবোৰৰ ঘৰ...। হয় ছাৰ হয় চৰাইবোৰৰ ঘৰলৈ যোৱা পথ মই চিনি পাওঁ। আমি চৰাইবোৰৰ ঘৰলৈ যাম।

অৰুণাভ ছাৰে মোৰ সেমেকা চকুবোৰ মচি দিছিল। তেওঁৰ চকুত স্থিৰ হৈ ৰোৱা মোৰ চকুযোৰলৈ চাই কৈছিল—

ঃ দেয়াৰ ইজ আনাডাৰ অচেন—

অৰুণাভ ছাৰে একো নুসুধিলেও মই উপযাচিয়েই তেওঁক সকলো কথাই কৈছিলো। কিয় মই হাঁহিবলৈ কথা ক'বলৈ পাহৰি গৈছিলো। কিয় অৰুণাভ ছাৰৰ ওচৰত জাহিৰ কৰিবলৈ মোৰ কোনো অভিযোগ নাছিল। অৰুণাভ ছাৰে একো নোসোধাকৈয়ে মই তেওঁক অংশুমানৰ কথা কৈছিলো। কেনেকৈ অংশু মোৰ জীৱনলৈ আহিছিল। আন বহুতৰ দৰে যৌৱনৰ অলেখ মধুৰ স্মৃতি মোৰ নাই। মোৰ বাবে যৌৱন মানে মাথোঁ অংশুমান। যৌৱনে বাহ লোৱা শৰীৰত ভালপোৱাৰ ফুলে পাহি মেলিবলৈ সুৰুঙাকে পোৱা নাছিল। শৰীৰত খোপনি পুতি লোৱা যৌৱনৰ প্ৰতি ভ্ৰূক্ষেপো নাছিল। মই

আছিলো ৰক্ষণশীল পৰিয়াল এটাৰ ঘৰ্-গোনা ছোৱালী। পঢ়াশুনা কৰি ভালপোৱা ছোৱালী এজনী। শান্ত, নম্ৰ ভয়াতুৰ। লটাৰী খেলৰ দৰেই অংশুৰ লগত মই বিয়াত বহিলো। অংশুৰ সান্নিধ্যত অংশুৰ স্পৰ্শত মোৰ যৌৱনে সাৰ পাইছিল—

অংশু সুন্দৰ আছিল। স্বাস্থ্যবান আছিল। ব্যক্তিত্ব আছিল আকৰ্ষণীয়। মানুহে ভাল পাইছিল অংশুক। প্ৰথমদিনা অংশুক লগ পাইছিলো বান্ধৱীৰ ঘৰত। তেতিয়া মই মহাবিদ্যালয়ৰ শেষ বৰ্ষৰ ছাত্ৰী। অংশুৰ লগত মোৰ বান্ধৱী বিপাশাৰ ককায়েক নিবিড়দাই চিনাকি কৰি দিছিল।

ঃ মায়া এয়া মোৰ বন্ধু অংশুমান।

নমস্কাৰটো দিওঁতে মূৰ তুলি চাইছিলো নে নাই মনত নাই। কিবা হয়তো সাধাৰণ কথা সুধিছিল। উত্তৰ দিছিলো। সেইবোৰৰ এটা কথাও মনত নাই। মনত আছে, নিবিড়দাই কৈছিল—

ঃ অংশু এইৰ নামটো শুনিলিয়েই নহয়। নামে-কামে একেবাৰে মায়াবিনী। সাৱধানে থাকিবি—

অংশুৱে কৈছিল—

ঃ কেতিয়াবা কিবা ভুল হ'লে মাফ কৰি দিব দেই মায়াবিনী। মায়াৰ প্ৰয়োগ নকৰিবা আকৌ।

সকলোৱে হাঁহিছিল। কথাবোৰ সতকাই নুবুজাটোৱেই আছিল মোৰ স্বভাৱ। মই বিপাশা আৰু নিবিড়দাৰ মুখলৈ চাইছিলো। নিবিড়দাই মোৰ মূৰত টোকৰ মাৰি কৈছিল— ভেলেণ্ডী।

খুউব সহজতে কথাবোৰ মই পাহৰি গৈছিলো। অংশুৰ কথা দ্বিতীয়দিনা মোৰ মনত পৰা নাছিল। কেইদিনমানৰ পিছত এদিন নিবিড়দাই কৈছিল—

ঃ আজিকালি মোৰ বন্ধুৱে তোৰ কথা মাজে মাজে সোধে।

ঃ বন্ধু? কোন বন্ধু?

ঃ কিয় সিদিনা যে লগ পালি — অংশুমান।

মই একো উত্তৰ নিদিলো। কিনো সোধে তাকো নুসুধিলো। নিবিড়দাই ক'লে—

ঃ তহঁতৰ ঘৰলৈ এদিন লৈ যাম। কৈ থ'বি ঘৰত।

বিপাশাহঁতৰ ঘৰৰ মানুহ আমাৰ ঘৰলৈ অহাত কোনো নতুনত্ব নাই। তাত আকৌ ঘৰত কৈ থোৱাৰ কি কথা আছে। নক'লো। এদিন সন্ধ্যা সময়ত নিবিড়দা, অংশু আৰু অংশুৰ নবৌৱেক আহি ওলাইছিল। মই নিবিড়দা অহা বুলি দৌৰি ওলাই যাব খুজিছিলো। মায়াই থাপ মাৰি ধৰিলে—

ঃ মায়া...। কাপোৰযোৰ সলাই ল। স্কাৰ্টটো খোল। চাওঁ চুলিবোৰ ভালকৈ ফণিয়াই বান্ধি ল।

ঃ কিয় মা?

ঃ আলহী আহিছে নহয় নিবিড়ৰ লগত।

ঃ আলহী আহিলে মইচোন সদায় এনেকৈয়ে থাকোঁ।

মায়ে চকু ঘোপা কৰি ধৰিলে। মই তৎক্ষণাত মেখেলা চাদৰযোৰ সলাইছিলো। চুলি ফণিয়াইছিলো। চাহ-জলপানখিনি মায়ে এবাৰ নিৰীক্ষণ কৰি দিয়াৰ পিছত সেইখিনি লৈহে মই আলহীৰ সন্মুখলৈ ওলাইছিলো। কিবা এটা অজান আশংকাত দুৰুদুৰুকৈ কঁপা যেন লাগিছিল। নিবিড়দাই কৈছিল—

ঃ মায়া এয়া মোৰ বন্ধু — চিনি পাইছ নহয়?

ঃ নাই পোৱা নিবিড়দা।

ঃ কিয় সৌ সিদিনা দেখোন লগ পালি।

ভিতৰলৈ আহি নিবিড়দাই মোক গালি পাৰিছিল।

ঃ তই চিনি নাপাওঁ বুলি ক'লি কিয়? বেচাৰা লাজত ৰঙা-ক'লা পৰি গ'ল।

মই কিন্তু সঁচাকৈ অংশুক চিনি পোৱা নাছিলো। মানুহ এজনৰ চেহেৰা পাহৰি যোৱাটো কিনো দোষণীয় কথা। মই মনে মনে ক্ষুণ্ণ হৈছিলো। কেইদিন মানৰ পিছত অংশুৰ নবৌৱেক আকৌ আহিছিল। বায়েক-ভায়েক-মাক-দেউতাক... সকলোবোৰৰে অহা-যোৱা হৈছিল। ভনীয়েকে সুধিছিল—

ঃ ৰিজাল্ট ভাল হ'লে কি কৰিবা?

ঃ পঢ়িম।

সাধাৰণভাৱে কৈছিলো। ভনীয়েকে মোক ফুচ্‌ফুচাই কোৱাদি ক'লে—

ঃ বিয়াৰ পিছত দাদাই তোমাক পঢ়িবলৈ নিদিয়ে।

ঃ বিয়া??

মা-দেউতাৰ ওপৰত সেইদিনা ভীষণ অভিমান হৈছিল। নিশা খোৱা-বোৱা নকৰাকৈ শুই পৰিছিলো। কান্দিছিলো। মায়ে গাত, কপালত হাতখন থৈছিল। চুলিৰ মাজে মাজে হাত বুলাই দি কৈছিল—

ঃ এয়া প্ৰকৃতিৰ নিয়ম মাজনী। আমি ভাগ্যৱান। তয়ো ভাগ্যৱতী। অকণো কষ্ট নকৰাকৈ ঘৰলৈকে দৰা আহি তোক পছন্দ কৰিছে। ক'তো অকণো হকাবধা নাই। এনেকৈ কান্দি অমংগল চপাব নাপায় নহয় মা।

দেউতা সেইদিনাৰ পৰা মোৰ পৰা আঁতৰি থকা হৈছিল। তলমূৰ কৰি থকা হৈছিল। তেওঁ যেন মোৰ ওচৰত কিবা এটা অপৰাধহে কৰিছে। পিছদিনাৰ পৰা মই ঘৰখনৰ প্ৰতিটো বস্তু নতুনকৈ চোৱা আৰম্ভ কৰি দিছিলো। প্ৰতিটো বস্তুৱে মোক কন্দুৱাইছিল। পঢ়া টেবুলখনে মোক দেখিলেই চিঞৰি উঠে—

ঃ তুমি আমাক এৰি যাবাগৈ?

প্রতিটো নির্জীৱ বস্তুতে মই প্রাণ বিচাৰি পোৱা হৈছিলো। বাচন-বর্তন, কাপ-প্লেটবোৰ ধুবলৈ গৈ চকুৰ পানী ওলাইছিল। সিহঁতক মই এৰি যাম। বিছনা চাদৰ, পর্দা, টেবুলক্লথ এই সকলোবোৰ মোৰ — মাথোঁ মোৰ। ঘৰসৰা ঝাড়ুডাল, বাঢ়নীডালকো মনে মনে কওঁ— দুখ নকৰিবা দেই! মই আকৌ আহিম। পদুলিৰ ফুলবোৰক কওঁ— মই নাই বুলি নুফুলাকৈ নাথাকিবা! ঘৰখনৰ আচবাব-পত্ৰবোৰ মই বাৰে বাৰে চুই চাইছিলো! মোৰ অবিহনে সিহঁতৰ যেন বৰ কষ্ট হ'ব! কলিজাখন ফাটি যাব খোজে। যিমানেই নির্জীৱ বস্তুবোৰ মোৰ কাষলৈ আহিছিল— মা দেউতাহঁত সিমানেই দূৰলৈ আঁতৰি যোৱা যেন লাগিছিল।

এদিন অংশুৰ মাকে মোৰ আঙুলিত সুন্দৰ আঙুঠি এটা পিন্ধাই দিলেহি। দেউতাই দিয়া কণমাণি পুৰণি হৈ যোৱা আঙুঠিটো কাষৰ আঙুলিটোত একেবাৰেই জঁয় পৰি গ'ল। সেইদিনা ভাত ৰান্ধি থাকোঁতে চুচুক-চামাককৈ গৈ মাক মাতিলো।

ঃ মা...

ঃ ওঁ কি হ'ল—

মই সংকোচ কৰা দেখি মা আচৰিত হ'ল। ওচৰলৈ আহি মৰমেৰে সুধিলে—

ঃ কিবা ক'বি নেকি মাজনী?

ঃ মা, দেউতাই দিয়া আঙুঠিটো মই লৈ যামনে? মই লৈ যাম দেই মা!

সেইদিনা মায়ে হুৰাওৰাৱে কান্দিছিল। আঙুঠিটো মই লৈ আহিলো। খুওব সোনকালে মোৰ বিয়া হৈ গ'ল। বিয়াৰ দিনালৈকে দেউতাই মোলৈ মূৰ তুলি নাচালে। আলেঙে-আলেঙে চাইছিল যদি নাজানো।

প্রথম দিনা অংশুৰ কোঠাত অংশুৰ বাবে অপেক্ষা কৰা দিনটোৰ কথাও লাজ-সংকোচ ঠেলি অৰুণাভ ছাৰক কৈছিলো। — মই নাজানিছিলো অংশুলৈ কেনেকৈ অপেক্ষা কৰা উচিত। সাজি-কাচি চিনেমাৰ নায়িকা কন্যাই নায়কলৈ অপেক্ষা কৰাৰ দৰে নে খুউব সাধাৰণভাৱে। কোনে কি শিকাই দিছিল সময়ত মোৰ একো মনত পৰা নাছিল। কোনো কল্পনাও নাছিল মনত। চকুত, বুকুত, হাতত সমগ্র শৰীৰত প্রেম নাছিল। আছিল ভয়, আছিল দ্বিধা-সংকোচ আৰু আছিল সকলোবোৰ সহজভাৱে মানি লোৱাৰ বাবে অহৰহ চলোৱা প্রস্তুতি। তথাপি একো সহজ হোৱা নাছিল। বিছনাত ফুল, খিৰিকীত ফুল, দুৱাৰত ফুল, মোৰ খোপাত ফুল — সকলোতেই ফুল ফুলিছিল আৰু কোঠাটোত পথভ্রষ্ট হৈ ঘুমুটিয়াই ফুৰিছিল এজাক সুবাসে। ফুলফুলা নাছিল মাথোঁ মোৰ মনত, মোৰ বুকুৰ মাজত। ফুলৰ মাজত কুঁচি-মুচি মই বহি ৰ'লো। ওপৰলৈ চালো। চিলিঙত মকৰা এটাই পাকঘূৰণি খাই ঘূৰি ফুৰিছে। হয়তো তাতে ক'ৰবাত তাৰ জাল আছিল। বিয়াৰ বাবে কোঠাটো পৰিষ্কাৰ কৰোতে, চূণ তেল দিওঁতে তাৰ জাল ভাগি গৈছে। সি পুনৰাই জাল গঢ়াৰ পৰিকল্পনা কৰিছে। মই থৰ

লাগি চায়েই ৰ'লো — চায়েই ৰ'লো। এসময়ত সি জালগুঁথা আৰম্ভ কৰিলে।

দুৱাৰ খুলি অংশুমান ভিতৰলৈ সোমাই আহোঁতে ৱালক্লকটোৰ ঘণ্টাৰ কাঁটাডাল ঢংকৈ উঠিল। মই উচপ্ খাই উঠিলো। অংশুৱে মোলৈ চাই অকণমান হঁহা যেন কৰিলে। মই ক'লো—

ঃ মকৰা মকৰা।

একো নুবুজি তেওঁ মোলৈ চালে। মই ক'লো—

ঃ সৌ সৌ সৌ মকৰাটোলৈ চাওঁক। কেনেকৈ জাল গুঁথিব ধৰিছে।

তেওঁ হয়তো আচৰিত হ'ল। ময়ো। সেইটোও কোৱা কথানে? ফুলশয্যাৰ নিশা স্বামীক? তেওঁ খন্তেক মকৰাটোলৈ চাই বিছনাখনত বহি পৰিল। মোৰ গাত হাত এখন থ'লে। মই আকৌ চমকি উঠিলো। তেওঁ ক'লে—

ঃ মায়াবী —মই বৰ প্ৰেকটিকেল মানুহ। বুজিলাতো?

একো নুবুজাকৈয়ে মই মুৰ দুপিয়ালো, অৰ্থাৎ বুজিলো আৰু একেদৰেই বহি থাকিলো। তেওঁ ক'লে—

ঃ যোৱা, এতিয়া চেঞ্জ কৰি আহাঁ। মই ভাবিছিলো তুমি নিশ্চয় ফ্ৰেচ্ হৈ নিশাৰ পোছাক পিন্ধি ৰেডী হৈ আছা — কিন্তু তুমিতো! বাৰু বাদ দিয়া। এতিয়া যোৱা। দেৰী নকৰিবা।

তেওঁ ফুলাম বিছনাখনৰ পৰা ফুলবোৰ দলিয়াই দি বিছনা চাদৰখন জাৰি-জোকাৰি পাৰি দিলে। বিছনাত বাগৰ দিলে। মই তেওঁৰ কোঠা সংলগ্ন বাথৰুমত সোমালো। ফ্ৰেচ হৈ ওলাই আহিলো। তেওঁ ক'লে—

ঃ আহাঁ মায়াবী।

আহিলো। বিছনাখনত ওলমি থকা মালাবোৰৰ পৰা ফুলবোৰে আমালৈ চাই থাকিল। সিহঁতৰ লগতে সাৰে থাকিল ডীম লাইটটো। শেষ ৰাতিলৈ মই যেতিয়া উচুপি উঠিছিলো, বুকুখন ভাগি যোৱাৰ উপক্ৰম হৈছিল তেতিয়া অংশু গভীৰ নিদ্ৰাত। ক'ৰবাত ফেঁচা এটাই কুৰুলিয়াইছিল। সেই ৰাতি সেই সময়ত মই পৃথিৱীৰ সবাতোকৈ নিঃস্ব ছোৱালীজনী হৈ পৰিছিলো।

মন্ত্ৰমুগ্ধ হৈ অৰুণাভ ছাৰে মোৰ কথাবোৰ শুনি গৈছিল। পৰিৱেশটো খুউব গম্ভীৰ হৈ পৰিছিল। মাজে মাজে অৰুণাভ ছাৰে দীঘলকৈ উশাহ লোৱা শব্দটোৱে মোক কিয় জানো বৰ কষ্ট দিছিল। কথাবোৰ ক'বলৈ গৈ মই ভাগৰি পৰিছিলো। অৰুণাভ ছাৰে মোৰ ক্লান্তি, মোৰ দুখবোৰক ওমলিবলৈ তেওঁ বাহুটি এৰি দিছিল আৰু মই অজানিতে ভৰ দিছিলো তেওঁৰ বাহুত। নহ'লে যে কথাবোৰ শেষ কৰা নাযায়।

তেনেকৈয়ে দ্বিতীয় দিন গ'ল। তৃতীয় দিন গ'ল। বহুদিন গ'ল। অংশুৰ লগত এদিন তেওঁৰ চাকৰিৰ ঠাইলৈ অৰ্থাৎ ইয়ালৈ গুচি আহিলো। দিনবোৰ সহজ হৈ

আহিল। সেই সংসাৰখনত অংশুক মোক কিমান ভাল লাগিছিল মই তেতিয়াও নাজানিছিলো এতিয়াও নাজানো। মাথোঁ জানিছিলো স্বামীক ভালপোৱা উচিত। ভাল পাবই লাগিব। শৰীৰে অংশুৰ শৰীৰৰ আবেদন স্বীকাৰ কৰি ল'লে। এখন খুউব সাধাৰণ সংসাৰ — বৈধ সংসাৰ।

বহুদিনলৈ অংশুৰ বন্ধুবৰ্গ আহি থাকিল। অংশুৱে তেওঁলোকৰ ওচৰত মই খুউব হোজা হৈ দেখুওৱাটো বিচাৰে। তেওঁ নিৰ্দেশৰ, তেওঁৰ ইচ্ছা-অনিচ্ছাৰ দাস হৈ দেখুওৱাটো বিচাৰে। অংশুৱে মোক অতীতৰ কথা সোধে। অতীতত মোৰ কাৰোবাৰ সৈতে প্ৰেম হৈছিল নেকি? শাৰীৰিক সম্পৰ্ক হৈছিল নেকি? মই জ্বলি-পকি উঠো। কিয়? কাৰোবাৰ সৈতে প্ৰেম হ'বই লাগিব নেকি? আৰু শৰীৰৰ মিলন বিয়াৰ আগতে? ছিঃ মোৰ দৰে ৰক্ষণশীল পৰিয়ালৰ ছোৱালী এজনীৰ বাবে এইবোৰ সম্ভৱনে? তথাপি মোৰ ঘৰৰ মানুহবোৰৰ পৰা, বন্ধু-বান্ধৱীৰ পৰা পাকে-প্ৰকাৰে অংশুৱে মোৰ অতীতৰ কথা জানিব খোজে। যিকোনো প্ৰকাৰে অংশুৱে মোৰ অতীতৰ উকা পৃষ্ঠাত প্ৰেমৰ অধ্যায় এটা লিখিব বিচাৰে। জিদ্ ধৰি ময়ো জানিব খুজিছিলো অংশুৰ প্ৰেমৰ অধ্যায়টো আৰু অংশুৱে নিঃসংকোচে, আগ্ৰহেৰে বখানিছিল তেওঁৰ জীৱনলৈ অহা বহুকেইজনী নাৰীৰ কথা। মই ঈৰ্ষান্বিত হৈছিলো। মই এই কাৰণে ঈৰ্ষান্বিত হোৱা নাছিলো যে মোতকৈ আগেয়ে মোৰ অংশুৰ জীৱনলৈ অন্য নাৰীৰ আগমন ঘটিছে বৰং মই ঈৰ্ষান্বিত হৈছো এই কাৰণে যে অংশুৰ জীৱনলৈ প্ৰেম আহিছিল। মোৰ জীৱনলৈ বিবাহপূৰ্বক প্ৰেম অহা নাছিল। মোৰো প্ৰেম হোৱা উচিত আছিল। কিয় বা মই ইমান ভয়াতুৰ আছিলো! কিয় বা মোৰ জীৱনত প্ৰেম নহ'ল আৰু কিয় বা কোনেও মোক প্ৰেম নিবেদন কৰাই নাছিল। মই তেন্তে প্ৰেমৰ যোগ্যই নহয় নেকি? অৱশেষত মই বৰ অদ্ভুত কাণ্ড এটা কৰিছিলো, মোৰ অতীতৰ কাল্পনিক অধ্যায় এটা সৃষ্টি কৰিছিলো। প্ৰেমৰ অধ্যায় — মোৰ প্ৰেমিকৰ নাম হ'ব নীলোৎপল চলিহা। মোতকৈ দুবছৰ ছিনিয়ৰ ছাত্ৰ। নহয় তিনি বছৰ। মোৰ প্ৰেম কাহিনীত বান্ধৱী বিপাশা, মালবিকা, উপাসনা — বন্ধু বিৰাজ, ভাস্কৰ, প্ৰীতম সকলোবোৰ আহিল। গাঁৱৰ বিহুতলী, নদীৰ ঘাট, ৰুমাল গামোছাৰে আৰম্ভ কৰিলে কেনে হ'ব বাৰু প্ৰেম কাহিনীটো? ওহোঁ ভাল নহ'ব। বৰ আহুকলীয়া হ'ব। অংশুৱে উপলুঙা কৰিব। তাতকৈ ভাল হ'ব কলেজ কেন্টিন, পাৰ্ক, ৰেষ্টোঁৰা, চিনেমা, থিয়েটাৰ, কল্ড ড্ৰিংকছ্, ফাষ্টফুড... পাৰ্টি...। হিন্দী চিনেমা, হিন্দী চিনেমা হ'ল নেকি বাৰু? নাই, ঠিকেই আছে। আধুনিক প্ৰেমতো তেনেকুৱাই হয়, মোৰ কল্পনা শক্তি দেখি মই নিজেই আচৰিত হ'লো। অংশুক ক'লো ৰসালকৈ। কিন্তু সকলো বিপৰীত হ'ল। যেনেকৈ নীৰৱে মই অংশুৰ প্ৰেম কাহিনী শুনিছিলো — যৌৱনৰ খুবেই স্বাভাৱিক ঘটনা বুলি ধৰি লৈছিলো অংশুৱে কিন্তু

তেনেকৈ নল'লে। মোৰ প্ৰতি অংশুৰ ঘৃণাভাব এটাৰহে জন্ম হ'ল। অংশুৱে মোক কলিজা থকা-সৰকা হোৱা কথা ক'লে—

ঃ ছিঃ ছিঃ মায়া মইতো তোমাক এনে চৰিত্ৰৰ ছোৱালী বুলি ভবা নাছিলোঁ।

ঃ কেনে চৰিত্ৰৰ অংশু?

জীৱনত প্ৰথমবাৰৰ বাবে কোনোবাই স্কুল-কলেজত শ্ৰেণীৰ আটাইতকৈ শান্ত ছোৱালীৰ আখ্যা পোৱা ছোৱালীজনীক চৰিত্ৰ উজাৰি কথা ক'লে আৰু সেইজন মোৰ স্বামী।

ঃ তোমাক প্ৰথমবাৰ লগ পাওঁতে তুমি খুউব শান্ত-শিষ্ট ছোৱালীৰ অভিনয় কৰি দেখুৱাইছিলা।

ঃ অভিনয় মই কোনোদিনেই কৰি পোৱা নাই অংশু। মই প্ৰকৃতাৰ্থত এজনী শান্ত-শিষ্ট ভয়াতুৰ ছোৱালী।

ঃ তেন্তে এইবোৰ কি?

ঃ এইবোৰতো তোমাৰ জীৱনতো হৈছে। তুমিও তেন্তে চৰিত্ৰহীন দগাবাজ।

অংশু আৰু মোৰ খুউব বিতৰ্ক হৈছিল। কাজিয়া হৈছিল। যদিও দেখাত আমাৰ অনাহকত কাজিয়া হৈছিল, সঁচা কথাটো কৈ দিলেই সকলো ঠিক হৈ যায় — মোৰ কিন্তু কাজিয়াখন অনাহকত হোৱা যেন লগা নাছিল। সঁচা কথাটো কৈ দিয়াৰ ইচ্ছাও হোৱা নাছিল। অংশুৰ জীৱনৰ যিটো ঘটনা মোৰ বাবে গ্ৰহণযোগ্য মোৰ জীৱনৰ একেটা ঘটনা অংশুৰ বাবে গ্ৰহণযোগ্য কিয় নহয়? অংশুৱে কথা ক'ম ক'বলৈ লৈছিল। কামৰ কথাহে মাথোঁ কৈছিল। চাওঁ নাচাওঁকৈ মোলৈ চাইছিল আৰু নিশা চুওঁ নুচুওঁকৈ মোক চুইছিল। কৈ পেলাইছিল—

ঃ মই তোমাক সম্পূৰ্ণ ভাৰ্জিন বুলি ভাবিছিলোঁ। মোৰেই ভাগ্য বেয়া যে আনৰ জুঠা..অপবিত্ৰ...

ঃ ময়ো তোমাক সম্পূৰ্ণ ভাৰ্জিন বুলি ভাবিছিলো। মোৰেই ভাগ্য বেয়া অংশু। আনৰ জুঠা... অপবিত্ৰ খেলখন ড্ৰ হৈ গৈছে অংশু!

সমানে সমানে ময়ো প্ৰত্যুত্তৰ দিছিলো। অংশুৱে গৰ্বেৰে কৈছিল—

ঃ পুৰুষৰ আকৌ কিহৰ ভাৰ্জিনিটি?

সকলো পৰিষ্কাৰ হৈ পৰিছিল। সমস্যাটো হ'ল পুৰুষ আৰু নাৰীৰ। অংশু পুৰুষ বাবে বিবাহোত্তৰ প্ৰেম হ'ব পাৰে। সকলো হ'ব পাৰে। নাৰীৰ নোৱাৰে। তাৰমানে মোৰ বৈধ সংসাৰখনত মই আজীৱন অংশুৰ দাসত্ব স্বীকাৰ কৰি ল'ব লাগিব। অংশুক মই সঁচা কথা কৈ পেলাইছিলো। ভয়ত নহয় — অভিমানত, দুখত। অংশুৰ আবেগত কিন্তু ক'তো অলপো আঘাত লগা নাছিল। কোনো অনুশোচনা হোৱা নাছিল, বৰং অংশুৱে অনুসন্ধান কৰিছিল মই পঢ়া কলেজখনত কোনোবা নীলোৎপল চলিহা নামৰ

ছাত্ৰ আছিল নে নাই। বিপাশা আৰু নিবিড়দা আশ্চৰ্যত ডুব গৈছিল। কথাবোৰ স্পষ্ট হোৱাৰ পিছত অংশুৱে স্বস্তিৰ নিশ্বাস পেলাইছিল। মই গোপনে দুখ পুহিবলৈ আৰম্ভ কৰিছিলোঁ।

লাহে লাহে মই অনুভৱ কৰিবলৈ লৈছো বৈধ সংসাৰবোৰ কেনেকৈ চলে। অনুভৱ কৰিবলৈ লৈছো বৈধ সংসাৰবোৰতকৈ অবৈধ প্ৰেম বোধহয় ভাল। লগে লগে মোৰ মনত প্ৰশ্ন জাগে— প্ৰেম অবৈধ হ'ব পাৰেনে নোৱাৰে। মই নাজানো। কাৰণ প্ৰেম মোৰ জীৱনলৈ অহাই নাই। বৈধ সংসাৰখনৰ বৈধ স্বামীজনৰ প্ৰতি মই যি অনুভৱ কৰিছিলো সেয়া জানো প্ৰেম আছিল? নে সেয়া মাথোঁ দায়বদ্ধতা? মাথোঁ বান্ধোন। য'ত সুৰুঙা পালেই অংশুৱে খুঁচৰি পেলাব খোজে মোৰ অতীত — য'ত থাকে মাথোঁ ভৱিষ্যতৰ আঁচনি।

এইবাৰ মোৰ মাতৃ হোৱাৰ পাল। কিন্তু মানসিকভাৱে মাতৃ হ'বলৈ মই মুঠেও বিচৰা নাছিলো। হয়তো শাৰীৰিকভাৱেও। মোৰ মনত মাতৃত্বৰ বাসনা তেতিয়াও জাগি উঠা নাছিল। ইচ্ছা আছিল আৰু অলপ পঢ়াশুনা কৰোঁ। এটা চাকৰি বিচাৰো, মোক পঢ়ুৱাই দেউতাই পানীত পেলোৱা টকাবোৰৰ অন্ততঃ কিবা এটা হয় যদি হওক। দেউতাৰ জোৰা-টাপলি মৰা সংসাৰখন চলাই নিয়াত কিছু সহায় কৰোঁ। কিন্তু মোৰ কথা শুনি অংশু গৰজি উঠিল।

ঃ কি? তুমি নাৰীনে সঁচাকৈ? তুমি কেনেধৰণৰ নাৰী? যাৰ অন্তৰত মাতৃ হোৱাৰ বাসনা নাই?

বহুকথা নুবুজাৰ দৰে অংশুৰ সন্তানৰ বাসনা কিমান মই কোনোদিনেই নুবুজিলো। নুবুজিলো মই নিজে মায়াবী নামৰ মানুহজনী কেনে ধৰণৰ নাৰী। নুবুজিলো কিয় নাৰী মাত্ৰেই সন্তানৰ বাসনা জাগি উঠিব লাগে, কিয় সন্তানৰ সপোন নাৰীৰ সহজাত প্ৰবৃত্তি বুলি ধৰা হয়। নুবুজিলো মাতৃ হোৱাতকৈ কিয় মই পিতৃৰ জোৰা-টাপলি মৰা সংসাৰখনৰ সুযোগ্য সন্তান হোৱাৰ সপোনহে বেছিকৈ দেখিছিলো। কিয় অত'দিনে পিতৃৰ অশেষ ত্যাগৰ বিনিময়ত আহৰণ কৰা শিক্ষাখিনিৰ সদ্‌ব্যৱহাৰৰ সপোনে মোক অস্থিৰ কৰি তুলিছিল। মই মাথোঁ বুজিছিলো অংশুৰ পিতৃ-মাতৃৰ সপোনটোৰ কথাহে। তেওঁলোকে নাতি এটি বিচাৰে। কথাবোৰ গৈ মা-দেউতাৰ কাণত পৰিছিলগৈ। আনকি বিপাশা আৰু নিবিড়দাৰ কাণতো। মা আহি মোক বুজালেহি।

ঃ ভয় কৰিছ কিয় মাজনী। সকলো ঠিক হৈ যাব সময়ত।

চিঞৰি গগন ফালিছিল অংশুৱে।

ঃ চাকৰি কিয় লাগে তোমাক? তুমি খাবলৈ-পিন্ধিবলৈ পোৱা নাই নেকি?

তাৰমানে অংশুৰ সৈতে মোৰ ভাত-কাপোৰৰ চুক্তি। খোৱা-পিন্ধাৰ বিনিময়ত মই অংশুক দিম সংগ সুখ, সন্তান আৰু অংশুৱে যি বিচাৰে সকলো। মনলৈ বাৰে বাৰে

এটা প্ৰশ্ন আহিছিল— মই তেন্তে বেশ্যা নেকি? বেশ্যা আৰু মোৰ পাৰ্থক্য কি? মই সমাজৰ এক বিচিত্ৰ বেশ্যা নেকি? খোৱা-পিন্ধাৰ বাবে নিজৰ সকলো আশা-আকাংক্ষা এজন পুৰুষৰ হাতত বিসৰ্জন দিয়া। হয়তো পাৰ্থক্য মাথোঁ ইমানেই খোৱা-পিন্ধাৰ বাবে মই মাথোঁ স্বামী উপাধিধাৰী এজনৰ ওচৰত নিতৌ বিক্ৰী যাব লাগে। দাসী হৈ থাকিব লাগে। বহুজনৰ ওচৰত নহয়। হয়তো সমাজ স্বীকৃত বেশ্যাৰ সন্তানে পিতৃৰ নাম পায়। মোৰ জীৱনত মোক কি লাগে, কি নালাগে সকলো ঠিক কৰিব অংশুৱে!

হয়, সেয়ে হ'ল। ইতিমধ্যে সন্তানৰ ভ্ৰূণে মোৰ গৰ্ভত থিতাপি লৈছিল আৰু অংশুৰ মনৰ মাজত থিতাপি লৈছিল অহংকাৰে — পিতৃত্বৰ অহংকাৰ, পৌৰুষত্বৰ অহংকাৰ। গৰ্ভত বাঢ়ি অহা ৰুমীৰ লগে লগে মনৰ আন্ধাৰ কোণত দুখৰ শিশু এটাও বাঢ়ি আহিল— যথাসময়ত ৰুমীৰ জন্ম হ'ল। তাইৰ ধুনীয়া মুখখনে মোৰ সকলো মান-অভিমান ধূলিস্যাৎ কৰি নিলে। মাথোঁ মাজে মাজে দেউতাৰ চিন্তাক্লিষ্ট মুখখনৰ প্ৰতিচ্ছবিয়ে মোক বৰকৈ আমনি কৰে। অংশুৰ পত্নী আৰু ৰুমীৰ মাকৰ মাজত পৱিত্ৰ ভাগৱতীৰ বৰজীয়ৰী মায়াবী, তেওঁৰ মৰমৰ মুনুজনীৰ অস্তিত্ব তেনেই নিষ্প্ৰভ হৈ পৰিল। দেউতাৰ বাবে কিবা এটা কৰাৰ কল্পনা মাথোঁ কল্পনা হৈয়েই ৰ'ল। কাৰণ মই যে ছোৱালী। ল'ৰা হোৱা হ'লে গোটেই ঘৰখনৰ দায়িত্ব হাঁহিমুখে কান্ধ পাতি ল'ব লগা হ'লহেঁতেন। কণমানি ৰুমীজনীক কোলাত লৈ আপোন পাহৰা হৈ থকা অংশুক দেখিলে দেউতাৰ কথা মনত পৰি মোৰ বুকুখন বিষায়। এনেকৈয়ে মোকো দেউতাই মৰম কৰিছিল। সপোন দেখিছিল বহুত। যেনেকৈ অংশুৱে কণমাণি ৰুমীজনী ডাক্তৰ-ইঞ্জিনিয়াৰ হোৱা সপোন দেখে। সকলো জানি-বুজিও মই কিন্তু একো কৰিব নোৱাৰিলো। সজাত বন্দী পক্ষীৰ দৰে চট্‌ফটাই থাকোঁ। অংশুৱে বিচাৰে তেওঁৰ মাক-দেউতাকৰ সেৱা-শুশ্ৰূষাৰ বাবে মই সকলো সময়তে সক্ষম হৈ থকাটো। মোৰ মা-দেউতাৰ ঘৰখনৰ প্ৰতি অংশু কিন্তু তেনেই উদাসীন। বৰং মোৰ মা-দেউতা তেওঁৰ ওচৰত সৰু হৈ থকাটোহে তেওঁ বিচাৰে।

ভাবি লৈছিলো বৈধ সংসাৰবোৰ এনেকৈয়ে চলে। তথাপি অনৰ্থক বুলি জানিও সুবিধা পালেই অংশুৰ ওচৰত মোৰ চাকৰি কৰাৰ হাবিয়াসৰ কথা কওঁ। দেউতাৰ কথা কওঁ। অংশুৱে এদিন কৈ পেলাইছিল—

ঃ তুমি পাৰিবা জানো? মানে তুমি পাবা জানো? চাকৰি এটা পাবলৈ হ'লেতো প্ৰথমে তুমি যোগ্য হ'ব লাগিব মায়া। আনুষংগিক কথাবোৰ পিছত আহে। উৎকোচ বাৰু মই দিলোৱেই।

অংশুৱে মোৰ যোগ্যতা সম্পৰ্কে সন্দেহ প্ৰকাশ কৰি এনে তুলুঙা মন্তব্য কেনেকৈ দিব পাৰিলে মই ভাবিব নোৱাৰিলো। তেওঁ জানো মোৰ বুদ্ধিমত্তা দেখিছে? তেওঁৰ বাবে মই, হয়তোবা সমগ্ৰ নাৰী জাতি, পুৰুষৰ শয্যাসংগিনী হোৱাৰ বাদে আন একোৰে উপযুক্ত নহয়।

ঃ উৎকোচ দি মোক চাকৰি লৈ দিব নালাগে অংশু।

সেইদিনা মোৰ আত্মাভিমান আত্মসম্মান নিজৰ ওচৰতে থানবান হৈ গৈছিল। অংশুৰ বাবে মায়াবীৰ কোনো পৃথক আত্মসম্মান থাকিবই নোৱাৰে। যি আছে অংশুমান শৰ্মাৰ লগত সংলগ্ন হৈ আছে। সেইদিনা ভয়াতুৰ লাজকুৰীয়া শান্ত-শিষ্ট মায়াবীৰ মাজত নিটাল মাৰি শুই থকা অহংকাৰী সাহসী আৰু জেদী মায়াবীজনী হঠাৎ সাৰ পাই উঠিল। অংশুৰ ইতিকিং ভৰা কথা কেইষাৰ কথা নহয় যেন একোপাট তীৰহে আছিল। অংশুৰ অনুমতি প্ৰয়োজন বুলি নাভাবি মাথোঁ অংশুক কৈ মই ঘৰৰ পৰা ওলাই গৈছিলো।

ঃ ৰুমীক পলিঅ' খুৱাই উভতি আহোঁতে মই কাৰিকৰী শিক্ষা প্ৰতিষ্ঠানলৈ যাম।

ঃ কিয়?

ঃ নাম ভৰ্তিৰ বাবে আৱেদন-পত্ৰ আনিবলৈ।

ঃ কাৰ?

ঃ মোৰ। চিন্তা নকৰিবা অংশু। মই স্কলাৰশ্বিপৰ বাবেই পৰীক্ষা দিম। স্কলাৰশ্বিপ পালেহে পঢ়িম।

ঃ এইবোৰ কৰি কি কৰিবা?

ঃ কিয় চাকৰি কৰিম।

অংশুৱে আমোদ পাইছিল। কৌতুক ভৰা হাঁহি মাৰিছিল। কৈছিল—

ঃ যোৱা যোৱা তোমাৰ বাবে চাকৰি গছত লাগি আছে। এটা পাৰি ল'লেই হ'ল।

অংশুৱে ভবা নাছিল মই সঁচাকৈ কিবা এটা কৰিম বুলি আৰু মই ভাবিছিলো— কিবা এটা কৰিমেই। কৰিব লাগিবই। অংশুক আচৰিত কৰি মই কাৰিকৰী শিক্ষা প্ৰতিষ্ঠানত নাম ভৰ্তি কৰিছিলো। স্কলাৰশ্বিপৰ বাবে হোৱা পৰীক্ষাত মই প্ৰথম স্থান লাভ কৰিবলৈ সক্ষম হৈছিলো। এইবাৰ অংশুৱে খুউব এটা বাধা নিদিলে। উৎসাহো নিদিলে। প্ৰশংসাসূচক এটা শব্দও উচ্চাৰণ নকৰিলে। মাথোঁ মোক সাৱধান কৰি দিলে— ৰুমীয়ে যাতে কষ্ট নাপায়।

মই কিন্তু ৰুমীতকৈ বেছি তেওঁক লৈহে সতৰ্ক হৈছিলো; তেওঁৰ যাতে ক'তো অকণো ব্যাঘাত নজন্মে। কাৰণ তেওঁৰ সুখ-সুবিধাৰ ওপৰতে নিৰ্ভৰ কৰিছিল মোৰ নতুন শিক্ষা জীৱন। সঁচাকৈয়ে অংশুৰ আব্দাৰবোৰ আগতকৈ বাঢ়িছিল। আগেয়ে নিজে কৰি লোৱা দুই এপদ কামো তেওঁ নকৰা হ'ল। ঘৰৰ পৰা মা আহিছিল ৰুমীক চোৱা-চিতাৰ নামত। কিন্তু ৰুমীতকৈ বেছি তেওঁৰহে আউল মাৰিব লগা হ'ল। কেতিয়াবা ভাইটি আহি মাক দুদিন মানৰ কাৰণে ঘৰলৈ পঠায়। এফালে অংশু — ঘৰৰ কাম-কাজ, ৰন্ধা-বঢ়া, ধোৱা-পখলা — আনফালে মোৰ ক্লাচ, প্ৰাইভেট চেক্ৰেটৰীশ্বিপ, ষ্টেনোগ্ৰাফী, কম্পিউটাৰৰ বিভিন্ন পাঠ্যক্ৰম টাইপিং ইত্যাদি আৰু বুকুৰ পিয়াহ খোৱা

কৰ্মী। সকলো কৰি গৈছিলো। স্বাস্থ্য ভাগি পৰিছিল মন কিন্তু ভাগি পৰা নাছিল। মই যে সফল হ'বই লাগিব। অন্ততঃ দেউতাৰ বাবে। এদিন মোৰ শিক্ষা শেষ হৈছিল। সফল হৈছিলো আৰু চাকৰিৰ বিজ্ঞাপন বিচাৰি ফুৰিছিলো। আবেদন কৰিছিলো। সৌভাগ্যক্ৰমে কেইবাখনো দুৱাৰ পাৰ হৈ অৰুণাচল প্ৰদেশ চৰকাৰে পতা সাক্ষাৎকাৰ এটিত বহু প্ৰাৰ্থীৰ ভিতৰত প্ৰথম হৈ মই এই পাৰ্চনেল এচিষ্টেন্টৰ চাকৰিটো পালো। আনন্দত মতলীয়া হৈ পৰিছিলো মই সেইদিনা। মই আত্মনিৰ্ভৰশীল হ'লোঁ। এটা সুন্দৰ সপোন মোৰ বাস্তৱ হ'ল। মোতকৈও বেছি আনন্দিত হ'ল দেউতা। দেউতাই হেনো সেইদিনা আনন্দৰ লগে লগে দুখ কৰিছিল। মাক কৈছিল—

ঃ আমাৰ ভুল হ'ল বুজিছা মুনুৰ মাক। তাইক আমি আৰু পঢ়ুৱাব লাগিছিল।

জীৱনৰ এটা নতুন অধ্যায় আৰম্ভ হ'ল। ব্যস্ত জীৱন। অত্যন্ত উৎসাহ। কিন্তু চাকৰি পাই দেউতাক সহায় কৰাটো বহুত দূৰৰ কথা হৈ পৰিল। মই মাহৰ দৰ্মহা পোৱাৰ আগতেই অংশুৰ নতুন নতুন আঁচনি নতুন নতুন পৰিকল্পনা তৈয়াৰ হয়। মানি ল'বলৈ মই বাধ্য। মানি নল'লেই কাজিয়াৰ সূত্ৰপাত হয়। পৰিয়ালটোত শান্তি বজাই ৰাখিবলৈ ত্যাগ সদায় ময়েই কৰিব লগা হয়। চাকৰি পোৱাৰ পিছৰ পৰা অংশুৱে মোৰ হাতত আগৰ দৰে মাহৰ খৰচৰ টকা নিদিয়া হ'ল। দৰ্মহাৰ হিচাবো নিদিয়া হ'ল। আগেয়ে মোৰ প্ৰয়োজনীয় বস্তু আনি দিছিল তেওঁ। চাকৰি পোৱাৰ পিছত খুজিবও নোৱাৰা হ'লো। সাধাৰণ বস্তু এটা ল'বলৈ মই বহুদিন অপেক্ষা কৰিব লাগে। এটা এটাকৈ ঘৰৰ সমস্ত খৰচ মোৰ দায়িত্বত পৰিবলৈ ধৰিলে। অংশুৰ হাতত সদায় পইচা নথকা হ'বলৈ ধৰিলে। আটাইতকৈ দুখ লগা কথা হ'ল চাকৰি পোৱাৰ পিছৰ পৰা মোৰ মা, দেউতা, ভাইটি, ভণ্টিহঁত মোৰ ওচৰলৈ অহাটো অংশুৱে পছন্দ নকৰা হ'ল। সিহঁত আহিলে অংশুৱে মুখ ওফোন্দাই থাকে। সিহঁতে মনোকষ্ট পাই বুলি মই অনবৰতে সতৰ্ক হৈ থাকিব লাগে। মই যেন চাকৰি কৰি এটা ডাঙৰ অপৰাধ হে কৰিছোঁ। অংশুক বহুবাৰেই মই কৈ পেলাইছো—

ঃ অংশু চাকৰি কৰি মই কোনো অপৰাধ কৰা নাই। তোমাক সহায় হে কৰিছোঁ। টুঁচি-মাজি দৰ্মহাৰ টকাখিনি অংশুৰ সন্মুখতে খৰচ কৰাৰ পিছতো তেওঁ সদায় সন্দেহ কৰে মই মা, দেউতা, ভাইটি, ভণ্টিহঁতক লুকুৱাই টকা দিওঁ বুলি। অৱশ্যে সঁচাকৈ সিহঁতক কিবা এটা দিব লগা হ'লে মই লুকুৱাই দিবলৈ বাধ্য হৈছিলো। মাজে মাজে অংশুক শুনাইছিলো—

ঃ দেউতাৰ ওচৰত তুমি কৃতজ্ঞ হোৱা উচিত। দেউতাই পঢ়ুৱাই নোথোৱা হ'লে আজি মই উপাৰ্জন কৰিবলৈ সমৰ্থ নহ'লোহেঁতেন।

ঃ অশিক্ষিত মানুহে কি উপাৰ্জন নকৰে? আৰু নাৰীক উপাৰ্জন কৰিবলৈ শিক্ষাৰ কি প্ৰয়োজন?

অংশুৱে অদ্ভুত অযুক্তিকৰ অপ্ৰাসংগিক কথা কিছুমান কয়। কোনোবা সময়ত মোৰ মূৰৰ ঘিউ উথলি উঠে। এইবোৰ কেনেধৰণৰ কথা? মোৰ শৰীৰৰ পেশীবোৰ খণ্ডত উত্তেজিত হৈ উঠে। কিন্তু ঘৰখনৰ নিৰ্জীৱ আচবাববোৰক অত্যাচাৰ কৰাৰ বাদে মই আন একো কৰিব নোৱাৰো। কিবা এষাৰ ক'লেই বহুদিনলৈ ঘৰখনৰ পৰিৱেশটো গোমা হৈ থাকে। কণমানি কমীজনীয়ে আমি তৰ্ক-বিতৰ্ক কৰা দেখিলে ভয় খায়। কুঁচি-মুচি মোৰ কোলাত সোমাই থাকিব বিচাৰে। মনটো গধুৰ হৈ থাকিলে ঘৰৰ, অফিচৰ দায়িত্ববোৰ সুচাৰুৰূপে চলাই নিয়াত কষ্ট হয়। সকলোবোৰ ময়েই ভুগিব লাগে। অংশুৱে ডাইনিং টেবুলত সজাই ৰখা ভাত খাই ধীৰে-সুস্থিৰে অফিচলৈ ওলাই যায়। বন্ধুৰ লগত কেতিয়াবা আধাৰাতিলৈ তাচ খেলে। পাৰ্টি উপভোগ কৰে। টিভিত খেল চায়, চিনেমা চায়। মই বুজি নাপাওঁ কি অপৰাধত মই অংশুৰ সকলোবোৰ অপবাদ-অপমান বাক্যবাণ সহ্য কৰি যাবলৈ বাধ্য হওঁ। নাৰী হোৱাৰ বাবে নে সমাজ স্বীকৃত এই বৈধ সংসাৰখনৰ স্ত্ৰী হোৱাৰ বাবে? নে অংশুৰ সন্তানৰ মাক হোৱাৰ বাবে? কোনটো ইমান ডাঙৰ অপৰাধ কৰিলো মই যাৰ বাবে মোৰ শাস্তি যাৱজ্জীৱন কাৰাদণ্ডতকৈ কোনো গুণে কম হোৱা নাই। ভাবি ভাবি মই উৱাদিহ নাপাইছিলো। তথাপি সকলো চিন্তা-ভাৱনা দলিয়াই দি সহজ হোৱাৰ যত্ন কৰিছিলো। মোৰ এনে চিন্তা-ভাৱনা অসন্তুষ্টি পেটত থকা সন্তানটোৰ বাবে হানিকাৰক। ভাবিয়েই মই শিহৰি উঠিছিলো। দিনে দিনে স্ফীত হৈ উঠা পেটটোত মৰমেৰে হাত বুলাইছিলো — মোক ক্ষমা কৰিবা মোৰ সোণ — হয় মই দ্বিতীয়বাৰৰ বাবে অংশুৰ সন্তানৰ মাক হ'বলৈ ওলালো। চাকৰি পোৱাৰ আনন্দ উপভোগ কৰিবলৈ নৌ পাওঁতেই অফিচৰ কামবোৰ ভালকৈ জানি-বুজি ল'বলৈ নাপাওঁতেই গৰ্ভত দ্বিতীয় সন্তানে স্থিতি ল'লেহি।

এই সকলোবোৰৰ পিছতো মই বুজি নাপাওঁ মই অংশুক কিমান ভাল পাওঁ — ইয়াতকৈ বেছি ভালপোৱা কেনেধৰণৰ হয়। মই সমগ্ৰ সত্তাৰে অংশুৰ মংগল কামনা কৰোঁ। শিৰত সেন্দূৰ পিন্ধো — গহনা পিন্ধো — অংশুৰ বাবে। অংশুৱে সদায় হাঁহি-মাতি থকাটো বিচাৰো।

এদিন জিমিৰ জন্ম হ'ল। মান-অভিমান, প্ৰাপ্য-অপ্ৰাপ্য, অধিকাৰ-অনধিকাৰ, উচিত-অনুচিত একোৰে বাবেই সময় নাথাকিল। জীৱনটো সীমাবদ্ধ হৈ ৰ'ল কমী-জিমি, চাকৰি-ঘৰ আৰু অংশুৰ মাজত। অংশুৰ হাতত কিন্তু প্ৰচুৰ সময় তেতিয়াও থাকিল নিজৰ সকলো সুখ-সুবিধা, আনন্দ-উৎসৱ উপভোগৰ বাবে আৰু সময় থাকিল মই পি এৰ চাকৰি কৰাৰ বাবে হীনমন্যতাত ভুগিবৰ বাবে। হীনমন্যতাত ভোগা অংশুৰ বাবে মোৰ ওপৰত বহুত অভিযোগ। চাকৰি কৰিবলৈ লোৱাৰ পৰা মই তেওঁক অৱহেলা-অৱমাননা কৰা হ'লো। চাকৰিটো মই কেনেকৈ পালো সেই লৈয়ো অংশু মাজে মাজে চিন্তাত পৰে। কয়—

ঃ মই তোমাৰ চাকৰি পোৱা সাঁথৰটো এতিয়াও বুজি নাপালো মায়া।

ঃ কিয়? মই মোৰ যোগ্যতাৰ বাবে চাকৰি পাইছো অংশু।

প্ৰথমে কৈছিলো। পিছলৈ সকলো আওকাণ কৰিলো। ৰুমী-জিমিৰ মুখ দুখনে মোক সকলো আওকাণ কৰিবলৈ শিকালে। এক কথাত ক'বলৈ হ'লে সন্তানৰ মোহে দাসত্ব, বশ্যতা আতিশয্য সকলো স্বীকাৰ কৰি ল'বলৈ বাধ্য কৰালে মোক। হয়তো ই খুবেই সাধাৰণ কথা। হাজাৰ হাজাৰ নাৰীয়ে হয়তো জনমে জনমে তাকেই কৰি আহিছে। ৰুমীয়ে থুনপাক মাতটোৰে মা-দেতা মাতিবলৈ লৈছে। জিমিয়ে থৰ লাগি মোৰ কপালৰ ফোটটোলৈ চাই থাকে। সি খল্‌খলাই হাঁহিবলৈ শিকিছে। দুখবোৰ পাহৰিবলৈ জীৱনত আৰু কি লাগে!

অংশুৰ আৰু কিছুমান অভিযোগ আছিল এনেধৰণৰ— পি এৰ চাকৰি কৰা মানেই অফিচাৰৰ লগত খুবেই 'ক্লজ ৰিলেশ্যন'। পি এৰ চাকৰি 'লেডী'ৰ বাবে নহয়।

পি এৰ চাকৰি মহিলাই কৰা অনুচিত। কিন্তু অফিচাৰৰ চাকৰি পুৰুষে কৰা উচিত। ক'বলৈ বহু কথাই থাকে। কিন্তু নিৰৰ্থক বুলি জানি মই মনে মনে থকা হ'লো।

ৰুমীজনীৰ তিনিবছৰ হ'লহি। তাই নাৰ্চাৰী ক্লাচলৈ গৈছে। ৰঙচঙীয়া ছবি থকা তাইৰ কিতাপ দুখন নে তিনিখন। তাই আখৰ পঢ়িব নাজানে। ছবিবোৰ পঢ়ে। কণমান টেডীবিয়েৰৰ আকৃতিৰ বেগ, বাৰেৰহণীয়া ছাতি আৰু আপেলটোৰ দৰে তাইৰ ফ্লাক্স। ৰঙা ৰিবণ দুডালেৰে চুলি বান্ধি ইউনিফৰ্ম পিন্ধাই দিলে তাইক পখিলা বুলি বাৰে বাৰে ভুল হ'ব খোজে। স্কুলৰ বাছত উঠাই দিলে নেদেখা হোৱালৈকে ফুলৰ দৰে হাতদুখন জোকাৰি থাকে। জিমিৰ খোজবোৰ পোন হোৱা নাই। সি পৃথিৱীৰ মাথোঁ তিনিজন মানুহ চিনি পায়। মা-দেউতা আৰু বা। সেই তিনিজনৰ এজন এদিন হঠাৎ হেৰাই গ'ল। তেওঁ জিমি-ৰুমীৰ দেউতাক মোৰ স্বামী — অংশু। এনেকৈ নিমিষতে এজন মানুহ পৃথিৱীৰ পৰা হেৰাই যাব পাৰে — মই জনা নাছিলো। নাই — হঠাৎ মোৰ ওপৰত কাৰো কোনো অভিযোগ নাইকিয়া হ'ল। কোনো আধিপত্য নাইকিয়া হ'ল। মোক খং কৰিবলৈ গালি-গালাজ পাৰিবলৈ কথাই-কথাই আক্ষেপ কৰিবলৈ পৃথিৱীত এজন মানুহো নোহোৱা হ'ল। নোহোৱা হ'ল আব্দাৰ। মোৰ বাবে হঠাৎ শেষ হৈ গ'ল ডাইনিং টেবুলত বহি কৰা অপেক্ষা। শেষ হৈ গ'ল প্ৰতি মুহূৰ্তৰ সতৰ্কতা। কিজানিবা চাহকাপত চেনি কম-বেছি হৈছে। কিজানিবা আঙ্গাখনত নিমখ নপৰিলেই। মোৰ চাকৰি পোৱাৰ সাঁথৰৰ উৱাদিহ নোলোৱাকৈয়ে অংশু গুচি গ'ল। পথ দুৰ্ঘটনাত অংশুৰ মৃত্যু হ'ল। স্পট্‌ ডেথ। মোক দি গ'ল ৰুমী আৰু জিমিক। দুটি অবুজ ফুলকুমলীয়া শিশু আৰু বগা সাজ এযোৰ। মোক আজীৱন কাৰাদণ্ডৰ পৰা খন্তেকতে মুক্তি দি অংশু গুচি গ'ল। দি গ'ল এটা নিৰ্মম শব্দ 'বিধৱা'। হয়, মই 'অকাল বিধৱা' হৈ পৰিলো।

অংশু শ্মশানলৈ গুচি যোৱা দিনৰ পৰা বহুদিন ধৰি কোনোবা কোনোবা মোৰ লগত আছিলহি। দেউতা, মা, ভাইটি, ভণ্টি, দেওৰ, ননদ। এজন-দুজনকৈ সকলোবোৰ গুচিও গ'ল। সকলো গুচি যোৱাটোৱেই মই বিচাৰিছিলো। গোটেই জীৱন অকলে কটাবই লাগিব যেতিয়া মই অকলশৰীয়া হোৱাৰ অভ্যাস কৰিব বিচাৰিছিলো। মই হিয়া উজাৰি দুখ কৰিব বিচাৰিছিলো। মই অংশুৰ স্মৃতি আঁজুৰি-আঁজুৰি আনিবলৈ বিচাৰিছিলো। অৱশেষত মোক এৰি গৈছিলগৈ মা। মই স্বস্তিৰ নিশ্বাস পেলাইছিলো। মাৰ উপস্থিতিত মই অকলশৰীয়া হ'ব নোৱাৰিছিলো।

কেইটামান দিনতে মই বুজি উঠিছিলো নিঃসংগতা মানে আচলতে কি। ৰুমী-জিমি সন্ধিয়াতে শোৱে। ৰাতিটো যিমানেই আগবাঢ়ি যায় সিমানেই মোৰ বুকুৰ কঁপনি বাঢ়ি যায়। এই যেন অংশুৱে চিঞৰি উঠিব—

ঃ মায়া...মায়া...পানী এগিলাছ — মায়া চাহ একাপ... মায়া মোৰ জোতাযোৰ... মায়া... মায়া... মায়া... অংশুযে নাই — আৰু কোনোদিনেই নাহে মই সমূলি বিশ্বাস কৰিব পৰা নাছিল। শ্মশানত অংশুৰ নিষ্প্ৰাণ দেহটো ছাই হৈ যোৱাৰ পিছতো মই বাৰে বাৰে আশা কৰিছিলো এই সকলোবোৰ মিছা হৈ যাওক। এটা বেয়া সপোন হওক। সদায় অহাৰ দৰে অংশু ঘৰলৈ উভতি আহক। ৰুমী-জিমিক কোলাত লওক। মই বাট চাওঁ অংশুলৈ। অংশু নাহে। চকুৰ টোপনি কেনিবা গুচি গ'লগৈ। ওৰেটো ৰাতি মই সাৰে থাকো। লাইটটো জ্বলাই থওঁ। বাৰে বাৰে ৰুমী-জিমিৰ মুখ দুখনলৈ চাওঁ। আচৰিত ভাব কিছুমান মনলৈ আহে। অংশুৱে যেন খিৰিকীৰ আইনাৰে বাহিৰৰ পৰা আমালৈ চাই আছে। অতি হেঁপাহেৰে যেন এবাৰ ৰুমী-জিমিক চুই চাবলৈ ব্যাকুল হৈ উঠিছে। কিন্তু অংশু ভিতৰলৈ আহিব নোৱাৰে। আমাৰ কাষলৈ। নিচেই কাষত থাকিও আমাক চুব নোৱাৰে তেওঁ। ক্ৰমে গভীৰ হৈ অহা নিশাৰ নিৰ্জনতাই মোক এনেকৈ নিঃসংগ কৰিবলৈ ধৰে যে মই উচুপিবলৈ ধৰোঁ। বুকুৰ ভিতৰখনত অসংখ্য ফুটাৰ সৃষ্টি হোৱা অনুভৱ কৰোঁ। অংশুৰ লগত কটোৱা প্ৰথম নিশাটোৰ প্ৰতিটো মুহূৰ্ত এটাৰ পিছত এটাকৈ মোৰ চকুৰ আগেদি পাৰ হৈ যায়। সেই মকৰাটো— সেই মকৰাটো যেন এতিয়াও আছে। সি জালখন তৰিয়েই আছে। অংশুৱে কৈছিল— মই বৰ প্ৰেকটিকেল মানুহ মায়া...। সঁচা, সঁচাই অংশু প্ৰেকটিকেল মানুহ, নহ'লেনো এনেকৈ হঠাৎ গুচি যায়নে এটা জীৱনৰ পৰা। ওচৰত কাৰোবাৰ ঘৰত কেঁচুৱাই কান্দে। মই ভাল পাওঁ। কান্দক। কণমানিটোৱে আৰু কান্দক। কান্দি কান্দি সি নিৰ্জনতা ভংগ কৰক। এই নিৰ্জনতাই নহ'লে মোক খাই মাৰিব। কিন্তু মাকে হয়তো কণমানিটোক বুকুৰ পিয়াহ দি নিচুকাই থয়। আকৌ নিৰ্জনতাই মোক গ্ৰাস কৰিবলৈ লয়। সেয়া, কাষৰ ঘৰৰ বুঢ়া ককাজনে কাহে। মাজে মাজে গভীৰ নিশাও ককাজনে মোক চিঞৰি মাতে—

ঃ মায়া... শুইছানে আইজনী — নাতিটোৱে আমনি কৰিছে নেকি?

ঃ নাই কৰা ককা।

ককাই জানে মই যে নিশা শুব নোৱাৰো। ককাই বৰগীত জুৰে— *অথিৰ ধনজন — জীৱন যৌৱন— অথিৰ এহু সংসাৰ...*। মই ভাল পাওঁ। নিটাল মাৰি শুনো। আশাকৰো মোৰ লগতে ককাও ওৰেটো ৰাতি সাৰে থাকক। বৰগীত গাওঁক। মই শুনি থাকোঁ। পিছদিনা ককাই কয়—

ঃ টোপনি আনিবলৈ যত্ন কৰিবা আই। নহ'লে স্বাস্থ্য ভাগি যাব। তোমাৰ যদি অসুখ-বিসুখ হয়, মইনা দুটা কোনে চাব!

হয়, ককাই ঠিকেই কয়। মোৰ অবিহনে এই মইনা দুটা নিঃস্ব, সৰ্বহাৰা। যত্ন কৰো শুবলৈ। নোৱাৰো, অংশু ঘৰলৈ নহাকৈ শোৱাৰ অভ্যাস মোৰ নাই। ইমান সোনকালে কেনেকৈ নিজক পৰিৱৰ্তন কৰোঁ? পিছদিনা আকৌ ককাৰ কাহটো আৰু মাতাযাৰ শুনিবলৈ কাণপাতি বৈ থাকোঁ। নাই ককাই নাকাহে, নামাতেও। ওচৰৰ ঘৰৰ কেঁচুৱাটোৱেও কন্দা নাই। ঘৰখনত মাজনিশা কেতিয়াবা নিগনি এটাই সাৰ পায়। কোনোবাখিনিত সি গাঁত এটা খান্দে। এটা এটাকৈ বস্তুবোৰ নি সুমুৱাইগৈ। মই তাৰ গাঁত খন্দা কুট-কুটনিটো শুনিবলৈ কাণ পাতি বৈ থাকোঁ। সি আহিলে মই ভাল পাওঁ। তাৰ গাঁত খন্দা শব্দটো মোৰ ভাল লাগে। কুৰুক... কুৰুক... কুৰুক... কুৰুক। মজিয়াখনত নহয় যেন মোৰ বুকুৰ মাজমজিয়াখনহে কোনোবাই ৰুকি পেলোৱাৰ প্ৰতিধ্বনি হৈছে। বুকুখন কোনোবাই ৰুকি পেলালে জানো কোনোবাই ভাল পায়? কোনোবাই ভাল পায় জানো সেই শব্দ? হয় মই সেই সময়ত সেই কৰুণ শব্দটোও ভাল পোৱা হৈছিলো। মুঠতে ক'ৰবাত এটা শব্দ হওক। মই শুনি থাকোঁ। নিৰ্জনতাবোৰ কোনোবাই ভংগ কৰক। নিৰ্জনতাত প্ৰবল হৈ উঠা নিঃসংগতা কি ভয়াবহ মই বুজি উঠিছিলো। বুজি উঠিছিলো অকলশৰীয়া হোৱাটো কি দুৰ্বিষহ যন্ত্ৰণা। কুৰুক-কুৰুক সেই বুকু খন্দা শব্দটো ভাল লগাৰ মোৰ এটা কাৰণো আছিল। সেই নিগনিটো অংশু জীয়াই থাকোতে মোৰ মহাশত্ৰু আছিল। মাজনিশা প্ৰায়ে সি মোৰ টোপনি ভাঙিছিল। কেতিয়াবা খঙত একো নাই হৈ মই উঠি তাক বিচাৰিবলৈ আৰম্ভ কৰোঁ। তাক মাৰিবলৈ হাতত যিহকে পাওঁ তাকেই লওঁ। কেনি যে তৎক্ষণাত পলাই বদমাছটো। অংশুৱে হাঁহে। কয়—

ঃ শুই থাকা মায়া। নিগনি মাৰিব নাপায়। নিগনি গণেশৰ বাহন।

ঃ তোমাৰ গণেশৰ বাহনে যে মোৰ টোপনি ক্ষতি কৰিছে।

সি কোনখিনিত গাঁতটো খান্দে মই জানো। তাত সি ৰুমী-জ্ৰিমিৰ খেলনাৰ পৰা আৰম্ভ কৰি যি পায় তাকেই নি সুমুৱাই থয়গৈ। কেতিয়াবা মই গাঁতটো পুতি পেলাওঁ। সি আকৌ খান্দে। এইবাৰ কিন্তু মই গাঁতটো নুপুতিলো। মই মাজে মাজে গাঁতটো চাওঁগৈ। কিমান দ হৈছে। —সি গভীৰ গাঁত এটা খান্দিলেগৈ। মাজে মাজে মই তাত খোৱা বস্তু

ঢালি থওঁ। সি খাওক, সি বৰ দুষ্ট। মই জানো, লুকাই লুকাই সি মোৰ কাণ্ডবোৰ চাই থাকে। নহ'লেনো পিচপাকতে ঘূৰি গৈ খোৱা-বস্তুখিনি মই নেদেখোঁগৈনে। মই কওঁ—

ঃ আহ্ আহ্ গণেশৰ বাহন, খাহি, বিস্কুট খাহি আহ্।

মোৰ বিজ্ঞানসন্মত আধুনিক মনটো আচৰিত ধৰণে দুৰ্বল হৈ পৰিছিল। দুৰ্বল মানসিকতাৰ বাবেই হয়তো অদ্ভুত ধাৰণা কিছুমানে মনত বাহ লৈছিল। বাগিছাৰ ফুলবোৰলৈ প্ৰাণভৰি চাই থাকোঁ। এনে লাগে ফুলবোৰত যেন অংশু লুকাই আছে আৰু মোলৈ চাই হাঁহি আছে। অংশুৰ হাতৰ পৰশ থকা ফুলবোৰ আৰু গছবোৰ...! অংশুৰ কাপোৰ-কানি জোতা-চেণ্ডলবোৰতো অংশৰ অস্তিত্ব বিৰাজমান। এই সকলোবোৰৰ মাজত অদৃশ্য হৈ অংশু জীয়াই আছে। আকাশভৰা তৰাবোৰলৈ চাওঁ। অংশু তৰা হৈ আছে। কোনটো তৰা বা অংশু! সুদূৰ আকাশৰ পৰা মোলৈ চাই আছে! হাহাকাৰ কৰি উঠে বুকুখনে। নদীৰ ঢৌবোৰ, আকাশৰ ডাৱৰবোৰ, পাহাৰবোৰৰ পৰা নামি অহা ৰ'দবোৰ সকলোতেই অংশু থাকিব পাৰে। খিৰিকীৰে সোমাই অহা মেঘবোৰ আচলতে মেঘ নহয়। অংশু! — অংশুৰ লগে লগে বৰকৈ মনত পৰে মকৰাটোলৈ। মকৰাটো এতিয়াও আছে বা নাই ছিলিঙত? জালখন তৰিছে বা নাই! আকৌ বা কিমান বাৰ তাৰ জালখন কোনোবাই ভাঙি পেলাইছে! অৱশ্যে মই জানো, জীৱনৰ অন্তিম দিনটোলৈকে সি জাল তৰিব। মোৰ এবাৰ তাক চোৱাৰ হেঁপাহ হয়। তাৰ লগত যে মোৰ বৰ ওচৰ, বৰ গোপন সম্পৰ্ক। অন্তৰংগতা!

নিষ্ঠুৰ পৰিস্থিতি কিছুমানৰ মুখা-মুখি হ'বলৈ গৈ দুৰ্বল ভাববোৰ দলিয়াই পেলাওঁতে পেলাওঁতে এদিন নোহোৱা হ'লগৈ। ওচৰ চুবুৰীয়া মহিলাকেইগৰাকীয়ে মোক নিঃসংগ হোৱাত সহায় কৰিলে। প্ৰথম কেইদিন মোৰ বাবে হিয়া উজাৰি কন্দা মহিলাকেইগৰাকীয়ে পিছলৈ মোক উপেক্ষা কৰা হ'ল। মোৰ পৰা আঁতৰি ফুৰা হ'ল। প্ৰথমে মই আচৰিত হৈছিলো যদিও বুজিবলৈ বাকী নাথাকিল। সময় নালাগিল বুজিবলৈ। মোৰ দেহৰ পাৰ ওপচা যৌৱনলৈ তেওঁলোকৰ ভয়। মোৰ যৌৱনৰ পৰা নিজৰ স্বামীক বচোৱাৰ প্ৰচেষ্টা। মোৰ হাঁহি উঠিছিল আৰু মোক অকলশৰীয়া হোৱাত সহায় কৰা বাবে মোৰ ভাল লাগিছিল। মোৰ প্ৰতি, মোৰ যৌৱনৰ প্ৰতি মানুহবোৰৰ সন্দেহভৰা চাৱনিয়ে মোক নিঃসংগ হোৱাত আৰু এখোপ সহায় কৰিলে। মই নিঃসংগ হ'ব বিচাৰো। কৰ্মী-জিমিৰ বাদে পৃথিৱীৰ কোনো মানুহৰ মই কাষ চাপিব নোখোজো।

অংশু গুচি যোৱাৰ পিছৰ অধ্যায়টো মোৰ বাবে জীৱনৰ আটাইতকৈ ডাঙৰ প্ৰত্যাহ্বান। অংশুক ভালদৰে বুজি পাবলৈ নৌপাওঁতেই অংশু গুচি গ'ল। জীৱনৰ সিপাৰে থকা অজান এখন দেশলৈ। বিয়া নামৰ ভাগ্য পৰীক্ষা মোৰ বিপক্ষে গ'ল। দিনবোৰ গৈ থাকিল। মই অকলশৰীয়া হ'ব পৰা হ'লোঁ। মোক বিভিন্ন কথাৰ কৈফিয়ৎ বিচাৰিবলৈ অংশু আৰু কোনোদিনে নাহে। মই বিশ্বাস কৰিবলৈ ধৰিলো। অংশু গুচি যোৱাৰ লগে

লগে মই পূৰ্বৰ লখিমী বোৱাৰীজনী অংশুহঁতৰ ঘৰখনৰ বাবে স্বাভাৱিকতেই চকুৰ কুটা দাঁতৰ শূল হৈ পৰিলো। আচৰিত ধৰণে অংশুৰ মৃত্যুৰ বাবে ময়েই দায়ী হৈ পৰিলো। মোক মৃত্যুদাতা সজাবলৈ কিছুমান অবান্তৰ যুক্তিৰ অৱতাৰণা কৰা হ'ল। এদিন সেই ঘৰখনৰ লগতো মোৰ সম্পৰ্ক নোহোৱা হ'ল। ভালেই পালো। অকলশৰীয়া হোৱাৰ আৰু এক সুযোগ। মাথোঁ সেই ঘৰখনৰ কথা মনত পৰিলে মোৰ মকৰাটোৰ কথাহে বৰকৈ মনত পৰে।

ৰুমী-জিমিৰ দায়িত্ব মোৰ বাবে বিশেষ সমস্যা নাছিল। হাতত এটা স্থায়ী চাকৰি আছে। বিলাসী জীৱন এটা দিব নোৱাৰিলেও মই সিহঁতক ভালদৰে চলাব পাৰিম। মোৰ সন্মুখত প্ৰথম সমস্যাৰূপে দেখা দিছিল মোৰ শৰীৰটোৱেহে। অংশু নোহোৱা দিনবোৰত মই বুজি উঠিছিলো। যৌৱন কেনে বিপজ্জনক বস্তু। বুজি উঠিছিলো যৌৱন মানে মাথোঁ অংশু নহয়। বুজি উঠিছিলো অংশুহীন পৃথিবীখনত মোৰ যৌৱন কিমান নিৰাপদহীন। অৰুণাভ ছাৰে একো নোসোধা সত্ত্বেও মই তেওঁক অংশুহীন দিনবোৰৰ ইতিহাস শুনাইছিলো। কেনেকৈ ইমানদিনে অন্তৰংগ বন্ধু বুলি ভাবি অহা ব্যক্তিজনে লোলুপ হাত এখন মোৰ ফালে আগবঢ়াই দিছিল। কেনেকৈ বছৰ ধৰি কনিষ্ঠ ভাতৃৰ স্থানত ৰাখি মৰমৰ সূতা এডাল হাতত মেৰিয়াই দি বুকুৰ আপোন কৰি লোৱা যুৱকজনে মোৰ কেঁচা শৰীৰলৈ কটাক্ষ কৰি অশ্লীল মন্তব্য কৰিছিল। অৰুণাভ ছাৰক কৈছিলো, কেনেকৈ কেতিয়াৰ পৰা ৰাখী নামৰ পৱিত্ৰ সূতাডালে মোৰ মনত কালসৰ্পৰ ৰূপ লৈছিল। কৈছিলো, কেনেকৈ অংশুৰ মৃত্যুৰ লগে লগে অফিচৰ সহকৰ্মীকেইজনমানৰ মোৰ প্ৰতি ব্যৱহাৰ, কথা-বতৰা আনকি চকুৰ চাৱনি সলনি হৈ গৈছিল। বন্ধুৰ মৃত্যুৰ লগে লগে বন্ধু-পত্নীৰ প্ৰতি অংশুৰ বন্ধুকেইজনমানৰ মনোভাৱ এনেকৈ সলনি হৈ যাব মই জানো ভাবিছিলো? অৱশেষত কাতৰ হৈ অৰুণাভ ছাৰক কৈছিলো— কেনেকৈ ফাইল এটা লৈ গ'লে অধিকাংশ অফিচাৰৰে চকু ফাইলৰ সলনি মোৰ বুকুত স্থিৰ হৈ ৰয়। এনে ভাব হয় যেন এজন ভদ্ৰ মানুহৰ সন্মুখত নহয় এটা লোলুপ হিংস্ৰ চিকাৰীৰ সন্মুখত মই এজনী হৰিণীহে থিয় দি আছোঁ। নিষ্পাপ বুকুখন লুকুওৱাৰ আপ্ৰাণ চেষ্টা কৰি মই ভাগৰি পৰিছিলো। পিতৃসম পুৰুষে দৈহিক সম্পৰ্কৰ প্ৰস্তাব দিয়াৰ সময়ত পৃথিৱীৰ সকলো সম্পৰ্কৰ ওপৰত মোৰ আস্থা হেৰাই গৈছিল। মৰ্মান্তিক অভিজ্ঞতাৰ ওচৰত জঁয় পৰি গৈছিল মোৰ যৌৱনৰ তাগিদা। পুৰুষৰ কামনা-লোলুপতা দেখি সমগ্ৰ পুৰুষ জাতিৰ ওপৰত মোৰ ঘৃণা উপজিছিল। আনকি অংশুৰ ওপৰতো। মোৰ বাবে পৃথিৱীৰ সকলো পুৰুষ হৈ উঠিছিল মাথোঁ চিকাৰী। পুৰুষ-নাৰীৰ মিলনৰ অন্তৰালত মই বিচাৰি পোৱা নাছিলো কোনো পৱিত্ৰতা প্ৰেম আৰু চিৰশাশ্বত কিবা এটা। বিচাৰি পোৱা হৈছিলো মাথোঁ অশ্লীলতা। মই সকলোৰে পৰা আঁতৰি থাকিব বিচাৰিছিলো। অৰুণাভ ছাৰক কৈছিলো কেনে এক

সময়ত তেওঁ মোৰ পৰা অভিযোগ শুনাৰ কথা কৈছিল। মোক হাঁহিবলৈ, কথা ক'বলৈ কৈছিল। সেই সময়ত মই আকাশখনটো বাদেই মানুহৰ চকুলৈও মূৰ তুলি চাবলৈ এৰি পেলাইছিলো। বৈধব্যই মোক লজ্জান্বিতা কৰিছিল। এনে লাগিছিল এই অকাল বৈধব্যই যেন মোৰ গোপন অভাৱৰ কথাহে সদৰী কৰিছে। মই ভাগি পৰিছিলো আৰু যেতিয়া নিজৰ নিৰাপত্তা দিবলৈ মই ৰুমী-জিমিৰ আশ্ৰয় ল'বলগীয়া হৈছিল, সিহঁতক চৌব্বিশ ঘণ্টাই অস্ত্ৰৰূপে ব্যৱহাৰ কৰিব লগা হৈছিল — তেতিয়া লাজত মই মৰি যাওঁ যেন হৈছিলো। ঘৰত থকা সময়ছোৱাত মই সিহঁতক চৌহদৰ বাহিৰলৈ ওলাবলৈকে নিদিছিলো।

মই ইমানেই ভীতি বিহ্বল হৈ পৰা হৈছিলো যে চিনাকিয়েই হওক বা অচিনাকিয়েই হওক পুৰুষ মানুহ ঘৰলৈ আহিলেই মই বাহিৰত খেলি-ধূলি থকা ৰুমী-জিমিক কাষ চপাই আনিছিলো। আনকি ইলেকট্ৰিচিয়ান, প্লাম্বাৰ আদি সকলোকে সন্দেহৰ চকুৰে চাই মই সাৱধানে আঁতৰি ফুৰিছিলো। নিজৰ কাম শেষ কৰি নমস্কাৰ জনাই — আহোঁ বাইদেউ বুলি সততাৰে সিহঁত গুচি যোৱাৰ পিছত মোৰ দুখ লাগিছিল। লাজ লাগিছিল। তথাপি প্ৰত্যেককে অবিশ্বাসৰ চাৱনিৰে চাবলৈ মই বাধ্য হৈছিলো।

অৰুণাভ ছাৰক কথাবোৰ কৈ মই ভাগি পৰিছিলো। সেইদিনা আমি এটা প্ৰকাণ্ড শিলত বহিছিলো। চাৰিওফালৰ পাহাৰবোৰ ধাৰাসাৰ বৰষুণত তিতাৰ পিছত সোণোৱালী ৰ'দত তিৰবিৰাইছিল। সুন্দৰ হৈছিল। সতেজ হৈছিল। ওখ-চাপৰ পাহাৰবোৰ নাৰীৰ শৰীৰৰ দৰে দেখা গৈছিল। পাহাৰবোৰৰ কোনো অংশ জোঙা। কোনো কোনো অংশ ঢৌ দুটিৰ দৰে উথলি উঠা। সেইদিনা পাহাৰকেইটাৰ চঞ্চলতা বাঢ়িছিল। গছবোৰৰ শৰীৰৰ অংগ-প্ৰত্যংগবোৰ উত্তেজনাত থৰথৰকৈ কঁপিছিল আৰু মই? গধুৰ কথাবোৰে মোক এনেভাৱে দুৰ্বল কৰি তুলিছিল যেন মই স্থিৰ হৈ থাকিবই নোৱাৰিম। মনত নপৰে কোন মুহূৰ্তত অৰুণাভ ছাৰে তেওঁৰ কম্পিত আবেগ বিহ্বল হাত এখন মোৰ কান্ধত থৈছিল। অৰুণাভ ছাৰৰ সেই হাতখনত থূপ খাই আছিল সান্ত্বনাসূচক কিছুমান নীৰৱ ভাষা। তেওঁৰ হাতৰ সেই মৌন ভাষাই মোক আৰু দুৰ্বল কৰি তুলিছিল। তেওঁৰ বাহুত মূৰ থৈ মই কান্দি পেলাইছিলো। মোৰ চকুলোৱে সেইদিনা অৰুণাভ ছাৰৰ বুকুখন তিতিছিল।

অৰুণাভ ছাৰক প্ৰথমদিনা দিয়া কথা ৰাখি মই তেওঁৰ গাইড্ হৈছিলো। সুন্দৰ ঠাইখন অৰুণাভ ছাৰৰ উপস্থিতিত আৰু উজলি উঠিছিল। নিজকে মোৰ বসন্তত সাজ সলোৱা প্ৰকৃতিৰ দৰে লাগিছিল। অৰুণাভ ছাৰৰ সান্নিধ্যত মোৰ নিৰাপত্তাহীনতাৰ অনুভৱ আঁতৰি গৈছিল। মোক বিৰক্ত কৰিবলৈ আৰু কোনো মোৰ ওচৰলৈ অহা নাছিল। কোনো অশ্লীল প্ৰস্তাৱ, নিৰ্লজ্জ চাৱনিৰ চিকাৰ মই হ'বলগীয়া হোৱা নাছিল আৰু যদি কেতিয়াবা হৈ ছিলো মই সাহসেৰে প্ৰত্যুত্তৰ দিব পাৰিছিলো। মোৰ হেৰোৱা

সাহস ঘূৰি আহিছিল। মৰম-নিৰাপত্তাৰ ছায়া পাই 'জীৱন' নামৰ গছজোপা ফুলে-পাতে সুশোভিত হৈ উঠিল। গগনচুম্বী কোনো আকাংক্ষা মোৰ নাছিল। অযত্নতো লহ্‌পহকৈ বাঢ়ি অহা গছপুলি কিছুমানৰ দৰে অৰুণাভ ছাৰ লগত থাকিলে মোৰ সৰু সৰু চখ্ কিছুমানে পোখা মেলি বাঢ়ি আহে। অফিচ বন্ধৰ দিনবোৰত প্ৰায়ে আমি বাহিৰলৈ ওলাই গৈছিলো।

কেতিয়াবা ধাৰাসাৰ বৰষুণত প্ৰাণভৰি তিতি আনন্দত উত্ৰাৱল হৈ পৰিছিলো। যেন ক্ৰমান্বয়ে মই সেউজীয়া হ'বলৈ ধৰিছিলো। সেউজীয়া পাহাৰবোৰৰ লগত মিলি গৈছিলো। উন্মুক্ততাৰ আনন্দত মই মতলীয়া হৈ পৰিছিলো। মোৰ স্বাধীনতা তথা আনন্দ উপভোগৰ কৌশল দেখি অৰুণাভ ছাৰ মুগ্ধ হৈছিল। হাঁহিছিল। বৰষুণ দিলেই ছাৰে মোক কৈছিল—

ঃ বী, চোৱা সৌ পাইনজোপা বৰষুণত কেনেকৈ তিতিছে। বৰষুণত তিতিলে তোমাকো সৌ পাইনজোপাৰ দৰে লাগে।

ডালভৰি ফুলি উঠা কৃষ্ণচূড়া এজাৰবোৰলৈ চাই মই ছাৰক কৈছিলো—

ঃ ছাৰ মোৰ সৌ কৃষ্ণচূড়া, এজাৰবোৰৰ দৰে ফুলিবৰ মন যায়। অহাটো জনমত মই ফুল হ'ম। ওখ গছত এনেকৈ ফুলি উঠা ফুল।

চাৰে কৈছিল—

ঃ পাগলী!

তিতি জুৰুলি-জুপুৰী হোৱা মোৰ শৰীৰটোলৈ ছাৰে যেতিয়া লোভনীয় দৃষ্টিৰে চোৱা নাছিল তেওঁৰ প্ৰতি শ্ৰদ্ধা-ভালপোৱাত মোৰ হৃদয় উথলি উঠিছিল। বৰং অৰুণাভ ছাৰে কৈছিল—

ঃ দোপাত্তাখন চেপি লোৱা। চৰ্দি লাগি গ'লে— পানী লগা জ্বৰ হ'ব।

সঁচাকৈয়ে বৰষুণত তিতি মোৰ পানী লগা জ্বৰ হৈছিল। অৰুণাভ ছাৰৰ সান্নিধ্যত পানী লগা জ্বৰো আপোন, ভাল লগা হৈ পৰিছিল। অৰুণাভ ছাৰ আহিছিল। মোৰ কাষত বহিছিল। তেওঁৰ শীতল আৰামদায়ক হাত দুখনৰ মাজত মোৰ জ্বৰীয়া উত্তপ্ত হাত এখন লৈ সুধিছিল—

ঃ পানী লগা জ্বৰৰ অনুভৱ কেনে বী?

ঃ মিঠা ছাৰ।

ঃ আৰু বৰষুণত গছ এজোপা হৈ তিতাৰ অনুভৱ?

ঃ আৰু মিঠা ছাৰ।

ঃ বাহিৰলৈ ওলাই যাবা নেকি বী?

ঃ বাহিৰখন কেনে হৈ আছে ছাৰ?

ঃ বাহিৰত আবেলিটো সুমথিৰা এটা হৈ ওলমি আছে।

ঃ হয়?

ঃ ওঁ হয়। আৰু শীতল বতাহ এজাক অৱদমিত আনন্দত পাকঘূৰণি খাই ফুৰিছে।

ঃ আৰু আকাশখন?

ঃ আকাশখনলৈ মোৰ চোৱাই নহ'ল বী।

ঃ কিয় ছাৰ?

অৰুণাভ ছাৰে হাঁহিছিল। যেন হাঁহিৰেই উত্তৰ দিব খুজিছিল। পানীলগা জ্বৰ হৈ সামান্য উত্তপ্ত হৈ পৰা শৰীৰত শীতল বতাহ অকণৰ স্পৰ্শ সঁচাকৈয়ে বৰ মধুৰ আছিল। অৰুণাভ ছাৰে এহাতেৰে গাড়ীৰ ষ্টিয়েৰিং ধৰিছিল আনখন হাতেৰে মোৰ উত্তপ্ত হাত এখন ধৰি আছিল। সুন্দৰ কণ্ঠেৰে অৰুণাভ ছাৰে গান গুণগুণাইছিল। তেওঁ গান গুণগুণালে মই পৃথিৱীৰ সমস্ত জঞ্জালৰ পৰা আঁতৰি আহি তেওঁৰ গীতৰ কাষত থমকি ৰওঁ। নিমিষতে তেওঁৰ গীতৰ লগত মোৰ জীৱনটো একাকাৰ কৰি পেলাওঁ। অৰুণাভ ছাৰে কৈছিল—

ঃ বী বতাহবোৰ তোমাৰ নিচিনা। তোমাৰ দৰে ইহঁত চঞ্চল। অস্থিৰ। তোমাৰ দৰে ইহঁতৰ স্পৰ্শ ভাল লগা।

অৰুণাভ ছাৰে মোৰ দৰে বুলি কোৱা বতাহবোৰ কিন্তু ইন্দিৰা পাৰ্কৰ ভিতৰত মোতকৈ বহুত বেছি উদ্বাউল আছিল। অবাধ্য আৰু দুষ্ট আছিল। বাৰে বাৰে মোৰ খোলা চুলিবোৰ নি অৰুণাভ ছাৰৰ মুখত বুলাই দিছিলগৈ। বতাহবোৰৰ শীতলতাও বেছি। বৰ স্পৰ্শকাতৰ। মই গাত লোৱা পাতল স্কাৰ্ফখন টানি-টুনি ল'লো। অৰুণাভ ছাৰে মোলৈ চাই এনেয়ে হাঁহিলে। বিমুগ্ধ হাঁহি। মই আকাশখনলৈ চালো। আকাশৰ বুকুত তেতিয়া ৰঙা-নীলা চিলা কিছুমানো উৰিছিল। ইন্দিৰা পাৰ্কৰ সেউজীয়া বননিৰ দলিচাত শুই শুই কেতিয়াবা মই সপোনৰ মেলা চাওঁ। অৰুণাভ ছাৰ কেতিয়াবা মোৰ লগত বননিৰ দলিচাত বহে, কেতিয়াবা পাৰ্কত থকা কাঠৰ বেঞ্চত বহে। সেইসময়ত বিভোৰ হৈ তেওঁ কিবা ভাবি থাকে। কেতিয়াবা দেখোঁ তেওঁ তথা লাগি মোৰ ফালে চাই থাকে। এনেবোৰ সময়ত মোৰ বাবে তেওঁ দুৰ্বোধ্য হৈ পৰে। ৰুমী-জিমিক লগত আনিলে কিন্তু আমি দুয়ো বহি ৰুমী-জিমিৰ খেলা চাই সময়খিনি পাৰ কৰোঁ। এনেকৈয়ে অৰুণাভ ছাৰ মই আৰু ৰুমী-জিমি একেডাল সূতাৰে বান্ধ খাই পৰিলো। চকুৰ পচাৰতে দিনবোৰ মাহ হ'বলৈ ধৰিলে। মাহবোৰ বছৰ। পখিলা উৰাদি উৰি যাবলৈ ধৰিলে সময়বোৰ। হাজাৰ যত্ন কৰিও মায়াময় পখিলাবোৰ খই ধৰি ৰাখিব নোৱাৰিলো। ইচ্ছা হয় মায়াময় মুহূৰ্তবোৰ যাবলৈ নিদিম। হাতৰ মুঠিত লুকুৱাই থ'ম। সময়ৰ লগে লগে অৰুণাভ ছাৰৰ পাৰ্চনেল এচিষ্টেণ্ট মই মায়াবী মাথোঁ তেওঁৰ টুৰিষ্ট গাইডেই হৈ নাথাকিলো। তেওঁৰ আপোন বন্ধু হৈ পৰিলো আৰু অৰুণাভ ছাৰ, ভাৰতীয় প্ৰশাসনিক বিষয়াজন কোনোবা সময়তচোন মোৰেই এচিষ্টেণ্ট হৈ পৰা হ'ল। মোৰ গাইড হৈ পৰে তেওঁ।

অৰুণাভ ছাৰে কৈছিল—

: বী তুমি যিমান ভাল পাৰ্চনেল এচিষ্টেন্ট তাতকৈ বহুগুণে বেছি ভাল টুৰিষ্ট গাইড্। সঁচাই কৈছো বী, তুমি টুৰিষ্ট গাইড্ হোৱা হ'লে মই ভাৰতীয় প্ৰশাসনিক বিষয়া নহৈ টুৰিষ্ট হৈ দিহিঙে-দিপাঙে ঘূৰি ফুৰিলোহেঁতেন। অৱশ্যে প্ৰশাসনিক বিষয়া হৈও অৰুণাভ ছাৰ মোৰ টুৰিষ্ট হৈ পৰিছিল।

আমি চৰাইবোৰৰ ঘৰ বিচাৰি গৈছিলো। উপৰৰা দৃষ্টিত তেনেই সৰু যেন লগা চহৰখনৰ বিশালতা দেখি অৰুণাভ ছাৰে তবধ মানিছিল। গছ-গছনিৰ চহৰ। পাহাৰৰ চহৰ। পাহাৰবোৰ গপতে গংগাটোপ হৈ বহি থাকি চহৰখনৰ সমতল ভূমিখিনি তেনেই শুহি পেলাইছে। আমি পাহাৰবোৰৰ হাড়ে-হাড়ে ফাকে-ফাকে সোমাইছিলো। ৰ'ন পাহাৰ— দৰিয়া পাহাৰ, লবি — কাৰ্চিংচা আৰু কিছুমান নাম নজনা পাহাৰ — যিমানলৈকে অৰুণাভ ছাৰৰ গাড়ী সোমাইছিল আমি গাড়ীৰে গৈছিলো আৰু বাট-পথহীন ঠাইবোৰলৈ আমি খোজকাঢ়ি গৈছিলো। অৰুণাভ ছাৰ বিশাল মহানগৰীৰ মানুহ। পাহাৰীয়া লুংলুঙীয়া পথৰ অভ্যাস তেওঁৰ নাই। তেওঁতকৈ একা-বেঁকা, খলাবমা, লুংলুঙীয়া পথেৰে মই খৰকৈ যাব পাৰো। সহজতে যাব পাৰো। অৱশ্যে অটব্য অৰণ্য আৰু পাহাৰতো লুংলুঙীয়া পথ এটা পাহাৰীয়া মানুহবোৰে সৃষ্টি কৰি লয়েই। সেই পথবোৰেৰে সাধাৰণতে অন্য মানুহ নাযায়। অৰ্থাৎ চহৰীয়া আৰু অনা পাহাৰী মানুহবোৰ নাযায়। কেতিয়াবা কোনোবা প্ৰকৃতিপ্ৰেমীৰ দল, কেতিয়াবা বনৌষধি অৰ্কিড, উদ্ভিদ বিজ্ঞান আদিৰ গৱেষকৰ দল, পক্ষীবিদ আদি অৱশ্যে যায়। কিন্তু আমাৰ দৰে মাথোঁ দুজন ব্যক্তি অটব্য অৰণ্যৰ মাজেৰে চৰাইৰ ঘৰ বিচাৰি হয়তো নাহে। আমি আহোঁ। আৰু এই পথবোৰেৰে আহে জাক-জাক পাহাৰী ছোৱালী। সেই পথবোৰেৰে সিহঁতে খৰি লুৰিবলৈ যায়। মূৰত হোৰালৈ জাকে-জাকে যায় পখিলা যোৱাদি। বনৰীয়া শাক-পাচলি, ফলমূল আদি হোৱা ভৰাই লৈ আহে। অৰুণাভ ছাৰে তন্ময় হৈ সিহঁতক চাই ৰয়। সিহঁতৰ হাঁহিবোৰ শুনে। হাতত থকা ডিজিটেল কেমেৰাৰে মুহূৰ্তৰে ধৰি ৰাখে সিহঁতক আৰু মোক দেখুৱায়। সুন্দৰ কেপ্‌শ্যান এটাও দিয়ে লগে লগে। মই তবধ মানো। ছাৰে পাহাৰী ছোৱালীবোৰলৈ চাই থকা দেখিলে মই প্ৰায়ে কওঁ—

: ছাৰ আপুনি কিন্তু সোনকালে বিয়া পতা প্ৰয়োজন।

: ৰিয়েলী?

: ওঁ

: কিন্তু বী বিয়া কৰালে জানো পত্নীয়ে ইহঁতক এনেকৈ চাবলৈ দিব? কেমেৰাত আবদ্ধ কৰিবলৈ দিব?

: কিয় দিব! কেতিয়াও নিদিয়ে।

: অহ' বৰ দুখৰ কথা হ'ব। তেন্তে বিয়া নকৰোৱাই ভাল।

হঠাৎ এদিন অৰুণাভ ছাৰক কৈ পেলাইছিলো—

ঃ ছাৰ, আপুনি তেন্তে পাহাৰী ছোৱালী এজনীকে বিয়া নকৰাই কিয়?

ঃ সেইটো অৱশ্যে বেয়া নহ'ব। এটা কাম নকৰা কিয় বী। তুমিয়েই মোলৈ পাহাৰী ছোৱালী এজনী বিচাৰা।

ঃ হ'ব ছাৰ বিচাৰিম।

মই সহজভাৱে ধেমালি কৰি ক'লোঁ। অৰুণাভ ছাৰে কিন্তু ক'লে—

ঃ আই এম চিৰিয়াছলি স্পিকিং... সঁচাকৈ বিয়া কৰাম বী। হাণ্ড্ৰেড্ পাৰ্চেন্ট তোমাৰ পছন্দত।

এইবাৰ মই চিৰিয়াছ হৈ পৰিছিলো। হঠাৎ ক'ৰবাত উজুটি খালো। অৰুণাভ ছাৰে ধৰি পেলালে।

ঃ অস্ সাৱধানে বী।

অৰুণাভ ছাৰক যাত্ৰাপথত মই সাধু শুনাইছিলোঁ। চৰাইৰ সাধু, ফুলৰ সাধু, আমাৰ মনোমোহা ৰাজধানী ইটানগৰখনৰ সাধু। এজন প্ৰশাসনিক বিষয়া হিচাবে এই ৰাজ্যখনলৈ অহাৰ আগতে বা আহিয়েই অৰুণাভ ছাৰে যে নিশ্চয় ইয়াৰ ইতিহাস অধ্যয়ন কৰিব পাৰে মই পাহৰিয়েই গৈছিলো। সাধুকথাত ভেজা দি দি আমি আগবাঢ়ি গৈছিলো। আমাক দেখি পাহাৰী ছোৱালীৰ জাক থমকি ৰৈছিল। আমালৈ চুচুক-চামাককৈ চায়। আমি গৈ থাকোঁ। জাক জাক চৰাই উৰি যায়। অৰুণাভ ছাৰে ক্ষণিক সাধুকথাৰ পৰা আঁতৰি গৈ সিহঁতক ধৰি ৰাখে কেমেৰাৰে। চৰাইবোৰৰ ঘৰলৈ তেতিয়াও বহুদূৰ বাকী থাকে।

মই তেওঁক বিভিন্ন সাধু শুনাইছিলোঁ। তন্ময় হৈ তেওঁ শুনিছিলে। অৰুণাভ ছাৰক নিশাৰ সাধুকথা কৈছিলো। সেই সাধু বিদ্যুৎ, তৰাবিহীন নগৰখনৰ সাধু। হাজাৰ-বিজাৰ বিদ্যুৎ চাকিয়ে উজলি উঠা সন্ধিয়াৰ ইটানগৰখন দেখি অৰুণাভ ছাৰক এই নগৰখনত জ্বলি উঠা প্ৰথম চাকিটোৰ কথা কৈছিলো।

এই বিদ্যুৎ তৰা ভৰা আকাশকেইখন একেদিনাই সৃষ্টি হোৱা নাছিল। সেয়া উনৈশ তেসত্তৰ চনৰ কথা। তেতিয়া হিমালয়ৰ পাদদেশৰ এই মনোমোহা ৰাজ্য অৰুণাচলখনৰ ৰাজধানী আজিৰ ইটানগৰ নাছিল। আছিল মেঘালয়ত। শ্বিলঙত। শ্বিলঙৰ পৰা ৰাজধানী ইটানগৰলৈ তুলি অনা আঁচনিখন তৈয়াৰ হোৱাৰ পিছত প্ৰথম পদক্ষেপ হিচাবে ইটানগৰ পথ নিৰ্মাণৰ আঁচনি লোৱা হ'ল। অবিশ্বাস্য হ'লেও সত্য যে ইটানগৰ পথ নিৰ্মাণ হ'বলৈ সময় ল'লে মাত্ৰ পঁচিশ দিন। সেই ফাইলটোৰ বিষয়বস্তু আছিল— "ইটানগৰ প্ৰজেক্ট ৰোড।" বৰ্তমান ইটানগৰৰ মুখ্য দুৱাৰ বান্দৰদেৱাত তেতিয়া ফৰেষ্ট ডিভিজনৰ ডি এফ অ অফিচ এটা। প্ৰথমে ৰাজধানী বান্দৰদেৱাত প্ৰতিষ্ঠা কৰাৰ কথা। কিন্তু বান্দৰদেৱা অসমৰ সীমাত পৰা বাবে ইটানগৰৰ ভিতৰৰ খালী ঠাইখিনিতে প্ৰতিষ্ঠা

কৰাৰ সিদ্ধান্ত লোৱা হ'ল। কিন্তু খালী ঠাই মানে? 'অৰুণাচল প্ৰদেশ' মানেইতো অৰণ্য। সেউজীয়া ৰঙৰ অক্ষয় ভাণ্ডাৰ।

জনশূন্য এই অৰণ্যৰ সেউজীয়া ফালি পথ নিৰ্মাণৰ বাবে এদল মানুহ আগুৱাই আহিছিল। আৰম্ভ হ'ল সেউজীয়া ফালি পথ নিৰ্মাণৰ প্ৰথম পদক্ষেপ— পথ নিৰ্মাণ অভিযান। প্ৰথমে কেম্প বহিল দৈমুখত। ডিক্ৰং নদীৰ পাৰত। য'ত পথ নিৰ্মাণৰ বাবে নিৰ্ভৰ কৰিছিল হাতীৰ খোজৰ চিনৰ ওপৰত। হাতীৰ অহা-যোৱা পথ ৰূপান্তৰিত হ'ল জীৱশ্ৰেষ্ঠ মানুহৰ পথলৈ। গাড়ীৰ পথলৈ। পথ নিৰ্মাণকাৰী দলে যদিও মাজে মাজে হাতী লগ পাইছিল হাতীৰ বাবে কিন্তু বিশেষ বিপদত পৰা নাছিল। বিপদত পৰিছিল ৰাং কুকুৰৰ বাবেহে। প্ৰচুৰ পৰিমাণে আছিল বৰাহ, গাহৰি। পথ নিৰ্মাণকাৰী দলৰ লগত বন্দুকধাৰী চন্তৰী আছিল। এদিন অতৰ্কিতে সন্মুখত আহি ওলোৱা দঁতাল গাহৰি এটালৈ তেওঁলোকে গুলীয়াইছিল। গুলী গাত লাগিছিল। কিন্তু গাত গুলী লৈ জখমী গাহৰিটো তৎক্ষণাত নেদেখা হৈছিল। সৰীসৃপ তেওঁলোকৰ বাবে সাধাৰণ কথা হৈ পৰিছিল। আঁঠুলৈকে ঢাক খোৱা ডাঠ চামৰাৰ বুট জোতা আছিলেই। দলটো সমস্যাত পৰিছিল চিকৰাৰ কামোৰৰ বাবেহে। চিকৰাৰ কামোৰৰ পৰা ৰক্ষা পোৱা কোনো উপায় নাছিল। দ্বিতীয় কেম্প কৰা হ'ল নাহৰলগুনৰ লেখি গাঁৱত। লেখি গাঁৱত হেনো তেতিয়া মাত্ৰ তিনিটা পৰিয়াল আছিল। এতিয়াৰ জনপূৰ্ণ নাহৰলগুনত তেতিয়া ঝৰ্ণা এটাৰ পাৰত এটা গীৰ্জাঘৰ আৰু এটা পৰিয়াল। এতিয়াৰ গংগা বস্তিত তেতিয়া মাথোঁ এটা পৰিয়াল, এহাল নিঃসন্তান দম্পতী। তেওঁলোকৰ চাংঘৰৰ কাষতে আন এটা চাংঘৰ সাজি পথ নিৰ্মাণকাৰী দলে তেওঁলোকৰ তৃতীয় কেম্প সাজিলে। দিনৰ ভাগত সূৰুয দেৱতাই অকৃপণ হাতেৰে ঢালি দিয়া সোণালী কিৰণে বনৰ আন্ধাৰৰ লগতে মনৰ আন্ধাৰো দূৰ কৰে। নিশা জোনাক জ্বলে। পূৰ্ণিমা নিশা জোনাকৰ সাগৰতেই হওক বা অমাৱস্যাৰ আন্ধাৰ ভৰা ৰাতিয়েই হওক কেম্পত জ্বলি উঠে পেট্ৰ'মাক্স। সেই পেট্ৰ'মাক্সটোৱেই আছিল আমাৰ ইটানগৰৰ প্ৰথম কৃত্ৰিম চাকিটো। পথ নিৰ্মাণৰ কাম শেষ হওঁ হওঁ। এদিন সেই পথেৰে এখন জীপ চলিল। ৰাজধানী পথেৰে চলা প্ৰথম জীপ। এই পথেৰেই ৰাজধানী আহি ইটানগৰ পালেহি। অৰণ্যখন ইটানগৰ হৈ পৰিল। দিনবোৰ গৈ থাকিল। দিনে দিনে মানুহৰ সমাগম বাঢ়ি আহিল। বাঢ়ি আহিল গাড়ী-মটৰবোৰ। দোকান-পোহাৰ হ'ল। অট্টালিকা সদৃশ ঘৰবোৰ হ'ল। এটা মাথোঁ পেট্ৰ'মাক্সৰ ঠাইত অগণন বিদ্যুৎ চাকিৰে তিৰ্‌বিৰাই উঠা হ'ল ঠাইখন। পথ নিৰ্মাণকাৰী দলক বিপদত পেলোৱা ৰাং কুকুৰৰ দলবোৰ হেনো নামনি সোৱণশিৰিৰ ফালে গ'লগৈ। অৰণ্য বিচাৰি। কেনিবা গুচি গ'লগৈ বৰাহ, গাহৰিবোৰ। তেসত্তৱ চনৰ এই অৰণ্য ভৰি আছিল চৰাইৰে। পথ নিৰ্মাণকাৰী দলে বেছিকৈ লগ পাইছিল পৰ্ঘুমা, হাইঠা ৰং বিৰঙৰ ঠোঁট আৰু পাখিৰে জাক জাক ধনেশ। বিধাতাৰ কি অপূৰ্ব সৃষ্টি আছিল আমাৰ

এই ইটানগৰখন। এতিয়া সেই চৰাইবোৰ বিলুপ্তপ্ৰায়। আছে মাথোঁ সিহঁতৰ সাধুকথা। নহ'লেনো আমি চৰাইবোৰৰ ঘৰ বিচাৰি ইমান দূৰলৈ যাব লগা হয়নে? বিয়াগোম গছবোৰ সাৱটি হয়তো অৰ্কিডবোৰ প্ৰাণভৰি ফুলিছিল। নিৰ্ভয়ে। মৃত্যুক সাৱটি লোৱা গছবোৰৰ সুঠাম শৰীৰবোৰ হয়তো প্ৰেমিকাৰ আলিংগনৰ দৰেই সাৱটি আছিল অৰ্কিডবোৰে। পথ নিৰ্মাণকাৰী দলৰ সময় নাছিল অৰ্কিডবোৰ চাবলৈ। তেওঁলোকৰ সম্মুখত মাথোঁ হাতীয়ে গৰকি যোৱা পথ। নিৰ্বিবাদে সকলোবোৰ গ'লগৈ। হাতী, বৰাহ, গাহৰি, হিংস্ৰ ৰাং কুকুৰবোৰ সকলোবোৰে মানুহক নিৰ্বিবাদে ঠাই এৰি দিলে। পথ নিৰ্মাণকাৰী দলে অভিযান, সময়ত সৰু সৰু ইটাৰ টুকুৰা দেখা পাইছিল। সেই ইটাৰ টুকুৰাৰ পম খেদি গৈ এদিন এই বিশাল অৰণ্যৰ মাজত এটা এটাকৈ তিনিটা 'ইটাফোৰ্থ' আৱিষ্কাৰ হ'ল। আহোম ৰজাৰ স্মৃতি বহন কৰি স-গৌৰৱেৰে এতিয়াও থিয় দি আছে 'ইটাফোৰ্থ'। সেয়া শ শ বছৰৰ আগৰ কথা। শ শ বছৰৰ আগৰ ইটানগৰ হয়তো আহোম ৰজাৰ আছিল। কিন্তু সৌ সিদিনাৰ ইটানগৰ মাথোঁ চৰাইবোৰৰ আছিল। পৰ্ঘুমা, হাইঠা, ধনেশ পখীহঁতৰ। হাতী, বৰাহ, হৰিণাহঁতৰ আছিল। এতিয়াৰ যি ঠাইত বৃহৎ ৰামকৃষ্ণ মিছন হস্পিটেল আছে সেই ঠাইত হেনো কেইবাটাও হৰিণা পহু তেওঁলোকে গুলীয়াইছিল। সকলোবোৰ সাধুকথা হৈ পৰিছে।

অৰুণাভ ছাৰে হৃদয়েৰে সাধু শুনিব জানে। শুনিছিল আৰু মোৰ মুখলৈ চাই ৰৈছিল বহুসময়।

ঃ বী ইমান পুৰণা কথাবোৰ তুমি কেনেকৈ জানিলা?

ঃ এজন পুৰণা ব্যক্তি মই লগ পাইছিলো ছাৰ। যিজনে বুকুত সামৰি ৰাখিছে এই ইটানগৰ পথ নিৰ্মাণ অভিযানৰ ইতিহাস। মই আপোনাকো তেওঁৰ লগত চিনাকি কৰি দিব পাৰো ছাৰ।

অৰুণাভ ছাৰৰ হাতত মই এটা বিবৰ্ণ ফাইল তুলি দিছিলোঁ। কেইবাটাও বিভাগৰ সচিব প্ৰধানৰ দায়িত্বত থকা অৰুণাভ ছাৰৰ হাতত বন বিভাগৰ পৰা উক্ত ফাইলটো আনি তুলি দিবলৈ মোৰ অকণো অসুবিধা হোৱা নাছিল। ফাইলটোৰ বেছিভাগ কাগজেই ৰঙচুৱা ৰং ধৰা। প্ৰায় উৰলি যোৱা। ঊনৈশ তেসত্তৰ চনৰ ফাইলটোৰ বিষয়বস্তু আছিল— কনষ্ট্ৰাকশ্যন অব্ ইটানগৰ প্ৰজেক্ট ৰোড্। সেইদিনা গোটেই দিনটো অৰুণাভ ছাৰে ফাইলটো পঢ়িছিল। মই তেওঁক অকণো আমনি নিদিলো। অন্য ষ্টাফ আৰু ভিজিটৰসকলকো তেওঁক আমনি কৰিবলৈ নিদিলো। ফাইলটো পঢ়া শেষ কৰি যেতিয়া অৰুণাভ ছাৰে মোক তেওঁৰ কোঠালৈ মাতিছিল তেতিয়া অফিচ ছুটী হৈছিল। দিনটো গমগমাই থকা অফিচটোত তেতিয়া মাথোঁ নিৰ্জনতাৰ একচ্ছত্ৰী ৰাজত্ব। বেলিটোৱে পশ্চিম আকাশলৈ গৈ ফাকুগুৰি ছটিওৱা মই অৰুণাভ ছাৰৰ কোঠাৰ খিৰিকীৰ আইনাৰে স্পষ্টকৈ দেখিছিলো। অৰুণাভ ছাৰে কৈছিল—

ঃ থেংকচ্ বী — সঁচাকৈ বৰ বেয়া কথা হ'ল নহয়?

ঃ কি ছাৰ?

ঃ ঠাইখন চৰাইবোৰৰ হৈয়েই থাকিব লাগিছিল।

মোৰ দৰে অৰুণাভ ছাৰেও অফিচ ফাইল হিচাপে নহয়, এখন ঐতিহাসিক উপন্যাস পঢ়াদি ফাইলটোৰ প্ৰতিখন কাগজ পঢ়ি পেলাইছে। অৰুণাভ ছাৰে আৰু কৈছিল—

ঃ বী মই তোমাক খুউব সাধাৰণ এজনী সৰু ছোৱালীৰ দৰেই জ্ঞান কৰি আহিছিলো। সৰল সহজ। মা, দেউতা, ভাই, ভনী, গাঁওখনক ভালপোৱা, কণমাণি তোমাৰ সন্তান দুটিৰ বাবে ব্যগ্ৰ হৈ থকা...

ঃ মইতো তেনেকুৱাই ছাৰ। সঁচাকৈ মই সৰু ছাৰ। আপোনাতকৈ বহুত সৰু। চৰাইৰ দৰে সৰু।

ঃ তোমাৰ মাজত যে ইমান স্পৰ্শকাতৰ অনুভূতিপ্ৰৱণ আবেগিক মানুহ এজনী লুকাই আছে মই ভবা নাছিলো বী।

ঃ ছাৰ সৌফালে আকাশখন চাওঁক।

আমি দুয়ো খিৰিকীৰ আইনাৰে আকাশখনলৈ চাইছিলো। বেলিটোলৈ। সেইদিনা বিদ্যুৎ চাকি ভৰা আকাশদুখন সাৰ পাই উঠাৰ আগতেই আমি অফিচৰ পৰা ওলাই আহিছিলো। ৰঙা আকাশখন প্ৰাণভৰি চাইছিলো। অৰুণাভ ছাৰে গোম্পা পাহাৰলৈ গাড়ী চলাইছিলে। ৰাজধানী ইটানগৰৰ সোঁমাজতে থকা পাহাৰ এটাৰ ওপৰত গোম্পা বা বৌদ্ধ মন্দিৰ। আমি মন্দিৰ থকা সেই পাহাৰৰ ওপৰত উঠি অস্তগামী বেলিটো চাইছিলো। অৰুণাভ ছাৰে কৈছিল—

ঃ সৌটো আচলতে এটা সুমথিৰা। ৰঙা সুমথিৰা—

আকাশখন এনেকৈ ৰঙা হৈ পৰা মই আগতে কেতিয়াও দেখা নাছিলো। দেখিম কেনেকৈ। আকাশখনটো কেতিয়াও এনেকৈ ৰঙা হৈ উঠা নাছিল। অৰুণাভ ছাৰক মই কথাবোৰ কৈছিলো। তেৰোঁ শলাগিছিল। আমি দুয়ো ভাবিছিলো এয়া নিশ্চয় এক বিৰল মহাজাগতিক ঘটনা। অনিন্দ্য সুন্দৰ। মাথোঁ আকাশখনতেই নহয়, ৰঙাবোৰ সেউজীয়া প্ৰকৃতিতো বিয়পি পৰিছিল আৰু জিলমিলাইছিল। মোৰ আকাশখন পিন্ধি লোৱাৰ মন গৈছিল। অৰুণাভ ছাৰেও ৰঙচুৱা চাৰ্ট এটা পিন্ধিছিল। তেওঁৰ চাৰ্টৰ ৰংটো আকাশখনৰ লগত সম্পূৰ্ণ মিলি যোৱা, নহ'লেও একে। যদি আকাশখনলৈ তেওঁৰ চাৰ্টটো দলিয়াই দিয়া হয় বিচাৰি উলিওৱাই নাযাব। কোনোবাখিনিত বিলীন হৈ যাব। নিজকে হঠাৎ মোৰ বৰ কুৎচ যেন লাগিছিল। এই ৰঙাৰ মাজত শুধবগা কাপোৰ সাজেৰে মই যেন প্ৰাণহীন বৰফৰ এটা অবয়ব। গোট মাৰি শিল হৈ যোৱা। মই বাৰে বাৰে অৰুণাভ ছাৰৰ আৰু মোৰ পোছাকযোৰলৈ চাইছিলো।

সেইদিনা অৰুণাভ ছাৰে মোক ছাৰপ্ৰাইজ দিছিল। মোৰ হাতত তেজৰঙী পোছাক

এযোৰ তুলি দিছিল। চুৰিদাৰ কামিজ। খুলি চাই দেখিছিলো ঠিক যেন আবেলিৰ আকাশখন। কিন্তু এই আকাশখন মই কেনেকৈ পিন্ধিম? মোৰ কপালতচোন শুধবগা বিধবাৰ মোহৰ মৰা আছে। কাপোৰযোৰ হাতত লৈ মই স্তব্ধ হৈ পৰিছিলোঁ। তেজৰঙা পোছাকযোৰ দেখি ৰুমী আনন্দত আত্মহাৰা হৈ উঠিছিল।

ঃ মাম্মা নিউ পিন্‌চ — নিউ পিন্‌চ।

কণমানি আঙুলি দুটাৰে তাই মোক লাহেকৈ চিকুটি দিলে। কাপোৰ সাজত মিচিকিয়াই থকা সোণালী ৰূপালী চুম্‌কিবোৰ আলফুলে চুই চাই তাই অৰুণাভ ছাৰক সুধিলে—

ঃ এইবোৰ কি আংকল?

ঃ তৰা।

ঃ ক'ৰপৰা আনিলা?

ঃ আকাশৰ পৰা।

ঃ তুমি আকাশলৈ যাব পৰা নেকি আংকল?

ঃ ওঁ পাৰো।

ঃ তেন্তে জোনটো নানিলা কিয়?

ঃ জোনটো? প্ৰয়োজন হ'লে আনিম মা।

অৰুণাভ ছাৰ ৰুমীৰ সাঁথৰ যেন প্ৰশ্নৰ ভিৰৰ মাজত সোমাই যাওঁতে মোৰ মূৰটো আচন্দ্ৰাই কৰা যেন লাগিছিল। অৰুণাভ ছাৰে এয়া মোক কেনি লৈ যাবলৈ ওলাইছে? সঁচাকৈ ৰঙা আকাশখনলৈ? অৰুণাভ ছাৰে মোক বাহুদুটিত ধৰি জোকাৰি দিলে—

ঃ ক'ত হেৰাই গ'লা বী? পছন্দ হোৱা নাই?

ঃ পছন্দৰ কথা নহয় ছাৰ! ইমান সুন্দৰ পোছাক কাৰোবাৰ পছন্দ নহৈ পাৰেনে?

ঃ তেন্তে কিহৰ কথা বী?

ঃ মই বিধৱা ছাৰ। আমাৰ সামাজিক প্ৰথামতে বিধৱাই ৰঙা সাজ নিপিন্ধে।

ঃ মই জানো বী।

ঃ তেন্তে?

ঃ কিন্তু কিয় বী? তুমি জানা এয়া মাথোঁ এক কু-সংস্কাৰ। স্বামীৰ মৃত্যুৰ লগে লগে পত্নীৰ সকলো সুখ, ভোগ, হাঁহি, আনন্দ, আশা-আকাংক্ষ্যাৰ মৃত্যু হয়। মৃত্যু হোৱা উচিত বুলি তুমি ভাবানে? এই সকলোবোৰ পুৰুষ প্ৰধান সমাজত নাৰীক দমন কৰি ৰখাৰ বাবে পুৰুষে প্ৰয়োগ কৰা কিছুমান কৌশল বুলি তুমি নাভাবানে?

ঃ মই এইবোৰ কথা জানো ছাৰ। বুজো। কিন্তু মানুহে বদনাম ৰটিব।

ঃ মানুহে নহয় বী। অ-মানুহে বদনাম ৰটিব। তোমাৰ বন্ধুৱে নহয় — তোমাৰ শত্ৰুৱে বদনাম ৰটিব আৰু কি বদনাম ৰটিব — খুউব বেছি ক'ব যে তুমি প্ৰেম কৰিছা — বিয়া সোমাইছা বা কাৰোবাৰ সৈতে তোমাৰ গোপন শাৰীৰিক সম্পৰ্ক। আচলতে

হোৱা উচিত। তোমাৰ জীৱনলৈ প্ৰেম অহা উচিত। তুমি পুনৰাই বিয়া হোৱা উচিত।

ঃ আপুনি কৈছে কি ছাৰ?

ঃ তোমাক পুনৰাই বিয়া হোৱাৰ কথা কৈছোঁ। সমাজে হয়তো ক'ব সেয়া পাপ। কিন্তু জীৱনটো তিলতিলকৈ শেষ হৈ যোৱাটো তুমি পুণ্য বুলি ভাবা?

অৰুণাভ ছাৰে উষ্মাৰে কথাবোৰ কৈছিল। তেওঁৰ মুখত এনে কথা শুনি মই হতভম্ব হৈছিলো। নীৰৱ হৈ যোৱা অৰুণাভ ছাৰক মই লাহে লাহে কৈছিলোঁ।

ঃ মই সকলো বুজো ছাৰ। পাপ-পুণ্যৰ মায়াজালত সোমাই মই কেতিয়াও কোনো সিদ্ধান্ত লোৱা নাই। আপোনাৰ আৰু মোৰ জ্ঞানৰ পৰিসৰৰ আকাশ-পাতাল প্ৰভেদ তথাপি আপোনাতকৈ মোৰ দুখৰ পৰিসৰ বেছি ব্যাপক ছাৰ। জীৱনটো তিলতিলকৈ শেষ হৈ যোৱা কথাষাৰ মই খুউব বুজি পাওঁ আৰু পুনৰাই বিয়াত নবহিলেই যে জীৱনটো তিলতিলকৈ শেষ হৈ যাব সেইকথা সত্য নহয়। অংশুৰ মৃত্যুত মই সুখী নহয় ছাৰ। অংশু পৃথিৱীৰ বুকুৰ পৰা হেৰাই যোৱাটো মই কোনোদিনেই বিচৰা নাছিলো। কিন্তু অংশুৰ লগত কটোৱা দিনবোৰত মই জীৱনটো তিলতিলকৈ শেষ হৈ যোৱা অনুভৱ কৰিছিলো। যদি হিতে বিপৰীত হয়? যদি পুনৰাই বিয়াত বহি মই জীৱনটো তিলতিলকৈ...

মোৰ কথা শেষ হ'বলৈ নিদি অৰুণাভ ছাৰে কৈছিল--

ঃ পৃথিৱীৰ সকলো মানুহ অংশুমান নহয় বী। যদি তুমি বিচাৰা তোমাৰ ভাললগা ব্যক্তি এজন মই তোমাৰ বাবে বিচাৰি উলিয়াম। এতিয়াও সময় আছে। তুমি যেনেকৈ বিচাৰা তেনেকৈ গঢ় দিব পৰা...

ঃ মই নিবিচাৰো ছাৰ। মই নিবিচাৰো। মই জীৱনটো তিলতিলকৈ শেষ কৰা নাই। বৰং মই এতিয়া জীৱনটো উপভোগ কৰিছোঁ। পূৰামাত্ৰাই। মোৰ আৰু জীৱনটোৰ প্ৰতি কোনো কৈফিয়ৎ নাই ছাৰ।

কান্দি উঠিছিলো। আৱেগিক মুহূৰ্তত অৰুণাভ ছাৰৰ হাত এখন খামোচি ধৰি পেলাইছিলো। তেওঁ আচৰিত হৈছিল।

ঃ তুমি জীৱনটো সঁচাই উপভোগ কৰিছা? কেনেকৈ?

ঃ আপোনাৰ বাবে ছাৰ। আপোনাৰ লগত— চৰাইবোৰৰ ঘৰলৈ গৈ — ফুলৰ দেশলৈ গৈ — কুঁৱলীৰ ভিৰ ফালি — তৰা লেখি — আকাশখন চাই — ৰঙীণ চিলা উৰুৱাই — বৰষুণত তিতি ৰ'দৰ মুকুতা পিন্ধি — দুৰ্নীতি ভৰা ফাইলবোৰ বিচাৰি উলিয়াই...

মই আৰু কথা ক'ব নোৱাৰিছিলোঁ। অৰুণাভ ছাৰে কৈছিল—

ঃ আৰু এই সুন্দৰ ৰঙা কাপোৰ সাজ? অংশুৰ মৃত্যুত ৰঙাৰ কি দোষ বী? তোমাৰেই বা কি দোষ? ৰঙা বৰ সুন্দৰ বী। পৃথিৱীৰ সকলো সুন্দৰ বস্তুৰ স্পৰ্শ আমি

পৃথিৱীত থকা প্ৰাণীবোৰে পোৱা উচিত। পুৱাৰ বেলিটো ৰঙা। ফাগুন ৰঙা, পলাশ ৰঙা, কৃষ্ণচূড়া ৰঙা, মেহেন্দী ৰঙা, আমাৰ তেজ ৰঙা। ৰঙাৰ বৈচিত্ৰ্য অন্তহীন। ৰঙা উষ্ণ। ৰঙা তীব্ৰ উত্তেজক বৰ্ণ। শীতল ৰঙতকৈ উষ্ণ ৰং গধুৰ। ৰঙা সদায় আগবাঢ়ি আহে।

মই সুন্দৰ কবিতা শুনাদি শুনিছিলোঁ। তেওঁৰ মুখলৈ থৰ লাগি চাই ৰৈছিলো। তেওঁ মোৰ চলচলীয়া চকুযোৰ মচি দি কৈছিল—

ঃ দেয়াৰ ইজ আনাডাৰ অচেন।

ৰঙৰ এনে বিশ্লেষণ মই কেতিয়াও কাৰো মুখতে শুনা নাছিলো। কোনোবাই ৰঙৰ তীব্ৰতা-মন্থৰতা-গধুৰতা-তৰলতা কেনেকৈ জুখিব পাৰে, মই নাজানো নুবুজো, নুবুজো কেনেকৈ ৰং আগবাঢ়ি আহিব পাৰে। হঠাৎ মই মাথোঁ বুজি উঠিছিলো আবেলিৰ ৰঙা আকাশখন সঁচাই আমাৰ ফালে আগবাঢ়ি আহিছিল।

দ্বিতীয় দিনা পুৱা অকণো সংকোচ নকৰাকৈ মই ৰঙা আকাশখন পিন্ধিছিলোঁ। আকাশখনৰ পৰা সোণোৱালী-ৰূপোৱালী তৰাবোৰে চকু টিপিয়াইছিল। মই আইনাৰ সন্মুখত বৈ বহুসময় নিজকে চাইছিলো। অংশুৰ মৃত্যুৰ পিছত এয়া মই প্ৰথমবাৰলৈ তেজৰঙী পোছাক পিন্ধিলো। ৰুমীক মাতি আনি কৈছিলো—

ঃ ৰুমী — তোমাৰ দেউতাৰ মৃত্যুত ৰঙাৰ কোনো দোষ নাই। ৰঙা তীব্ৰ উত্তেজক বৰ্ণ...

অৰুণাভ ছাৰৰ কথাবোৰ মোৰ মুখস্থ হৈ গৈছিল। কিন্তু ৰুমীয়ে একো বুজি পোৱা নাছিল। সেইদিনা অৰুণাভ ছাৰৰ কোঠালৈ সোমাই যাওঁতে তেওঁ বহুসময় ধৰি মোলৈ চাইছিল। চাৱনিত অৱদমিত আনন্দ — এক ভীষণ সন্তুষ্টি। মই অৰুণাভ ছাৰক কৈছিলো—

ঃ ছাৰ এই সুন্দৰ ৰঙীণ পোছাকযোৰ পিন্ধি মই আনন্দিত হৈছোঁ। আপোনাক কোৱা হোৱাই নাই ছাৰ ৰঙা মোৰ প্ৰিয় ৰং। আপুনিচোন জানেই মোৰ কৃষ্ণচূড়া হৈ ফুলাৰ মন।

ঃ এনে নিষ্পাপ সৰু সৰু আনন্দৰ পৰা জীৱনটোক আমি বঞ্চিত কৰা অনুচিত নহয়।

ইতিমধ্যে জাপি-কুঁচি তলামাৰি থোৱা মোৰ ৰং-বিৰঙী পোছাকৰ ট্ৰাংকটো মই খুলিছিলো। বহুত ৰং হৈ বহুত আনন্দ মোৰ কাষলৈ উভতি আহিছিল। মই মনৰ উলাহেৰে ৰঙীণ সাজসজ্জা কৰিছিলো আৰু প্ৰতিবাৰেই নিজকে কৈছিলো— ৰঙাৰ কি দোষ! প্ৰথমদিনা নীতাহঁতে আচৰিত হৈ মোলৈ চাইছিল। নীতা, নিবেদিতা, অৰুণ, ভাস্কৰহঁতৰ দুজনমান লগ হ'লেই ভুনভুনাই কথা পাতিছিল। সন্দেহজনক দৃষ্টিৰে মোলৈ চাইছিল। মাজে মাজে নীতা, নিবেদিতাহঁতে মোৰ জোপোহা চুলিৰ মাজত কিবা এটা নিৰীক্ষণ কৰা দেখি মোৰ হাঁহি উঠিছিল। নিশ্চয় ক'ৰবাত লুকাই থোৱা

সেন্দূৰৰ বিন্দু এটা পায় নেকি বিচাৰিব খুজিছিল। অফিচ ছুটীৰ পিছত ঘৰলৈ ওভতোতে মই অৰুণাভ ছাৰক কথাবোৰ কৈছিলোঁ। আমি দুয়ো হাঁহিছিলো। সেইদিনা আমাৰ দুয়োৰে পোছাক ৰঙা আকাশখনৰ লগত মিলি যাব পৰা আছিল। মই ভাবিছিলো আজি যদি আকাশলৈ দলিয়াই দিলে আমাৰ দুয়োৰে সাজবোৰ আকাশৰ বুকুত হেৰাই যায়। অহ্! মাই গড্! নিদিয়াই ভাল।

আমি পাহাৰৰ ফাকে-ফাকে অলিয়ে-গলিয়ে ঘূৰি ফুৰোতে অৰুণাভ ছাৰে প্ৰায়ে ইটানগৰ পথ নিৰ্মাণৰ ফাইলটোলৈ উভতি গৈছিল। তেওঁ যেন্ হেৰাইহে গৈছিল। প্ৰতিটো বস্তু, প্ৰতিটো দৃশ্য তেওঁ নিৰীক্ষণ কৰিছিল। কৌতূহল বাঢ়িছিল। ফাইলটোত উল্লেখিত ঠাইবোৰত ঘূৰি ফুৰোতে তেওঁ আবেগ বিহ্বল হৈ পৰিছিল। আমি চৰাইবোৰৰ ঘৰ বিচাৰি এটাৰ পিছত এটা পাহাৰ পাৰ হৈছিলো। চৰাইবোৰৰ ঘৰ জনমানসৰ পৰা বহু নিলগত। নদী পাৰ হৈছিলো, ঝৰ্ণা দেই গৈছিলো — ওলোমা দলঙত খন্তেক ৰৈ দুলিছিলে — আৰু যিটো পাহাৰৰ সিপাৰে বেলিটো লুকাইগৈ আমি চৰাইহঁতৰ ঘৰ বিচাৰি সেই পাহাৰটো পাইছিলোগৈ। আমি পাহাৰীয়া খৰস্ৰোতা নদীৰ মাজত প্ৰকাণ্ড শিলত বহিছিলো আৰু চৰাইহঁতৰ আলেখ-লেখ চাইছিলো। অৰুণাভ ছাৰক কৈছিলো—

ঃ মই ভৈয়ামৰ ছোৱালী। সকলোবোৰ পাহাৰী চৰাইৰ নাম নাজানো। চিনি নাপাওঁ। মাথোঁ সিহঁতক ভাল পাওঁ। নাম নজনা চৰাইহঁতক নিজেই নাম এটা দি লওঁ।

অৰুণাভ ছাৰে কৈছিল—

ঃ মই বৃহৎ মহানগৰীৰ ল'ৰা। পাহাৰী চৰাইহঁতক ময়ো চিনি নাপাওঁ। নাম নাজানো। মাথোঁ ভাল পাওঁ। আনকি কোনোবা সময়ত মই চৰাই হৈ যাব খোজো। কিন্তু সাৰ্বজনীন চৰাই এজনী মই চিনি পাওঁ। তাই যিমান ভৈয়ামৰ — সিমান পাহাৰৰ। যিমান গাঁৱৰ — সিমান নগৰৰ...

মোৰ প্ৰশ্নবোধক চাৱনিৰ বিনিময়ত অৰুণাভ ছাৰে কৈছিল—

ঃ সেই চৰাইজনীৰ নাম "বী"।

আমি ৰাজধনেশ বিচাৰি উলিয়াইছিলো। ৰাজধনেশৰে মোৰ পুৰণা চিনাকি যদিও অৰুণাভ ছাৰে প্ৰথমবাৰৰ বাবে মুক্ত ৰাজধনেশ দেখিছিল। অভিভূত হৈছিল। আনন্দ আৰু আবেগৰ আতিশয্যত বাকৰুদ্ধ হৈ পৰিছিল। অৰুণাভ ছাৰক মই ৰাজধনেশৰ ভালপোৱা দেখুৱাইছিলো। প্ৰেমিক চৰাই ৰাজধনেশ। ৰাজধনেশৰ প্ৰেম চাবলৈ আমি কিন্তু খুউব কষ্ট কৰিব লগা হৈছিল। গভীৰ অৰণ্যত বিশালকায় গছত ৰাজধনেশৰ মৰম লগা সুসজ্জিত ঘৰ এখন মই বিচাৰি উলিয়াইছিলো। ঘৰখনলৈ আঙুলিয়াই দি অৰুণাভ ছাৰক মই কৈছিলো—

ঃ ছাৰ — ৰাজধনেশৰ ঘৰ।

ঃ ৰাও।

অৰুণাভ ছাৰে এনেভাৱে কৈছিল যেন এনে সুন্দৰ অট্টালিকা তেওঁ আগেয়ে দেখাই নাই। সুধিছিলো—

ঃ সিহঁত ক'ত বী? ঘৰৰ ভিতৰত নে?

ঃ সৌফালে চাওক ছাৰ।

মই আঙুলিয়াই দিয়াৰ ফালে চাইছিল তেওঁ। বিয়াগোম গছজোপাৰ ওখ ডাল এটাত বহি ৰজা-ৰাণী প্ৰেমত মছগুল। মহাৰাণীৰ বোধহয় অভিমান জাগিছে। যথৰ হৈ বহি আছে। ৰজা ধনেশে মহাৰাণীৰ অভিমান ভঙাৰ যত্ন কৰিছে। চাৰিওফালে পাক মাৰি মাৰি উৰি উৰি আহি মুখৰ ওচৰলৈ মুখখন নি মৰম যাচিব খোজে। মহাৰাণীয়ে দীঘল ঠোঁটটোৰে সৈতে ৰঙীণ মুখখন বিপৰীত ফালে ঘূৰাই দিয়ে। মহাৰজাই মহাৰাণীৰ সুন্দৰ শৰীৰটোট ঠোঁটটোৰে মৰম ওপচাই দিয়ে। অস্ফুট শব্দও কৰে। ডেউকা কোবাই কোবাই বিভিন্ন অংগী-ভংগী কৰি দেখুৱাই। এসময়ত মহাৰাণীৰ ওফোন্দ জাগিল। দুয়ো এইবাৰ প্ৰেমত মগ্ন হ'ল। মহাৰজাই সাউৎ কৰে উৰা মাৰি গৈ জোক-পোক কি জানো ঠোঁটেৰে কঢ়িয়াই আনি মহাৰাণীৰ ঠোঁটত তুলি দিলেহি। আমি মৌন হৈ চাই থাকিলো যাতে আমাৰ মাত শুনি দুয়ো উৰা নামাৰে বা লুকাই নপৰে। অৰুণাভ ছাৰে মোক কাণে কাণে কৈছিল—

ঃ মহাৰাণীৰ বৰ অহংকাৰ।

ঃ অহংকাৰ নে অভিমান ছাৰ?

ঃ দুয়োটাই। বিৰাট পক্ষীকুলৰ মাজত ৰাজধনেশে একমাত্ৰ তাইকেই ভাল পায় — অহংকাৰ নহ'ব? ভালপোৱাৰ অহংকাৰ। প্ৰেম-পৃথিৱীৰ সবাতোকৈ আচৰিত বস্তু বী।

ঃ ছাৰ আপুনি প্ৰেমত পৰিছেনে?

হঠাৎ ছাৰক সুধি পেলাইছিলো। তেওঁ কিন্তু অকণো অপ্ৰস্তুত আৰু বিচলিত নহৈ খুউব কাতৰ কণ্ঠেৰে মোৰ কাণে কাণে ক'লে—

ঃ এই মহাৰাজতকৈও বেছিকৈ...

ঃ আপোনাৰ মহাৰাণীও তেন্তে বৰ অহংকাৰী।

ঃ ওঁ। এদিন তোমাক দেখুৱাম।

ঃ নাচাও যাওক। অহংকাৰ মই বৰ বেয়া পাওঁ।

অৰুণাভ ছাৰে হাঁহিছিল আৰু পুনৰ ৰাজপক্ষীহালৰ প্ৰেমৰ মাজত সোমাই পৰিছিল। মই কিন্তু বাৰে বাৰে ৰাজপক্ষীহালৰ প্ৰেমত নিমগ্ন অৰুণাভ ছাৰলৈহে চাইছিলো। ভাবিছিলো— তেওঁ ধেমালিতে কথাবোৰ কৈছে। তেওঁৰ কোনোবা মহাৰাণী থকা হ'লে মই অলপ হ'লেও উমান পালোহেঁতেন। এদিনলৈ হ'লেও অফিচৰ নম্বৰত ফোন আহিলেহেঁতেন। তেওঁৰ প্ৰতিটো ফোন কলেইতো মই ৰিচিভ্ কৰোঁ। আন-

অফিচিয়েল ফোনৰ ভিতৰত প্ৰায়ে তেওঁৰ মাকেহে ফোন কৰে। তেখেতে ইংৰাজীতে কয়—

ঃ মে' আই স্পীক্ টু অৰুণাভ?

তেখেতৰ মাতটো বৰ ব্যক্তিত্বসুলভ। অন্য কোনোবাই কেতিয়াও ফোনত অৰুণাভ বুলি নকয়। অৰুণাভ ছাৰৰ বন্ধু-বান্ধৱৰ সংখ্যা বৰ কম। ছোৱালী বন্ধু তেনেই নগণ্য। তেওঁৰ প্ৰায় সমবয়সৰ একেটা বৰ্ষৰ ভাৰতীয় প্ৰশাসনিক সেৱা বিষয়া মেম্ স্বপ্না সিং, ৰুবী সেন, পূৰবী যোশীহঁত কেতিয়াবা অফিচলৈ আহে। তাৰ ভিতৰত স্বপ্না মেমৰ অৰুণাভ ছাৰৰ লগত ভাল বন্ধুত্ব। তেওঁলোক অহাৰ সময়ত মই অৰুণাভ ছাৰৰ কোঠাত থাকিলে খুউব বেছি গুড্ মৰ্ণিং, গুড্ ইভিনিং জাতীয় কিবা এটা কৈ ওলাই আহো। অৰুণাভ ছাৰে কয়—

ঃ বহা বী। কেনি ওলাই যোৱা?

ঃ ছাৰ মই অলপ পিছত আহিম।

স্বপ্না মেমে কেতিয়াবা "হাউ আৰ ইউ" জাতীয় দুই এষাৰ কথা সোধে। পূৰবী মেম, ৰুবী মেমে কেতিয়াবা মোৰ গুড্ মৰ্ণিং, গুড্ ইভিনিঙৰ প্ৰত্যুত্তৰত মাথোঁ মূৰহে জোকাৰে। মই জানো অৰুণাভ ছাৰে খুউব অস্বস্তিবোধ কৰে। কিন্তু সেয়াই স্বাভাৱিক। সকলো মানুহটো আৰু অৰুণাভ ছাৰ নহয়। হোৱাটো উচিতো নহয়। অৰুণাভ ছাৰৰ ওচৰলৈ অন্য উচ্চপদস্থ বিষয়াসকল আহিলেও তেনে হয়। আমাৰ দেশৰ সেয়া পৰম্পৰা। পদমৰ্যাদা অনুসৰি ইয়াত বন্ধুত্ব হয়, শত্ৰুতা হয়, আলাপ-আলোচনা হয়, প্ৰেম ভালপোৱা হয়। মই নিবিচাৰো যে আন কোনোবাই অৰুণাভ ছাৰৰ দৰে মোৰ লগত কথা পাতক, হাঁহক — গানৰ ক'লি আওৰাওক। মোৰ দৰে তৃতীয় শ্ৰেণীৰ চাকৰিয়ালৰ লগত সমানে উঠা-বহা কৰক। কিন্তু কাৰোবাৰ ওচৰত মোৰ স্থান তুচ্ছ হৈ যোৱাটো অৰুণাভ ছাৰৰ যে সহ্য নহয়। তেওঁ বৰ কষ্ট পায়। যদিও প্ৰকাশ নকৰে তেওঁৰ এই কষ্ট মোৰ বাবে অসহনীয় হৈ উঠে। স্বপ্না মেম্ অবিবাহিত। খুবেই সুন্দৰ। ভাৰতীয় প্ৰশাসনিক সেৱাত নতুনকৈ যোগদান কৰিছে। কিছু পৰিমাণে ছট্ফটীয়া। কথা-বতৰা, আচাৰ-ব্যৱহাৰত বন্ধুত্বতকৈ বেছি ছাৰৰ প্ৰতি দুৰ্বলতাহে প্ৰকাশ পায়। দুয়ো বেছ মিলি পৰিব। কিন্তু অৰুণাভ ছাৰে চোন তেওঁক এৰাই চলিবলৈহে যত্ন কৰা যেন লাগে। মই তেওঁৰ মুখলৈ চাই ভাবিলো — এই মানুহজন সঁচাকৈয়ে সাঁথৰ। ৰাজপক্ষীৰ প্ৰেমত মগ্ন হৈ পৰা অৰুণাভ ছাৰে হঠাৎ মোলৈ চাই কৈ গ'ল।

ঃ এই বী কি হ'ল তোমাৰ? মোৰ মুখলৈ কি চাই আছা? সৌ ফালে চোৱা নাই?

মই ধনেশ হাললৈ চাইছিলোঁ। পক্ষীযুগল তেতিয়া আলিংগনবদ্ধ। দুয়ো দুয়োতে মগ্ন। একোলৈকে ভ্ৰুক্ষেপ নাই। মোৰ লাজ লাগি গৈছিল। হয়তো ৰঙা পৰি গৈছিলো। অৰুণাভ ছাৰ পুনৰ তন্ময় হৈ পৰিছিল। মোৰ আঁতৰি অহাৰ ইচ্ছা আছিল যদিও মই

তেওঁৰ তন্ময়তা ভাঙিব নুখুজিলো। ময়ো চাই ৰ'লো। ৰাজধনেশৰ প্ৰেম শীৰ্ষবিন্দুত। দুয়োৰে সাৰসুৰ নাই। যেন টোপনিহে গ'ল। কিন্তু খন্তেক পিছতে আমি দেখিলো দুয়ো ৰজা ৰাণী সুসজ্জিত ঘৰখনলৈ সোমাই গ'ল। বিশালকায় গছজোপাৰ খোৰোঙত থকা সিহঁতৰ ৰাজকাৰেংখনৰ মুখখনত কিছু সময়ৰ বাবে আমি সিহঁতৰ মুখ দুখনহে দেখিলো। আমি বুজিলো সিহঁত এতিয়া দুটি হৈ থকা নাই। এক হৈ গৈছে।

আমি উভতি আহিলো। দুয়ো নিমাতে, যেন কথা কোৱাৰ সকলো প্ৰয়োজন শেষ হৈ গ'ল। যেন পৃথিৱীৰ সকলো ৰহস্য আমাৰ বুজা হৈ গ'ল। খৰস্ৰোতা নদীখন দুয়ো হাত ধৰি পাৰ হ'লো। শিলে শিলে ভৰি দি। দেও দি দি। তথাপি আমি আঁঠুলৈকে তিতিলো। বেলিটো আকাশখন পাৰ হৈ যাবলৈ আৰু বেছিপৰ নাছিল। বহুদূৰ খোজকাঢ়ি আহি আমি অৰুণাভ ছাৰৰ গাড়ীখনৰ ওচৰ পালোহি। গাড়ীখনৰ কাষত খন্তেক আগলৈকে এজাক শিশু ওমলি থকা চিন স্পষ্ট। সিহঁতে গাড়ীখনৰ ধূলিৰ আস্বাদনত কিছুমান ছবি আঁকি ৰাখিছে। বেঁকাবেঁকিকৈ আখৰ কিছুমানো লিখি ৰাখিছে। অৰুণাভ ছাৰে কৈছিল—

ঃ চোৱা বী — কেনে সুন্দৰ কণমানি হাতৰ পৰশ।

ঃ হয় ছাৰ, ৰুমী-জিমিয়েও তেনে কাম কৰে।

ঃ ওঁ। পৃথিৱীৰ সকলো শিশু একে নহয়নে বী?

ঃ হয় ছাৰ।

আমাৰ মৌনতা ভাগিছিল। আমি শিশু হৈ উভতিছিলো। আইচক্ৰীম খাইছিলো। ৰুমী-জিমিৰ বাবে চক্‌লেট্ লৈছিলো। নিজেও খাইছিলো আৰু শিশুৰ দৰেই ধেমেলীয়া কথা পাতিছিলো। আমি তেতিয়া জটিল পৃথিৱীখনৰ পৰা হাজাৰ হাজাৰ মাইল নিলগত আছিলো।

পুনৰ চৰাইহঁতৰ ঘৰলৈ যাবলৈ আমি ভালেকেইদিন অপেক্ষা কৰিব লগা হ'ল। অফিচত ফাইলৰ কাম কৰি থাকোঁতে মাজে মাজে অৰুণাভ ছাৰে কয়—

ঃ এতিয়ামানে ছাগে সিহঁতে কি কৰিছে...

ঃ কোনে ছাৰ?

ঃ ৰাজধনেশ হালে—

চৰাইবোৰৰ ঘৰলৈ বুলি যাওঁতে অৰুণাভ ছাৰক মই চৰাইৰ সাধু শুনাইছিলো। সৰু চৰাইৰ সাধু।

হঠাৎ এদিন সাতোটা বেলি একেলগে ওলাই আহিল। সেয়া বহু হাজাৰ বছৰৰ আগৰ কথা।

ঃ সাতোটা বেলি ওলাই আহিল? তাৰ পিছত কি হ'ল?

ঃ তাৰ পিছত আৰু কি হ'ব? এটা বেলিয়েই পৃথিৱীখন ইমান গৰম কৰি ৰাখে,

পৃথিৱীখন যেন সাতোটা বেলিয়ে পুৰি ছাৰখাৰ কৰি পেলাব। গছ-গছনিবোৰ শুকাই অস্থি চৰ্মসাৰ হ'বৰ উপক্ৰম হ'ল। পৃথিৱীখন মৰুভূমিত পৰিণত হোৱাৰ উপক্ৰম হ'ল। সেই সাতোটা বেলিৰ মাজত আকৌ আমাৰ সদায় ওলোৱা বেলি মহাৰাজ নাছিল।

ঃ এ হয় নেকি? আমাৰ বেলিটোনো কেনি গৈছিল?

ঃ আমাৰ বেলি দেৱতাৰ মানুহবোৰৰ ওপৰত খং উঠিছিল। অভিমান হৈছিল কিবা কথাত। আমাৰ বেলি নহাৰ সুযোগতে সাতোটা দুষ্ট বেলি ওলাই আহিছিল আকৌ। মানুহবোৰে কত যে পূজা-পাতল কৰিলে — নাই তেওঁ মানে আমাৰ সূৰুয দেৱতা নাহেহে নাহে। অৱশেষত কি হ'ল জানে আমাৰ পাহাৰত এটা নিচেই সৰু কণমাণি চৰাই আছে। বৰ ধুনীয়া। বৰ শুৱলা গীত গাব পাৰে। চৰাইটোৱে গীত গোৱা আৰম্ভ কৰিলে। বেলিক-আমন্ত্ৰণ কৰা গীত। অনাহাৰে-অনিদ্ৰাই গীত গাই গ'ল। লগে লগে পাহাৰত খেলি ফুৰা সকলো চৰায়ে গীত জুৰিলে। এসময়ত সিহঁতৰ কলিজা ফাটি গ'ল। কোৱাৰিয়েদি বাগৰি আহিল তেজ। আমাৰ বেলি দেৱতাৰ সহ্য নহ'ল। তেওঁ ওলাই আহিল। সাতোটা বেলি তৎক্ষণাত অন্তৰ্ধান হ'ল। আকৌ বৰষুণ হ'ল। আমাৰ পাহাৰবোৰ শীতল হৈ পৰিল। তেজ লাগি ৰঙা হোৱা চৰাইবোৰৰ ঠোঁটবোৰ কিন্তু ৰঙা হৈয়েই থাকিল। আমাৰ চৰাইবোৰ সৰু হ'লে কি হ'ব বেলিকো মাতি আনিব পাৰে। সেইবাবেই বেলি দেৱতা আমাৰ ৰাজ্যখনলৈ আগতেই আহে।

ঃ সেই চৰাইটোৰ নাম কি?

ঃ স্থানীয় লোকে নীনু বোলে।

আমি দুয়ো অৱশেষত জাক জাক সৰু চৰাইৰ মাজত নীনুক বিচাৰি ফুৰিছিলো। অৰুণাভ ছাৰৰ তীক্ষ্ণ দৃষ্টিয়ে এদিন কণমাণি চৰাই এটা বিচাৰি উলিয়ালে।

ঃ বী সৌৱা চোৱা নীনু নীনু নীনু।

হয়, তাৰ কোৱাৰী ৰঙা, যেন দুয়ো কোৱাৰিয়েদি দুসোঁতা তেজ বাগৰি আহিছে। কণমাণি বুকুখনো ৰঙা, যেন যন্ত্ৰণাদগ্ধ, শৰবিদ্ধ। অৰুণাভ ছাৰে চিঞৰি উঠিছিল—

ঃ নীনু নীনু সেই গীতটি এবাৰ গোৱাচোন। সূৰুয দেৱতাৰ গীতটি—

নীনুহতে সঁচাকৈ গীত গাইছিল। গছৰ ডালত বহি। হালি-জালি। আমি মুগ্ধ হৈ শুনিছিলো। নীনুক বিচাৰি পোৱাৰ আনন্দত অৰুণাভ ছাৰে মোক সাৱটি ধৰিছিল। নয়নভৰি দুয়ো নীনুক চাইছিলো।

অৰুণাভ ছাৰে ৰাজধনেশক ভাল পাইছিল কিন্তু তেওঁ ৰাজধনেশৰ প্ৰেমত পৰা নাছিল। তেওঁ প্ৰেমত পৰিছিল জাক জাক সৰু চৰাইৰ মাজৰ সৰু চৰাই এটিৰ। কণমাণি তেলটুপীৰ। কণমাণি হ'লেও তেলটুপী বৰ সুন্দৰ চৰাই। তেলটুপীৰ নেজডাল দীঘল, চিঞা। মূৰত ক'লা ৰঙৰ মতা কুকুৰাৰ দৰে ফুল এপাহ। তেলটুপী যিফালে

উৰা মাৰে সেইফালে জাক জাক চৰাই উৰা মাৰে। সৰু চৰাইবোৰ কেৰ্কেটুৱা, কাঠকুটা, বনকুকুৰা আদি অনেক চৰাইৰ জাক তেলটুপীৰ লগে লগে যায়। কণমাণি তেলটুপী বৰ সাহসী। একেবাৰে অন্যায় সহ্য নকৰে। তেলটুপীয়ে লগৰ চৰাইজাকক শত্ৰুৰ পৰা ৰক্ষা কৰে। চিলনী সৰু চৰাইজাকৰ প্ৰধান শত্ৰু। কণমাণি তেলটুপীয়ে ওখ গছৰ ডালত সৰু চৰাইজাকৰ মাজত বহি চিকাৰী চিলনী অহাঁলৈ বাট চাই থাকে। যেতিয়া চিলনী আহে এনেকৈ পাক মাৰি উৰি গৈ চিলনীৰ পিঠিত উৰি উৰি মাৰে যে চকুৰে মনিবই নোৱাৰি। এটাও সৰু চৰাই তেলটুপীয়ে চিলনীৰ চিকাৰ হ'বলৈ নিদিয়ে। আমি বিশ্ব মহাযুদ্ধ চোৱা দি তেলটুপী আৰু চিলনীৰ যুদ্ধ প্ৰত্যক্ষ কৰিছিলো। তেলটুপীক সৰু চৰাইৰ জাকটোৱে বৰ সন্মান প্ৰদৰ্শন কৰিছিল। মৰম যাচিছিল। কাঠ কুটা চৰায়ে পোক বিচাৰি উলিয়াই খেক্ খেক্ কৰি মাতি তেলটুপীৰ ঠোঁটত আদৰেৰে তুলি দিছিল।

অৰুণাভ ছাৰে তেলটুপীৰ প্ৰশংসাত পঞ্চমুখ। মই কিন্তু সঁচাকৈ নুবুজিলো কিয় ৰাজধনেশৰ দৰে সুন্দৰ বাৰে-ৰহণীয়া পক্ষীক এৰি অৰুণাভ ছাৰ তেলটুপীৰ প্ৰেমত মগ্ন। অৰুণাভ ছাৰ মাজে মাজে ৰাজপক্ষীহালৰ প্ৰেমত বিৰক্ত হৈছিল নেকি জানো! কৈছিল—

ঃ এই হালৰ আন কাম নাই নেকি বী? যেতিয়াই দেখিবা প্ৰেমত মগ্ন হৈ থাকে।

ঃ আন আৰু কি কাম থাকিব লাগে ছাৰ?

ঃ কিয় নালাগে? অফিচ ফাইল... কৰ্ম সংস্থান... বজাৰ-সমাৰ... বাক বিতণ্ডা... ইত্যাদি ইত্যাদি...

ঃ এইবোৰৰ পৰা ইহঁত মুক্ত ছাৰ। ইহঁতৰ কোনো দায়বদ্ধতা নাই — অতীত নাই— ভবিষ্যৎ নাই। প্ৰেম কৰিবলৈ সিহঁতে কোনেও কাকো কোনো কৈফিয়ৎ দিব নালাগে। কোনো কথা দিব নালাগে... বাধ্য বাধকতাও নাই। উৰণীয়া পৃথিৱীখনৰ বাসিন্দা হোৱাৰ বাবে সিহঁতৰ দুখন পাখি থাকে। সিহঁত প্ৰেমত মগ্ন নাথাকি আৰু ক'ত থাকিব কওক।

অৰুণাভ ছাৰ নীৰব হৈ পৰিছিল। চিন্তান্বিত হৈ পৰিছিল। তেওঁৰ চিন্তিত মুখখনলৈ মই চাই ৰৈছিলো। বহু সময়ৰ পিছত তেওঁ কৈছিল—

ঃ চৰাইবোৰৰ ঘৰলৈ নহয়, আমি ৰহস্যময় প্ৰেমৰ পৃথিৱী এখনলৈহে আহিলো। প্ৰেম আচলতে এনেকুৱাহে হোৱা উচিত। চৰাইৰ দৰে হ'ব নোৱাৰিলে প্ৰেম কৰা নাযায়। চৰাইৰ দৰে পৃথিৱী এখন গঢ়ি তুলিব নোৱাৰিলে প্ৰেম হ'ব নোৱাৰে।

বহুদিনৰ পিছত অসাৱধানবশতঃ টেবুলত এৰি যোৱা অৰুণাভ ছাৰৰ ব্যক্তিগত ডায়েৰীখনত মই ইংৰাজীতে লিখা এটা কবিতা পঢ়িছিলোঁ। কবিতাটোৰ প্ৰতিটো শব্দই মোক সেই দিনটোৰ অৰুণাভ ছাৰৰ কথাবোৰৰ প্ৰতিটো শব্দ মনত পেলাই

দিছিল। এইবাৰ মই অৰুণাভ ছাৰক, ভাৰতীয় প্ৰশাসনিক বিষয়াজনক এজন কবিৰ ৰূপত আবিষ্কাৰ কৰিছিলো। তেওঁ লিখিছিল— with you some illicit affairs. অৰ্থাৎ— তোমাৰ স'তে কিছু অবৈধ প্ৰেম। তোমাক এবাৰ লগ পাব বিচাৰো / এখন জনশূন্য পৃথিৱীত / য'ত পৃথিৱীৰ সমগ্ৰ নিৰ্জনতাই একেলগে বাস কৰে / তোমাৰ স'তে কিছু অবৈধ প্ৰেম কৰিব বিচাৰো / সেইদিনা তোমাৰ অতীতৰ কোনো কথাই মই নোসোধো / মোৰ অতীতৰ কথাও তুমি নুসুধিবা / সেইদিনা আমি দুয়ো স্মৃতি আঁতৰাই থ'ম / বৰ্তমান বা আজিটোতেই আমি বিলীন হ'ম /

মোৰ মনত পৰিছিল সেইদিনা আমি চৰাইবোৰৰ অতীত, ভৱিষ্যৎ নথকাৰ কথা পাতিছিলো। মই আগবাঢ়ি গ'লো— কবিতাটোৰ আন এটা স্তৱকত থমকি ৰ'লো।

আমি দুয়ো এদিনৰ বাবে চৰাই হৈ যাম দিয়া — কিচিৰ-মিচিৰকৈ কথা পাতিম — ফুলৰ গুটিকেঁ খাম — দুয়ো দুয়োৰে ওঁঠত তুলি দিম প্ৰেম কাতৰতা -- বিষাদ — আমি চুহি খাম পৃথিৱীৰ সকলো অবৈধতা, নিষিদ্ধতা, গোপনতা।

হয়, অৰুণাভ ছাৰৰ মাজে মাজে চৰাই হৈ যাবলৈ মন যোৱাৰ কথা তেওঁ মোক কৈছিল। কৈছিল অবৈধ পৃথিৱী এখনৰ কথা। মই পুনৰ আগবাঢ়িলো—

সেইদিনা আমি শপত নাখাওঁ— পণো নকৰো / নাই, কোনো প্ৰতিশ্ৰুতিও কোনেও কাকো নিদিওঁ / চৰায়ে জানো কেতিয়াবা শপত খায়? / প্ৰতিশ্ৰুতি দিয়ে? / মাথোঁ এদিনৰ বাবে আমি দুয়ো একেটা নীড়লৈ উৰি যাম দিয়া...। মাথোঁ একেটা নীড়লৈ? অৰুণাভ ছাৰে কাৰ সৈতে একেটা নীড়লৈ উৰি যোৱাৰ কল্পনা কৰিছিল? সঁচাকৈ তেওঁৰ কোনোবা মহাৰাণী...? মই পুনৰ তেওঁৰ কবিতাৰ জগতলৈ সোমাই গ'লো—

এখন অবৈধ পৃথিৱী গঢ়ি তুলিম / বৈধতাই যে আঁজুৰি আনিব আমাৰ অতীত / জগাই তুলিব স্মৃতি / গঢ়ি তুলিব কৃত্ৰিমতা। সিঁচি দিব অলেখ দায়বদ্ধতা—

হয়, অৰুণাভ ছাৰে অবৈধ পৃথিৱী এখন গঢ়ি তোলাৰ কথা কৈছিল। য'ত অতীত, ভৱিষ্যতৰ কথা কোনেও কাকো নোসোধে — কোনো কৈফিয়ৎ কোনেও কাকো নিদিয়ে — এই সকলোবোৰ অবৈধ পৃথিৱীতহে থাকিব পাৰে। যিখন পৃথিৱীত চৰাইবোৰ থাকে। আমাৰ মানুহবোৰৰ বৈধ পৃথিৱীখনত অতীত, ভৱিষ্যৎ, দায়বদ্ধতা, কৈফিয়ৎ এৰাই চলিব পৰা নাযায়। য'ত অতীত, ভৱিষ্যতৰ মাজত সোমাই প্ৰেম হৈ পৰে মাথোঁ — মাথোঁ এক গতানুগতিকতা — কৃত্ৰিমতা।

মই কবিতাৰ পৃথিৱীৰ মানুহ নহয়। মই চৰাই আৰু নদী ঝৰ্ণাৰ পৃথিৱীখনৰহে মানুহ। তথাপি মোৰ সামান্য জ্ঞানেৰে মই অৰুণাভ ছাৰৰ কবিতাটো বুজি ল'লো তেনেকৈয়ে।

অৰুণাভ ছাৰক কৈছিলো—

ঃ ছাৰ মই আপোনাৰ ডায়েৰীত লিখি থোৱা কবিতাটো পঢ়িলো—

ঃ বেয়া কথা। আনৰ নোটবুক নোসোধাকৈ পঢ়িব নাপায়। তুমি 'ছ্বী' কোৱা উচিত।

ঃ ছাৰ আপুনি আকৌ নোটবুক এৰি গ'লে মই আকৌ আপোনাৰ কবিতা পঢ়িম।

অৰুণাভ ছাৰে হাঁহিছিল। কৈছিল—

ঃ ছ্বী মাই ডিয়েৰ। বোধহয় এইটোৱেই মোৰ প্ৰথম আৰু শেষ কবিতা।

চৰাইবোৰৰ ঘৰত এদিন অৰুণাভ ছাৰক মই ক'লো—

ঃ ছাৰ মহাৰাণী সন্তান-সম্ভৱা।

ঃ হয়?

অৰুণাভ ছাৰ আচৰিত হৈছিল। তেওঁ চছ্‌মাযোৰ খুলি মোৰ চকুলৈ চাই ৰৈছিল আৰু তেওঁ কঁপি উঠিছিল আনন্দ উত্তেজনাত। মোক সুধিছিল—

ঃ তুমি কেনেকৈ জানিলা বী?

ঃ সৌফালে চাওকচোন ছাৰ।

মই আঙুলিয়াই দিয়া ফালে চাই বিস্ময়ত হতবাক হৈ অৰুণাভ ছাৰে সুধিছিল—

ঃ মহাৰাজে এইবোৰ কি কৰিছে বী?

ঃ মহাৰাজ ধনেশ ব্যস্ত। বিয়াগোম হোলোং মেকাই গছ এজোপাত খোৰোঙ্ এটা সাজিছে। স্পেচিয়েলী মহাৰাণীৰ বাবে। কাৰণ মহাৰাণী গৰ্ভৱতী। সেই খোৰোঙটোত ৰাণীয়ে সন্তান প্ৰসৱ কৰিব।

ঃ ৱাও এক্সিলেন্ট্।

কেইদিনমানৰ পিছত আমি দেখিলো মহাৰাণী গছৰ সেই খোৰোঙটোত সোমালগৈ। মহাৰাজ ধনেশে গছৰ খোৰোঙটোৰ মুখখন মাটি আৰু গছৰ আঠাৰে বন্ধ কৰি দিছে। এটা সময়ত মাথোঁ মহাৰাণীৰ মুখখনহে ওলাই থাকিল। অৰুণাভ ছাৰক মই ক'লো—

ঃ জনবিশ্বাস আছে ৰাজপক্ষীয়ে তিনিটা কণী পাৰে— কিন্তু এটাহে ওমনি লয়।

ঃ কিয়?

ঃ দুটা কণী সিহঁতে পৃথিৱীখনৰ নামত এটা পূব দিশত আৰু আনটো পশ্চিম দিশত এৰি দিয়ে।

ঃ ইমান কাব্যিক জনবিশ্বাস!

মই ভাবিছিলো, আচলতে অৰুণাভ ছাৰ মানুহজনেই কাব্যিক। কাব্যিকতা বিচাৰি উলিয়াবলৈ মানুহজনো কাব্যিক হ'ব লাগিব। এদিন মহাৰাণী খোৰোঙত সোমাল। উৎকণ্ঠিত ৰাজধনেশে কাষতে থকা গছৰ ডালত বহি ৰ'ল। মাজে মাজে উৰা মাৰি গৈ খাদ্য-সম্ভাৰ আনি মহাৰাণীৰ ঠোঁটত তুলি দিয়েহি। এদিন অৰুণাভ ছাৰে ক'লে—

ঃ মহাৰাণীৰ ভেম এনেয়ে কম নহয়। এতিয়া আৰু পাইছেগৈ। একেবাৰে এলিজাবেথৰ দ্বিতীয় সংস্কৰণ।

ঃ হয় ছাৰ, এই ৰাজধনেশ প্ৰেমিকৰ নামত একেবাৰে গোলাম হৈ পৰিছে।

ঃ প্ৰেমিকবোৰ গোলাম হয়েই বী।

ঃ আপুনিও তেন্তে...

আধাকোৱা হ'ল। তথাপি অৰুণাভ ছাৰে বুজিলে।

ঃ নিশ্চয় বী। তথাপিতো মই ছাগে মোৰ মহাৰাণীৰ বাবে এনেকৈ ওখ গছত ঘৰ সাজি বাহিৰত অপেক্ষা কৰি থাকিব নোৱাৰিম।

ঃ কিয় ছাৰ?

ঃ মই যে চৰাই নহয় বী। কিন্তু মোৰ চৰাই হৈ যোৱাৰ মন গৈছে।

আমি সদায় চৰাইবোৰৰ ঘৰলৈ যাব নোৱাৰিছিলো। অফিচৰ ফাইলৰ জটিলতাৰ মাজত সোমাই পৰি মোৰ পৰা চৰাইবোৰ দূৰলৈ গুচি গৈছিল। কেতিয়াবা মূৰ নষ্ট কৰা একোটা ফাইল, কেতিয়াবা সমাধান কৰিব নোৱাৰা দীঘল একোটা গণনাৰ মাজত বুৰ গৈ সকলো পাহৰি থাকোতে অৰুণাভ ছাৰে হঠাতে সোধে—

ঃ বী, মহাৰাণী এতিয়া মানে ছাগে পোৱালিৰ স'তে বাহিৰ ওলাল নহয়নে? মহাৰাজৰ বা কিমান ব্যস্ততা বাঢ়িছে!

ঃ ছাৰ মই এই ফাইলবোৰৰ মাজত পাগল হৈ পৰাৰ উপক্ৰম হৈছে আৰু আপুনি চৰাইৰ কথা কৈছে।

মোৰ খং উঠি আহে, তেওঁৰ কিন্তু ভ্ৰুক্ষেপেই নাই, কয়—

ঃ বৰ ভাল লাগে বী।

ঃ কি ছাৰ?

ঃ উৰণীয়া চৰাইবোৰৰ সংগ। সিহঁতৰ প্ৰেম।

মই আশ্চৰ্যত বুৰ যাওঁ। এই মানুহজন কেনেকৈ এনে হ'ব পাৰে। কি ধাতুৰে যে গঢ়া তেওঁ! গলিৰ মলি আৱৰ্জনাৰ মাজতো তেওঁ সপোন পুৰীৰ কল্পনা কৰিব পাৰে। শিলৰ মাজতো তেওঁ ফুলৰ সপোন দেখিব পাৰে। মই ফাইল সামৰি থওঁ।

আমি গৈ দেখিলো মহাৰাজ ধনেশৰ বৰ আনন্দ। মহাৰাণীৰ খোৰোঙৰ সন্মুখত আমাৰ অবুজ ভাষাৰে গীত গাই গাই পাকঘূৰণি খাই খাই নাচিবলৈ ধৰিছে। জঁপিয়াই জঁপিয়াই।

ঃ ছাৰ, মহাৰাজৰ আনন্দ দেখিছে? এই আনন্দৰ অৰ্থ হ'ল কণী ফুটি পোৱালি ইতিমধ্যে বাহিৰ ওলাইছে। কেইদিনমানৰ পিছতে কণমাণি সন্তানটি বাহিৰলৈ আহিব।

ঃ এইবাৰ তেন্তে আমি ৰুমী-জিমিকো লগত লৈ আহিম। সিহঁতে কণমাণি ধনেশৰ পোৱালি দেখি বৰ আনন্দ পাব নহয়?

হঠাৎ মোৰ চকুযোৰ চলচলীয়া হৈ আহিল, খোৰোঙৰ ভিতৰত সেইজনী ৰাজধনেশৰ মহাৰাণী নহয় যেন মইহে। মোৰ বুকুখনত কণমাণি ৰুমী নে জিমি কোনোবা এটা। কিন্তু বাহিৰখন ইমান নিমাওমাও শ্মশান যেন। খোৰোঙৰ বাহিৰত মোৰ ৰাজধনেশ

নাই। আনন্দ-উল্লাসো নাই। অৰুণাভ ছাৰে কি বুজি পালে মই নাজানো। তেওঁ উভতি আহিবলৈ লৰালৰি লগালে—

ঃ ব'লা বী আজিলৈ যাওঁ।

ৰুমী-জিমিক লৈ অহাৰ দিনা আমাৰ অৰণ্যৰ মাজত ঝৰ্ণাৰ পাৰত এটা সৰুসুৰা পিক্‌নিকেই হৈছিল। খুউব আনন্দ হৈছিল। ৰুমী-জিমি আপোন পাহৰা হৈ পৰিছিল। জিমি সৰু হ'লেও বৰ দুষ্ট, উৎপতীয়া। অটব্য অৰণ্যৰ মাজতো খোজ কাঢ়িছিল। ৰুমীক অৰুণাভ ছাৰে কোলাত তুলি লৈছিল।

মহাৰাণী আৰু পোৱালিটো ইতিমধ্যে বাহিৰ ওলাইছে। ৰাজ ধনেশে খোৰোঙটোৰ মুখখন খুলি দিছে। সন্তানটো মাজত লৈ মাক-দেউতাক বহি আছে। মাক-দেউতাকে তাক উৰিবলৈ শিকাইছে। পোৱালিটো লাহে লাহে ইটো ডালৰ পৰা সিটো ডাললৈ উৰিব পৰা হৈছে। আনন্দত ৰজা-ৰাণীয়ে গছৰ ডালত বহি হালি-জালি গীত গাইছে— হোৱাং ওৱাং — হোৱাং ওৱাং। ৰুমী-জিমিক কোলাত তুলি লৈ অৰুণাভ ছাৰে ধনেশ পৰিয়ালটো দেখুৱাইছিল। সিহঁত দুটাই আনন্দত হাত চাপৰি বজাইছিল। কণমাণি ধনেশটো লাগে বুলি জিদ্ ধৰিছিল। অৰুণাভ ছাৰে সিহঁতক ফুচুলাইছিল—

ঃ চোৱা, মাকে সিহঁতক কিমান মৰম কৰে সিহঁতৰ বাবে কেনেকৈ নিজৰ গাৰ পাখিবোৰ সৰুৱাই পেলালে। মাকে সিহঁতক বুকুৰ মাজত সুমুৱাই থয়। ডেউকাৰে ঢাকি থয়। ঠিক তোমালোকক মায়ে যেনেকৈ ৰাখে। তাক লৈ গ'লে মাকে কান্দিব নহয়।

অৰুণাভ ছাৰৰ মাকজনীলৈ বৰ চিন্তা। মোৰ ভাল লাগিছিল। এনে লাগিছিল এই সাধাৰণ কথাটোকে মানুহবোৰে নুবুজে।

মহাৰাণীৰ গাৰ পাখিবোৰ সম্পূৰ্ণ সৰি গৈছিল। অৰুণাভ ছাৰক মই বুজাই দিছিলো—

ঃ বিশেষ কায়দাৰে মহাৰাণীয়ে গাৰ পাখিবোৰ সৰুৱাই পেলায়। সেই পাখিৰ ওপৰতে কণী উমনি দিয়ে। খুউব সোনকালে নতুন পাখি গজি মহাৰাণী আকৌ ৰূপহীজনী হৈ পৰে।

ঃ বী তুমি নিশ্চয় এসময়ত ধনেশ পখী আছিলা। নহ'লে ধনেশ পখীৰ ইমানবোৰ কথা কেনেকৈ জানিলা?

অৰুণাভ ছাৰে কৈছিল, অৰুণাভ ছাৰক আন এদিন ধনেশ পখীৰ কান্দোন শুনোৱাৰ দুৰ্ভাগ্য হৈছিল। সন্তান প্ৰসৱৰ বাবে খোৰোঙত সোমোৱা এজনী ধনেশ মহাৰাণীৰ চিকাৰীৰ গুলীত মৃত্যু হ'ল। লগে লগে এটা ধনেশ পৰিয়াল পৃথিৱীৰ বুকুৰ পৰা হেৰাই গ'ল। মাকৰ লগতে পোৱালিও মৰিল। মহাৰাজে বহুদিনলৈ ইনাই-বিনাই গছৰ ডালত বহি কান্দি থাকিল। ৰাজ ধনেশৰ দ্বিতীয় বিবাহ কাচিৎহে দেখা যায়। কেইবাবছৰলৈকে প্ৰিয়জনৰ বিচ্ছেদত সিহঁতে কান্দি কটায়। জন বিশ্বাস আছে যে ৰাজ ধনেশৰ শাও বৰ বেয়া।

অৰণ্য অৰুণাভ ছাৰৰ বাবে সদায় নতুন। কিন্তু মাজে মাজে মই চিন্তাত পৰিছিলো। অৰুণাভ ছাৰৰ দৰে প্ৰাণ প্ৰাচুৰ্যৰে ভৰা তৰুণ প্ৰশাসনিক বিষয়া এজনে সঁচাকৈ এনে এটা জীৱন কটাব বিচাৰেনে? জীৱন তেওঁৰ বাবে নীৰস হৈ পৰা নাইতো? উচ্চপদস্থ বিষয়াসকলে জীৱন খুউব উপভোগ কৰে, ক্লাব, পাৰ্টি, ডিনাৰ, ডিস্ক'... ইত্যাদি ইত্যাদি। তেওঁলোকৰ বাবে নিতৌ কিছুমান ইনভাইটেশ্যন কাৰ্ড আহে। মোৰ টেবুলতে অৰুণাভ ছাৰৰ কাৰ্ডবোৰ দি যায়। মই খুলি চাওঁ। টেবুল কেলেণ্ডাৰখনত পাৰ্টিৰ তাৰিখ আৰু সময়বোৰ নোট কৰোঁ। মই সদায় বেগত লৈ ফুৰা সৰু ডায়েৰীখনতো নোট কৰোঁ। তাৰ পিছত ভিতৰত নি কাৰ্ডবোৰ দিওঁগৈ। মই মাথোঁ এখন ইনভাইটেশ্যান কাৰ্ডৰ ৰূপত কাৰ্ডখন চালে নহয়। মোৰ বাবে সেই কাৰ্ডখন কৰ্তব্যৰ ভিতৰুৱা বিষয়। বিষয়াসকলৰ বাবে সেইখন আনন্দ-উল্লাস-উপভোগৰ উৎস। মোৰ চকুৰ আগত ধৰা দিয়ে ৰং বিৰঙী লাইট, ৰঙীণ পানীয়, সুস্বাদু খাদ্য, পশ্চিমীয়া উত্তেজক সংগীত আৰু বিশৃংখল হাঁহি...। জীৱনৰ জটিলতাৰ মাজত এটা বিৰাট আনন্দৰ সোঁত। জীয়াই থকা কিছুমান টিপচ্। বৰ মোহনীয়। অৱশ্যে জটিলতাৰ তুলনাত সহস্ৰগুণ বেছিকৈ এওঁলোকৰ জীৱনলৈ আনন্দ উপভোগৰ সোঁতহে বৈ আহে। মোৰ বাবে সবাতোকৈ আশ্চৰ্যকৰ আছিল স্বাধীনতা দিৱস আৰু গণতন্ত্ৰ দিৱসবিলাক। স্বাধীনতা দিৱস আৰু গণতন্ত্ৰ দিৱসত তেওঁলোকলৈ বহুকেইখন কাৰ্ডেই আহে। সুন্দৰ কাৰ্ড, দামী কাৰ্ড। ৰাজধানীৰ বিশাল পেৰেড গ্ৰাউণ্ডৰ উপৰিও মুখ্যমন্ত্ৰী আৰু মহামান্য ৰাজ্যপালৰ ভৱনত নৈশভোজ। লাখটকীয়া বাজেট। কাচিৎহে এৰাব নোৱাৰা কাৰণত বিষয়াসকলে এই পাৰ্টিসমূহ ত্যাগ কৰে। যেন বছৰৰ এই বিশেষ দিন দুটাত নৈশ পাৰ্টি দুটা এৰিবলগীয়া হ'লে দেশপ্ৰেম কমিহে যাব। যি দুটা দিনত চৰকাৰী চিকিৎসালয়ৰ জেনেৰেল ৱাৰ্ডৰ ৰোগীসকলে দুটামান ফলমূলৰ বাবে বাট চাই থাকে। সেই দিন দুটাত দেশৰ কোটি কোটি জনসাধাৰণৰ অনাহাৰে কিমান আছে সেয়া হিচাপ কৰা নহয়। মুখ্য সচিবে বোধহয় এনে প্ৰশ্ন কাহানিও কোনো বিষয়াৰ ওচৰতে উত্থাপন কৰা নাই। কিন্তু কেতিয়াবা অপৰিহাৰ্য কাৰণত নৈশ পাৰ্টিলৈ যাব নোৱাৰাৰ বাবে মুখ্য সচিবৰ ওচৰত উচ্চ বিষয়াসকল জবাবদিহি হোৱাও দেখিছোঁ।

কাৰ্ডবোৰ হাতত তুলি দিওঁতে প্ৰতিজন অফিচাৰে আগ্ৰহেৰে খুলি চায় আৰু মোক কয়—

ঃ ৰিমাইন মি প্লিজ!

সময়ত মই য'তেই নাথাকো — অফিচ-ঘৰ-বজাৰ-সমাৰ ফোনেৰে মনত পেলাই দিওঁ। কেতিয়াবা কিবা কাৰণত স্বাধীনতা দিৱস, গণতন্ত্ৰ দিৱসৰ কাৰ্ডবোৰ সময়মতে আহি নাপালে আমি অতি তৎপৰতাৰে নিজে গৈ সংগ্ৰহ কৰোঁ। এদিন অৰুণাভ ছাৰে মোক সুধিছিল—

ঃ বী, তুমি এই ইনভাইটেশ্যন কাৰ্ডবোৰ লৈ ইমান ব্যস্ত হৈ পৰা কিয়?

মই আচৰিত হৈছিলো। কৈছিলো—

ঃ ছাৰ এই কাৰ্ডবোৰৰ প্ৰতি আপোনাৰ কোনো আগ্ৰহ নাই? এনে এখন কাৰ্ডৰ বাবেই মোৰ নিচেই চুটি চাকৰি জীৱনটোত এটা অতি দুৰ্ভাগ্যজনক ঘটনা ঘটিছিল। কিছুদিনৰ বাবে মই লগ পোৱা এজন বিষয়াই এবাৰ মুখ্য পেৰেড গ্ৰাউণ্ডৰ নিমন্ত্ৰণী পত্ৰখন নাপালে। সেই সময়ত তেওঁ ছুটীত থকাৰ বাবে মই তেওঁৰ ঘৰলৈ কাৰ্ডখন পঠাই দিয়া নহ'ল। বহুদিনৰ পিছত ছুটীৰ পৰা আহি তেওঁ মোৰ ওপৰত বৰষিবলৈ ধৰিলে। প্ৰথমে গালি — তাৰ পিছত এক্সপ্লেনেশ্যন — এক্সপ্লেনেশ্যনৰ উত্তৰ দিয়াৰ পিছত পুনৰ আন এখন লেটাৰ। মোৰ উত্তৰত তেওঁ সন্তুষ্ট হোৱা নাই। তাৰ পিছত এদিন তেওঁ মোকেই মাতি নি এটা অফিচিয়েল নোট ড্ৰাফ্‌ট কৰিবলৈ দিলে।

ঃ কিয় বী? কিহৰ নোট?

ঃ মোৰ চাচ্‌পেন্সনৰ বাবে ছাৰ।

ঃ তুমি কৰিছিলানে?

ঃ কৰিছিলো ছাৰ। আগ্ৰহেৰে।

ঃ কিয়?

ঃ কাৰণ মোৰ খুউব ভালদৰে জনা আছিল যে তেওঁ মোক চাচ্‌পেন্সন কৰিব নোৱাৰে। কাৰণ তেওঁ মোৰ এপইন্টমেন্ট অথৰিটী নাছিল। তেওঁক মাথোঁ মোৰ গুৰুত্বহীনতাৰ বিষয়ে অথৰিটিক অৱগত কৰোৱাৰহে ক্ষমতা আছিল। কথাবোৰ তেওঁ নাজানিছিল বা ভাবি চোৱা নাছিল।

ঃ তাৰ পিছত?

ঃ মই সবিশেষ মোৰ অথৰিটিক জনাইছিলো ওলোটাই তেওঁহে মোৰ অথৰিটিৰ দ্বাৰা জবাবদিহি হ'ব লগা হৈছিল।

ঃ বাঃ তুমিতো বেছ বুদ্ধিমানৰ কাম কৰিলা। বৰ মজাৰ কাহিনী। কিন্তু মোৰ সন্দেহ হৈছে বী। তেওঁ মাথোঁ এখন ইনভাইটেশ্যন কাৰ্ডৰ বাবেই তেনে কৰিছিল নে?

অৰুণাভ ছাৰে ঠিকেই কৈছিল। অৰুণাভ ছাৰৰ সন্মুখত মই মোৰ চাকৰি জীৱনৰ আন এটা অধ্যায় খুলি দিবলৈ বাধ্য হৈছিলোঁ। সেই অধ্যায়টো খুলি দিয়াৰ লগে লগে মোৰ সন্মুখত মূৰ্তমান হৈ উঠিছিল ডঃ যতীন মেহ্‌তা। অৰুণাভ ছাৰক মই কৈছিলো—

ঃ ডঃ যতীন মেহ্‌তাৰ মওহাল কঠোৰ হাতখনৰ মাজত মোৰ দুৰ্বল ক্ষীণ হাতখন সজাত বন্দী পখী এটাৰ দৰে মূৰ্ছকছ যোৱাৰ উপক্ৰম হৈছিল। মোৰ হাতখন যেন সজাত বন্দী অসহায় পখী এটাহে।

অৰুণাভ ছাৰ হঠাৎ এনেকৈ চমকি উঠিল যেন তেওঁৰ গাৰ ওপৰেৰে সৰীসৃপ এডালহে বগাই গ'ল।

ঃ ডঃ যতীন মেহ্‌তা। ভাৰত চৰকাৰৰ এজন উচ্চ পদস্থ বিষয়া ছাৰ। তেওঁ আছিল আমাৰ ষ্টেট্ গেষ্ট্। প্ৰাকৃতিক দুৰ্যোগত ক্ষতিগ্ৰস্ত হোৱা ৰাজ্যখনৰ স্পট্ ভেৰিফিকেশ্যনৰ বাবে প্ৰতি বছৰেই ভাৰত চৰকাৰৰ চেন্ট্ৰেল টীম আহে। টীমত থাকে ভাৰত চৰকাৰৰ উচ্চ পদস্থ বিষয়া। প্ৰাকৃতিক দুৰ্যোগ সংক্ৰান্তীয় সকলো কামৰ ভাৰ পৰে ৰিলিফ এণ্ড ৰিহেবিলিটেশ্যন ডিপাৰ্টমেন্টত। স্বাভাৱিকতে ভি আই পি-ৰ দায়িত্বও পৰে ৰিলিফ বিভাগতে।

সমগ্ৰ ৰাজ্যখনতে হাহাকাৰ লগোৱা লেণ্ডশ্লাইড্, ফ্লাড্, ফায়াৰ এক্সিডেন্ট আদিৰ স্পট্ ভেৰিফিকেশ্যন কেতিয়াবা ৰাজধানীতে শেষ হয় আৰু কেতিয়াবা হেলিকপ্টাৰেৰে আকাশ মাৰ্গত। ষ্টেট্ গেষ্টৰ সন্মানাৰ্থে ভীষণ পাৰ্টি হয়। হাজাৰ হাজাৰ টকাৰ বাজেট। যিখন ৰাজ্যত প্ৰাকৃতিক দুৰ্যোগত আক্ৰান্ত লোকে অকণমান সহায়ৰ বাবে হাহাকাৰ কৰে সেইখন ৰাজ্যত স্পট্ ভেৰিফিকেশ্যনত অহা ভাৰত চৰকাৰৰ উচ্চ পদস্থ বিষয়াই হাজাৰ হাজাৰ টকাৰ কেনেকৈ মদ, মাংস খাই মই তাৰ নীৰৱ সাক্ষী। ডঃ যতীন মেহ্‌তা আহোঁতেও তাৰ ব্যতিক্ৰম হোৱা নাছিল। আৰম্ভণীৰ পৰা শেষলৈকে যন্ত্ৰ চালিতৰ দৰে সকলো কাম কৰিছিলো মই। চীফ-চেক্ৰেটৰী, অনাৰেবল চীফ মিনিষ্টাৰ হিজ এক্সিলেঞ্চিৰ উপস্থিতিত কেইবাখনো ষ্টেট্ লেভেল মিটিঙত তেওঁ অংশ গ্ৰহণ কৰাৰ কথা। প্ৰতিখন মিটিং আয়োজন কৰা, ইনভাইটেশ্যন কাৰ্ডৰ পৰা আৰম্ভ কৰি মিটিঙত বহি মাইনুটচ্ লিখালৈকে মোৰ বহুত কাম। অফিচৰ অন্য ফাইলবোৰৰ কামবোৰতো আছেই। দীঘল দীঘল ডিক্টেশ্যনবোৰৰ মাজত মই হেৰাই গৈছিলো। মোৰ সময়ৰ হিচাপ নাছিল। ৰুমী-জিমিলৈ চোৱাৰো অৱকাশ নাছিল। সবাতোকৈ শেষত নৈশ পাৰ্টিৰ বাবেও সকলো আয়োজন ময়েই কৰিব লগা হ'ল। ডঃ যতীন মেহ্‌তা থকা কেইদিন মই তেওঁক প্ৰতিদিনেই লগ পাইছোঁ। হাতত ফাইল লৈ এবাৰ যতীন মেহ্‌তা থকা চাৰ্কিট হাউচৰ কোঠালৈ এবাৰ অফিচলৈ দৌৰিবলগীয়া হৈছে। দুয়োৰে আলোচনাৰ মাজত কাঠপেঞ্চিল আৰু নোট বুক লৈ বহি থাকিব লগা হৈছে। প্ৰয়োজনীয়খিনি নোট কৰিব লগা হৈছে। ফাইলৰ মাজৰ পৰা যেতিয়াই যি তথ্য বিচাৰে উলিয়াই দিব লগা হৈছে। যতীন মেহ্‌তাই মোক বাৰে বাৰে মায়া মায়া কৰি মাতিছে। মোৰ কামৰ প্ৰশংসা কৰিছে। কামৰ তৎপৰতা দেখি বাৰে বাৰে কৈছে—

ঃ থেংকচ্ মায়া, ইউৰ ৱৰ্ক ইজ প্ৰেইজৱৰ্দী।

হঠাৎ মোক ছাৰে তেওঁৰ কোঠালৈ মাতি নি বৰ গুৰুতৰ কথা কোৱাদি অনুচ্চ সুৰত কৃত্ৰিম কোমলতাৰে ক'লে—

ঃ মায়া, ডঃ মেহ্‌তাই তোমাৰ কাম বৰ পছন্দ কৰিছে। তোমাকো। তুমি কিন্তু ডিনাৰ পাৰ্টিত থাকিবই লাগিব আৰু চাবা যাতে তেওঁ একোতেই অসন্তুষ্ট নহয়।

এনেয়ে ডিনাৰ পাৰ্টিবোৰত মই উপস্থিত নাথাকো। কিন্তু ছাৰৰ ব্যক্তিগত অনুৰোধ

মই এৰাই চলিব নিবিচাৰিছিলো। সেইদিনা ডিনাৰ পাৰ্টিলৈ মই যোৱাৰ লগে লগে ডঃ মেহ্‌তাই চিএগুৰি উঠিল—

ঃ হায় মায়াবী! হোৱাই আৰ ইউ চ' লেট?

এনে লাগিল যতীন মেহ্‌তাৰ কৰমৰ্দনে মোৰ গোটেই শৰীৰটো যেন গিলিহে পেলাব। তেওঁ ক'লে—

ঃ ইউ লুক্ ভেৰী নাইচ্ এণ্ড স্মাৰ্ট ইন দিচ ড্ৰেচ।

ড্ৰেচৰ অজুহাতত তেওঁ মোক ভৰিৰ পৰা মূৰলৈকে চালে। অথচ মোৰ ড্ৰেচ আছিল মাখন ৰঙৰ এযোৰ নিকা চুৰিদাৰ কামিজ। তেওঁৰ চাৱনি ইমান কামনা লোলুপ আছিল যে...। তেওঁ ক'লে—

ঃ উইল ইউ হেড্ এ ড্ৰিংকচ্ মায়াবী?

মোৰ আপত্তিলৈ গুৰুত্ব নিদি তেওঁ ৱেটাৰ এজন মাতি ৰঙীণ পানীয়ৰ গিলাছ এটা মোৰ হাতত তুলি দিলে।

ঃ কাম অন মায়াবী, লেটচ চিট এণ্ড টক্ কমফৰ্টেব্‌লী।

মোৰ দৃষ্টিয়ে মোৰ সহকৰ্মী প্ৰিয়ংকা, ৰিতুমণিহঁতক বিচাৰি আছিল। মই জঁয় পৰি যোৱা লতা এডালৰ দৰে সংকুচিত হৈ যতীন মেহ্‌তা বহা চোফাখনৰ একাষে বহি ৰ'লো। ৰিতু আৰু প্ৰিয়ংকা স্মাৰ্ট ছোৱালী। স্বচ্ছ আধুনিক পোছাকেৰে দুয়ো পাৰ্টি এঞ্জয় কৰাত ব্যস্ত। দুয়োৰে হাতত ৰঙীণ গিলাছ।

যতীন মেহ্‌তাৰ বেছিভাগ প্ৰশ্নৰ উত্তৰ মই য়েচ্ ছাৰ, ন' ছাৰ কৈয়েই সামৰিব লগা হ'ল। এবাৰ হঠাৎ তেওঁ সুধিলে—

ঃ আৰন্ট ইউ হেপী হিয়েৰ মায়াবী?

ঃ অফকৰ্চ — অফকৰ্চ আই এম ছাৰ।

ঃ আৰ ইউ টেৰীবলী টায়াৰ্ড?

ঃ ন' ছাৰ ন' — আই এম অলৰাইট।

ঃ মায়াবী ইউ ইফ ডন্ট মাইণ্ড ইউ কেন টেক্ ৰেষ্ট হিয়েৰ ফৰ টু নাইট। আই মিন ইন মাই ৰুম।

মোৰ কাণ দুখন গৰম হৈ উঠিল। মই ৰঙা-ছিঙা পৰিলো। তেওঁ আকৌ ক'লে—

ঃ ষ্টপ ববিং। দেয়াৰ ইজ নথিং টু ফিয়েৰ। ডন্ট বৰী এবাউট ইয়ৰ ষ্টাফ, ইয়ৰ ডিৰেক্টৰ ন'জ এভ্ৰিথিং।

ঃ আই এম টেৰীবলী ছৰী ছাৰ।

যতীন মেহ্‌তা আৰু বেছি সময় মোৰ ওচৰত বহি নাথাকিল। তেওঁ ক'লে—

ঃ অ'হ্ ইউ টটেলী চিল্ড্।

যতীন মেহ্‌তা মোৰ ওচৰৰ পৰা উঠি যোৱাৰ লগে লগে অন্য অফিচাৰসকল

তেওঁৰ কাষ চাপি আহিল। এবাৰো ওঁঠলৈ নিনিয়া ৰঙীণ গিলাছটো মোৰ সন্মুখত উদ্বিগ্ন হৈ পৰি ৰ'ল। মই নীৰবে ডিনাৰ পাৰ্টি এৰিলো। পিছদিনা ছাৰে ক'লে—

ঃ মায়াবী তোমাৰ পৰা মই এনে আশা কৰা নাছিলো। ডঃ মেহ্‌তাই তোমাক বেয়া পাইছে। লগতে মোকো। তেওঁ বেয়া পোৱাৰ অৰ্থ তুমি জানানে? তেওঁৰ ক্ষমতা তুমি জানানে? তেওঁৰ পৰা আমি কিমান আশা কৰি আছো জানানে? গভৰ্ণমেন্ট অব্ ইণ্ডিয়াৰ মানুহ তেওঁ।

ডঃ মেহ্‌তা গুচি গ'ল। মোৰ কি হ'ল জানে? মোৰ অভাৰ টাইমটো এপ্ৰুভ নহ'ল। অভাৰ টাইম ক্লেম কৰিব পৰাকৈ মই কাম কৰিছিলো ছাৰ। তেতিয়াৰ পৰা মোৰ ফাৰ্ষ্ট আৱাৰ, লাষ্ট আৱাৰবোৰ দীঘল হৈ আহিল। বেছিভাগ কাম হয় অফিচৰ লাষ্ট আৱাৰত। অনাহকত কামবোৰ বাঢ়িল। মোৰ প্ৰভিডেন্ট ফাণ্ডৰ ফাইল, চিলড্ৰেন এডুকেশ্যান এলাউএন্সেচ, মেডিকেল ৰি-ইম্বাৰচ্‌মেন্ট, কোৱাৰ্টাৰ ৰিপিয়াৰিং আদি ফাইলবোৰ অনাহকত ছাৰৰ টেবুলত পৰি থকা হ'ল। সকলোবোৰ ফাইল ওলাই যায়। মোৰ ফাইলকেইটাৰ ওপৰত ধূলিৰ পাতল আস্বাদন এটা পৰে।

দীঘল কাহিনীটো কৈ মই ভাগৰি পৰিছিলোঁ। তেতিয়া নিশা ভালেমান হৈছিল। আমি অৰুণাভ ছাৰৰ বাসভৱনৰ ছাঁদত বৈ কথা পাতিছিলো। ফৰিংফুটা জোনাক ৰাতি আছিল। মই অৰুণাভ ছাৰলৈ চাইছিলোঁ। তেওঁৰ চকুৱে-মুখে এনে এটা খঙৰ ভাব ফুটি উঠিছিল যে মই ভয় খাই গৈছিলোঁ। মই নাজানিছিলো তেওঁৰ কাৰ ওপৰত বা ইমান খং উঠিছে। যতীন মেহ্‌তা, ডাইৰেক্টৰ অৰিন্দম চক্ৰৱৰ্তী নে সকলো মানুহৰ ওপৰত? হয়তো তেওঁৰ খং উঠিছিল মাথোঁ মায়াবীৰ ওপৰত। সকলোৰে সন্মুখত যতীন মেহ্‌তাৰ মুখত এটা অপমানৰ চিহ্ন আঁকি দিব নোৱাৰাৰ বাবে দুৰ্বল মায়াবীজনীৰ ওপৰত। কিয়েই বা ভাবি আছে তেওঁ। বহু সময়ৰ নীৰৱতা। যেন মোৰ অস্তিত্ব তেওঁ পাহৰি গৈছিল। —ওঁহো এই জোনাকৰ ৰাজ্যখনৰ মাজত অৰুণাভ ছাৰ এনেকৈ থাকিলে মোৰ সহ্য নহয়। মই চুওঁ নুচুওঁকৈ তেওঁৰ হাত এখন চুলো।

ঃ ছৰী ছাৰ, মই আপোনাক কষ্ট দিলোঁ।

ঃ কষ্ট? হয় বী। কথাবোৰ সহ্য কৰিবলে মোৰ বৰ কষ্ট হৈছে। তথাপি মই বুজি পাইছো। আমাৰ লেডীজ ষ্টাফসকলে সন্মুখীন হোৱা সমস্যাৰ আন এটা দিশ তুমি মোৰ সন্মুখত খুলি দিলা বী।

ঃ আন কোনোবা হয়নে নহয় মই নাজানো ছাৰ।

ঃ আন কোনোবা! কিন্তু তুমিতো হৈছিলা!

অৰুণাভ ছাৰে ধমকিৰ সুৰত ক'লে। মই চমকি উঠিলো। তথাপি মই ক'লো—

ঃ কিন্তু ছাৰ প্ৰিয়ংকা, ৰিতুমণিহঁতৰ দৰে ছোৱালীবোৰতো এনেধৰণৰ। এনে ছোৱালীৰ

অভাবো নাই। কিছু সুবিধা লাভৰ বাবে নিজকে যতীন মেহ্তাহঁতৰ মাজত বিলাই দিবলৈ অলপো কুণ্ঠাবোধ নকৰা ছোৱালী চাকৰিয়ালৰ অভাৱ নাই ছাৰ।

ঃ ডেম ইট। জহন্নামে যাওক প্ৰিয়ংকা, ৰিতুমণি। মই চিন্তা কৰিম মায়াবীহঁতৰ বাবে। প্ৰিয়ংকা, ৰিতুমণিহঁতৰ বাবে নহয়।

উন্মাত অৰুণাভ ছাৰে মোৰ হাতখন খামোচি ধৰিছিল। যেন সেইখন মোৰ দুৰ্বল হাতখন নহয়, যতীন মেহ্তাৰ মঙহাল কঠোৰ হাতখনহে। এইমাত্ৰ ছিঙি-ভাঙি তেওঁ হাতখন নিচিহ্ন কৰি পেলাব। মই অস্ফুট আৰ্তনাদ কৰি উঠিলো—

ঃ আস্ মই হাতত দুখ পাইছো ছাৰ!

ঃ অহ! ছ্ৰী বী ছ্ৰী! হঠাৎ মই আনমনা হৈ পৰিছিলোঁ।

ঃ ছাৰ আহক, লনত বহোঁগৈ। ইমান জোনাক। এপিয়লাকৈ জোনাক খাওঁগৈ—

ঃ ব'লা বী।

আমি লনলৈ নামি আহিলো। লনৰ মাজত থকা কঁহুৱা-কোমল দোলনাখনত দুয়ো বহি পৰিলো। অজস্ৰ তৰা বুকুত সাৱটি আকাশখন সাৰে আছে। তৰাবোৰে মিচিকিয়াই আছে। সাৰে আছে অৰুণাভ ছাৰৰ সুসজ্জিত সুশোভিত চৌহদটো। নিশা ফুলা ফুলবোৰৰ ক'লিবোৰ ফুলো ফুলো হৈছিল। আমাক দেখি লাজতে মুচুকঁচু গৈছিল।

শৰতৰ মৃদু শীতল মলয়াত ফুলগছবোৰে হালি জালি নাচিছিল। দোলনাখন নিজ ইচ্ছামতে লাহে লাহে দুলিছিল। যেনেকৈ কোলাত সন্তান লৈ নিচুকণি গীতৰ লগে লগে মাকজনী হালে জালে। শৰতে অকণ অকণ শীত ছটিয়াইছিল। অৰুণাভ ছাৰে শুধ বগা নাইট ড্ৰেচৰ ওপৰত পাতল চাদৰ এখন ছটিয়াই লৈছিল। চাদৰখন ৰূপোৱালী আছিল। ঠিক জোনাকবোৰৰ দৰেই। মই কুঁচি-মুচি বহা দেখি তেওঁ কৈছিল—

ঃ ঠাণ্ডা পৰিছে। ব'লা বী ভিতৰলৈ যাওঁ।

মই উঠিবলৈ মন নকৰা দেখি তেওঁ জোনাকৰ চাদৰখন মোৰ গাত দি দিলে। মই ক'লো—

ঃ ছাৰ আধা আপুনিও লওঁক।

ঃ কেনেকৈ?

মই কৌশলেৰে চাদৰখন দুয়োৰে গাত মেলি দিলোঁ। এটা মূৰ তেওঁৰ হাতত দিলো আনটো মূৰ মই নিজৰ হাতত ল'লোঁ। তেওঁ সুধিলে—

ঃ বাঃ মজাৰ কৌশল। কেনেকৈ শিকিলা বী?

ঃ সেইটোনো কি ডাঙৰ কথা ছাৰ!

জোনাকৰ চাদৰখনে অকণ অকণ দুষ্ট শীতবোৰ খেদি পঠিয়াইছিল। আমেজত মই চকু মুদি দিছিলো। যেন জোনাকৰ বিছনাত মই শুইছোঁ। জোনাকৰ চাদৰ এখন গাত

মেলি লৈছো। জোনাকৰ আঁঠুৱা এখনে মোক ঢাকি ধৰিছে। জোনাকৰ ফুলবোৰ ফুলিছে আৰু মোৰ নিচেই কাষত এক জোনাকী অবয়ব। এজন জোনাকেৰে গঢ়া দেৱদূত। যাৰ পৰা মোৰ কোনো ভয়-সংশয় নাই। সেই দেৱদূতৰ বাহুত মূৰ থৈ হঠাৎ মই টোপনি যাব খুজিছিলোঁ। আহোঁ আহোঁ কৰা টোপনিৰ আমেজত বুকুত দুখন কোমল হাতৰ স্পৰ্শ অনুভৱ কৰিছিলো। মোৰ কণমাণি জিমিৰ। মই জিমিক সাৱটি ধৰিব বিচাৰিছিলো। ৰুমীৰ জোপোহা চুলিবোৰত হাত বুলাই দিব বিচাৰিছিলো।

ঃ বী...বী...বী...

অৰুণাভ ছাৰৰ মৰম সনা কোমল আবেগিক মাত। গালত উশাহৰ পৰশ।

ঃ অহ! মোৰ টোপনি আহিব খুজিছিল ছাৰ।

ঃ ভিতৰলৈ যাবা?

ঃ জিমি বুকুত নাথাকিলে মোৰ বিছনালৈ যাবলৈ সমূলি ইচ্ছা নহয় ছাৰ! দুকাষে ৰুমী-জিমিক মই খেপিয়াই ফুৰো। টোপনিও ভাল নহয়।

ঃ সিহঁতৰ বন্ধ কিমান দিনৰ?

ঃ খুলিবৰ হ'ল।

ঃ তেন্তে ৰবিবাৰে পুৱাই গৈ আমি সিহঁতক লৈ আহিমগৈ। হ'ব?

ঃ কি আপুনি মোৰ ঘৰলৈ যাব ছাৰ? মোৰ গাঁৱলৈ?

ঃ নিশ্চয় বী মোৰ তোমাৰ শৈশৱ চোৱাৰ খুউব ইচ্ছা।

ঃ দেখিব ছাৰ। মোৰ গাঁৱৰ খালে-ডোঙে, নদীয়ে-বিলে, পথাৰে-সমাৰে মোৰ শৈশৱ বিৰাজমান। অসমখন সঁচাকৈ বৰ সুন্দৰ ছাৰ! দলিচাৰ দৰে সেউজীয়া চাহ বাগিচাবোৰ সপোন যেন।

ঃ আৰু বাগিচাৰ ছোৱালীবোৰো। নহয় নে বী?

অৰুণাভ ছাৰে চাহ বাগিচাৰ ছোৱালীবোৰৰ সপোন দেখাৰ কথা মই নাজানিছিলোঁ। মই হাঁহি উঠিলো—

ঃ ওঁ। বাগিচাৰ ছোৱালীবোৰ বৰ সুন্দৰ। আপোনাক বাগিচাৰ ছোৱালী এজনী বিচাৰি দিম। হাৰিয়া বনাই খুৱাব।

ঃ হাৰিয়া কি বী?

ঃ হাৰিয়া মানে লাওপানী।

ঃ লাওপানী মানে?

ঃ লাওপানী মানে মদ — মানে লোকেল মেড্ ড্ৰিংকচ্।

ঃ ৱাও! মজা হ'ব। প্ৰপ'জেল এক্‌চেপ্‌টেড্।

ঃ কিন্তু ছাৰ আপোনাৰ সেই মহাৰাণীৰ কি হ'ব?

ঃ কোন মহাৰাণীৰ বী? অ' আই চী... সেই যে ধনেশ মহাৰাণীৰ দৰে অভিমানী...

অৰুণাভ ছাৰ ধৰা পৰি গ'ল মোৰ ওচৰত। আচলতে তেওঁৰ কোনো ভেমাল মহাৰাণী নাই আৰু নথকাৰ কথা। অৰুণাভ ছাৰৰ বাবে ধনেশ মহাৰাণীৰ নহয় — নীনু তেলটুপীৰহে প্ৰয়োজন। সৰুতকৈ সৰু চৰাইৰহে তেওঁৰ স'তে প্ৰেম হ'ব পাৰে লাগিলে সেই চৰাই ৰঙীণ নহওঁকেই, অদ্বিতীয় সুন্দৰ নহওঁকেই!

চাহ বাগিচাৰ ছোৱালীবোৰৰ কথা মনত পৰিলত মই হঠাৎ চঞ্চল হৈ উঠিলো। গুণগুণাই গাব ধৰিলো— *জুগনু নামৰ শিৰীষ গছত ৰাধা যেন লতিকা...*

ঃ তাৰ মানে কি বী?

ঃ ৰাধা বাগিচাৰ ছোৱালী। জুগনু ৰাধাৰ প্ৰেমিক। বাগিচাৰ ল'ৰা। তাম বৰণীয়া। গীতত কৈছে জুগনু এজোপা শিৰীষ গছ। ৰাধা সেই গছত বগাই যোৱা এডাল লতা।

ঃ অহ! হাউ চুইট্!

অৰুণাভ ছাৰেও মোৰ লগে লগে গীত গুণগুণালে। তেওঁ লতিকাটো বাৰে বাৰে লথিকা বুলি উচ্চাৰণ কৰিছিল। মই শুধৰাই দিলোঁ—

ঃ লথিকা নহয় ছাৰ লতিকা।

অৰুণাভ ছাৰ এনেয়েও ভাল গায়। মাটিৰ গোন্ধ থকা ঝুমুৰ গীত তেওঁৰ মুখত বৰ সুন্দৰ শুনাইছিল। আমি দুয়ো গাইছিলো — *সোণাৰুৰে হালধীয়া থোপাথোপি ফুল। আইনা দেখি খোপা বান্ধে ৰাধা বিয়াকুল—*

ৰুমী-জিমিৰ স্কুল খুলিবলৈ কেইদিনমান তেতিয়াও বাকী। সিহঁতক লৈ চিন্তা নথকাত মই পাৰোমানে অফিচত কাম সামৰিছিলো। বহু বছৰৰ পুৰণা উৰঁলি যোৱা ফাইল বিচাৰি উলিয়াইছিলো।

কাম সামৰি যেতিয়া আমি অফিচৰ পৰা ওলাই আহো — বিদ্যুৎ চাকিবোৰ আৰু তৰাবোৰৰ যেন প্ৰতিযোগিতাহে চলে। কোনে বেছিকৈ পোহৰ বিলাব পাৰে। কেতিয়াবা আকৌ এন্ধাৰ থাকে। জোনাক নাথাকে। অৰুণাভ ছাৰে কয়—

ঃ বী, মানুহে এন্ধাৰো ভাল পাব লাগে নহয়?

মই একো নকওঁ। ভাবো, হওক এন্ধাৰ, তাতে কি হ'ল। আজি নহ'লেও কোনোবা দিনা জোনটোতো আকৌ ওলাব। বুকুৰ ভিতৰত যেতিয়া জোনটোৱে খোপনি পুতি বহি অহৰ্নিশে জোনাক বিলাই তেতিয়া প্ৰাকৃতিক আন্ধাৰো পোহৰলৈ ৰূপান্তৰ হয়। কিন্তু মোৰ বুকুৰ ভিতৰত হঠাতে বা জোন এটাই কেনেকৈ খোপনি পুতি বহি ভিতৰখন পোহৰাই পেলালে মই গমকে নাপালো। জোনাকৰ মাজেৰে উভতি আহোঁতে মোৰ দিনটোৰ ভাগৰবোৰ অৰুণাভ ছাৰৰ গাড়ীৰ ছিটত হেলান দি শুই পৰে। অৰুণাভ ছাৰে মাজে মাজে অপৰাধীৰ সুৰত সুধিছিল—

ঃ বী তোমাক মই বৰ কষ্ট দিছো নেকি?

ঃ কিহৰ কষ্ট ছাৰ?

ঃ ইমান দেৰিলৈ অফিচ। তোমাৰ ভাগৰ—

ঃ হয় ছাৰ। মোৰ বৰ কষ্ট হৈছে। তাৰ বাবে আপোনাৰ পানিচ্‌মেন্ট হোৱা উচিত।

ঃ এগ্ৰি বী। কি পানিচ্‌মেন্ট দিবা মোক? লেট্‌ পানিচ্‌মেন্ট বী প্ৰনাউন্স্‌চ্‌ এণ্ড ডেচ্‌পাচ্‌ অৰ্ডাৰ।

ঃ আপোনাৰ হাতৰ একাপ কফি।

ঃ বচ! ইমানেই। মই ভাবিছিলো অন্ততঃ লাইফ ইম্প্ৰিজনমেন্ট হ'ব। মঞ্জুৰ বী।

ৰুমী-জিমি নথকা দিনবোৰত অফিচৰ পৰা বাহিৰে-বাহিৰে আমি অৰুণাভ ছাৰৰ ঘৰলৈ গৈছিলো। তেওঁৰ অত্যাধুনিক বাথৰুমৰ বাথটাবত আৰু কেতিয়াবা চাৱাৰৰ কুলুমীয়া পানীৰ বৰষুণত মোৰ ভাগৰবোৰ যেতিয়া উটি-ভাঁহি গৈছিল অৰুণাভ ছাৰে তেতিয়া পাকঘৰৰ কাম কৰা ভাইটিটোক ফুৰিবলৈ পঠিয়াই নিজ হাতে দুকাপ কফি তৈয়াৰ কৰিছিল। কফিৰ কাপত চেনি মিলোৱা মিঠা শব্দটোৱে মোৰ মন-প্ৰাণ কিয়বা আন্দোলিত কৰি তুলিছিল নাজানো। আমি দুয়ো দুকাপ কফি লৈ ছাঁদত থকা দীঘল চোফাখনত বহিছিলো। অৰুণাভ ছাৰে ব্যৱহাৰ কৰা সুগন্ধি, তেওঁৰ শৰীৰৰ গোন্ধ আৰু কফিৰ তিতা-মিঠা গোন্ধৰ মাজত মই ডুবি গৈছিলো। আমেজত চকু মুদি দিছিলো। অৰুণাভ ছাৰে মোৰ দীঘল তিতা চুলিবোৰ চুই চাইছিল আৰু কৈছিল— বিউটিফুল।

মই তেওঁক সুধিছিলো—

ঃ ইমান ধুনীয়া কফি বনাবলৈ আপোনাক কোনে শিকালে ছাৰ?

ঃ তুমি বী।

ঃ মই? মই কেনেকৈ?

বহু সময়ত বহু কথাৰ উত্তৰ তেওঁ মাথোঁ এটি হাঁহিৰে দিছিল। মই তাৰ মাজৰ পৰা কিছুমান শব্দ বুটলি ল'বৰ যত্ন কৰিছিলো। অৰুণাভ ছাৰে কৈছিল—

ঃ বী মোৰ মায়ে কলেজত চাকৰি কৰে।

ঃ জানো ছাৰ। আপুনি মোক কৈছে।

ঃ তেওঁ সদায় কলেজৰ পৰা আহি চাহ একাপ খাবলৈ ভাল পায় আৰু সেই চাহকাপ বনাবলৈ মই বৰ ভাল পাইছিলো। আনকি এতিয়াও ঘৰলৈ গ'লে সেই চাহ কাপ ময়েই তৈয়াৰ কৰোঁ। অথচ মায়ে মোক কোনোদিনেই বনাবলৈ শিকোৱা নাছিল। কোনে শিকাইছিল জানা?

ঃ কোনে?

ঃ তেওঁৰ মৰমে বী।

মই মৌন হৈ পৰিছিলোঁ। তেন্তে মোৰ মৰমে তেওঁক কফি বনাবলৈ শিকালে। হ'ব পাৰে... হ'ব পাৰে। মই আনমনা হৈ পৰিছিলোঁ। অংশুৱে মোৰ বাবে জীৱনত কোনোদিনেই একাপো কফি নবনালে। যেতিয়া মই তেওঁৰ কাষত আছিলো, ভাবিছিলো

সেয়াই ভালপোৱা — ভাবিছিলো ভালপোৱা এখন নদী — এখন সাগৰ — এটা পাহাৰ — বা এটা পৰ্বত। কিন্তু ভালপোৱা যেন এখন ব্ৰহ্মাণ্ড — এখন আকাশ মই জনা নাছিলো। মই মৌন হৈ ভাবিছিলো অংশুৰ প্ৰতি থকা মোৰ মৰমত এনে কি কম আছিল যাৰ বাবে তেওঁ কোনোদিনেই মোৰ বাবে কফি বনাবলৈ নিশিকিলে। অথচ মোৰ মৰমৰ প্ৰকাশ ঘটিছিল অংশুৰ ওচৰত। মই অংশুক চুইছিলো। শৰীৰৰ প্ৰতি অংশত। অপ্ৰয়োজনতো অংশুৰ হাত এখন কেতিয়াবা বহুপৰ ধৰি খামোচি ধৰি থাকিছিলো। যিটো অৰুণাভ ছাৰৰ ওচৰত কেতিয়াও হোৱা নাই। অংশু মোৰ স্বামী হোৱাৰ বাবে মই তেওঁক ভাল পাইছিলো, মৰম কৰিছিলো, চুইছিলো, খঙো কৰিছিলো। প্ৰয়োজনতো অপ্ৰয়োজনতো। কিন্তু অৰুণাভ ছাৰকতো মই দেৱতাৰ শাৰীত থওঁ। তেওঁ যিমান ভালপোৱাৰ যোগ্য, মৰমৰ যোগ্য তাতকৈ বেছি তেওঁ সন্মানৰ যোগ্য। দেৱতাক ভাল পাব পাৰি, মৰমো কৰিব পাৰি, কিন্তু দেৱতাক আপোন মনে চুব পাৰিনে নোৱাৰি মই নাজানো। যেনেকৈ মই অংশুক চুইছিলো। যেনেকৈ টোপনিৰ আৱেশতো ৰুমী-জিমিক মই কাষলৈ টানি লওঁ — মোৰ বুকুৰ মাজলৈ। কিছুমান আচৰিত সংযোগত কেতিয়াবা মই অৰুণাভ ছাৰৰ খুউব কাষলৈ আহি পৰিছো হয়। তেওঁ সঁচাকৈয়ে এজন দেৱতা। নহ'লেনো মানুহ ইমান সংযমী হ'ব পাৰেনে? অপ্ৰয়োজনত অৰুণাভ ছাৰে কেতিয়াবা মোৰ হাতখন চুৱে। এনেয়ে — খুউব সহজভাৱে। কেতিয়াবা মোৰ চুলিবোৰ আৰু হঠাৎ কেতিয়াবা চকুৰ পৰা পানী ওলাই আহিলে পানীবোৰ মচি দিয়ে। অংশুৱে কিন্তু কোনোদিনেই তেনে কৰা নাছিল। অংশুৱে দিনৰ ভাগত প্ৰায়ে মোক নুচুইছিল। নিশাৰ নীৰৱতাত যেতিয়া তেওঁক ইন্দ্ৰিয়ই আমনি কৰিছিল হঠাৎ মোলৈ তেওঁৰ মৰম লাগিছিল। কাচিৎহে দিনৰ ভাগত অকলশৰীয়াকৈ থাকিলে তেওঁ মোক শোৱনি কোঠাৰ ভিতৰত চুইছিল। মোৰ তিতা চুলিৰ ৰবৰ্ষুণে, মোৰ চকুৰ পৰা হঠাৎ সৰি পৰা বিন্দু বিন্দু নিয়ৰৰ টোপালে অংশুক আমনি কৰা নাছিল। অৰুণাভ ছাৰক কৰে। মৰমৰ আমনি। কিয় মই বুজিবৰ যত্ন কৰোঁ। নুবুজো। বোধহয় অংশু এজন স্বামী আছিল বাবে। বোধহয় অংশু এজন সাধাৰণ মানুহ আছিল বাবে। অৰুণাভ ছাৰ অসাধাৰণ। তেওঁ যে এজন দেৱতা সেই গোপন ৰহস্য এই পৃথিৱীৰ কোটি কোটি মানুহৰ ভিতৰত মাথোঁ মইহে জানো, মই সঁচাই ভাগ্যবান।

অৰুণাভ ছাৰ আৰু মোৰ মাজলৈ বিভিন্ন উৎসৱৰ মাজতে ফাকুৱা আহিছিল। অংশু গুচি যোৱাৰ পিছৰ দিনবোৰত কেনেকৈ এই ৰঙৰ উৎসৱ পৃথিৱীলৈ নামি আহিছিল, মোক অকণো আমনি নকৰাকৈ গুচি গৈছিল নাজানো। ৰুমী-জিমিয়ে চুবুৰীয়া ল'ৰা-ছোৱালীবোৰৰ লগত ৰং খেলিছিল। সিহঁতৰ ৰঙত বুৰ যোৱা কণ কণ কাপোৰকেইটা মই যেতিয়া পানীৰ পাত্ৰত বুৰাই দিছিলো— ৰঙীণ পানীখিনিত হাতখন জুবুৰিয়াই মই মনত পেলাইছিলো অংশুৰ কথা। অংশু থাকোতে ফাকুৱা উৎসৱৰ

পিছত মই ঘৰখন পৰিষ্কাৰ কৰি তৎ পোৱা নাছিলোঁ। গা মূৰ ৰঙেৰে ঢাক খাই অহা অংশুক দেখি আমি খুউব হাঁহিছিলো। অংশুৰ বন্ধুবৰ্গৰে ফাকুৱাৰ দিনা আমাৰ ঘৰখন খলক লগাই আছিল। জিমি তেতিয়া তেনেই সৰু বছৰ দিয়েকো নহয়। ফাকুৱাৰ দিনা পুৱাতে অংশু কলনীৰ মতা মানুহবোৰৰ লগত ফাকু খেলিবলৈ ওলাল। গোটেই কলনীটো আনন্দত উৰি যাওঁ যেন হৈছিল। ল'ৰাৰ পৰা বুঢ়ালৈকে সকলো ৰঙা ৰাঙলী। মই পুৱাতে গা মূৰ ধুই জিমিক লৈ কোঠাত সোমাইছিলো। ফাকুৱাৰ পৰা বাচি থাকিব লাগিব। কেনেবাকৈ দুবাৰ গা ধুই মোৰ গাত ঠাণ্ডা সোমাব লাগিলে বুকুৰ পিয়াহ খোৱা জিমিটোৰো ঠাণ্ডা সোমাব। অসুখে ধৰিব। জিমিক পুৱাৰ আহাৰ খুৱাই শুৱাই আছিলো। কোঠাটোত অংশুৰ খোজৰ শব্দ...। অংশুৰেই হ'ব। অংশুৰ বাদে আমাৰ শোৱনি কোঠাত সোমাবলৈ দ্বিতীয় কোনো মানুহ ঘৰখনত নাছিল। মই কৈছিলো—

ঃ ফাকুসনা গাৰে এই কোঠালৈ নাহিবা অংশু। জিমিৰ এনেয়ে কাহ-পানীলগা হৈ আছে। এলাৰ্জি হ'ব। গা পা ধুইহে আহিবা।

অংশুৱে একো কোৱা নাই। মই আকৌ ক'লো—

ঃ ৰুমীক ক'ত এৰি আহিলা? গৰম পানী থোৱা আছে। তাইকো ভালকৈ গা ধুৱাই দিব লাগে।

ওহোঁ, অংশুৱে মোৰ কথাৰ বিপৰীতে এটা শব্দও কোৱা নাই কিয়। মই অংশুলৈ বুলি উভতি চাই চিঞৰি দিলোঁ—

ঃ মামণি...।

মোৰ কোঠাৰ ভিতৰত সেয়া অংশু নহয়। মই কোনোমতে ধৰিব পাৰিলো সেইজন নিপন্। অংশুৰ বন্ধু আৰু কোঠাৰ দুৱাৰ মুখত কলনীটোৰ সকলোবোৰ পুৰুষ। কিন্তু কোনজন কোন চিনি পোৱাৰ উপায় নাছিল।

ঃ নিপন্ নিপন্ চোৱা জিমিৰ গা ভাল নহয় আৰু চোৱা মই গা ধুই আহিছোঁ। এয়া চোৱা চুলিবোৰ এতিয়াও তিতি আছে। প্লিজ্ প্লিজ্...

অকণো বাধা নামানি নিপন মোৰ ফালে আগবাঢ়ি আহিল। মোক ধৰি পেলালে। মোৰ চকুৱে-মুখে, নাকে-কাণে ফাকুগুড়ি। তাৰ পিছত মোৰ ওপৰত বহুতো ৰঙীণ হাতৰ আক্ৰমণ। কিন্তু য'ত ক্ষণিক আগতে জিমিয়ে মুখ দি আছিল, মোৰ বুকুত দুখন কঠোৰ হাতৰ খামোচ কিয়? আস্... এয়া কেনে অত্যাচাৰ। ৰঙ্ সনাৰ অন্তৰালত এয়া কেনে নিৰ্লজ্জ অভিসন্ধি। মোৰ ডিঙিত থকা মুক্তাৰ মালাডাল ছিগি গৈছিল। ৰুমী আৰু ঘৰৰ কাম-বন সামৰা মামণিজনীয়ে মুক্তাবোৰ এটি এটিকৈ তুলিছিল। কোঠাৰ পৰা ওলাই যাওঁতে নিপনে কৈ গৈছিল—

ঃ আমাৰ কি দোষ। আমাক অংশুৱেহে পঠাইছে। বোলে মায়াবী আজি ৰুমত লুকাই আছে যা।

অংশুক মই কৈছিলোঁ—

ঃ অংশু তুমি আৰু এনে কাম নকৰিবা।

ঃ কি কাম?

ঃ তুমি নিপনহঁতক কিয় পঠাইছিলা?

অংশুৱে মোক তাচ্ছিল্য কৰিছিল। মই ভ্ৰূক্ষেপ কৰা নাছিলোঁ। সঁচাকৈয়ে বহুক্ষেত্ৰত মই গাঁৱলীয়া, পিছপৰা। বহুক্ষেত্ৰত এতিয়াও মই পবিত্ৰ ভাগৱতীৰ বৰ জীয়ৰী ঘৰ্‌-গোনা মুনুজনীয়েই হৈ থাকিলো। সেইবাবেই হয়তো মই বাৰে বাৰে ভাবি পেলাইছিলো নিপনৰ দৰে অংশুৱেও যদি কাৰোবাক...। কেইদিনমানৰ পিছত অংশুৰ এগৰাকী বন্ধুপত্নী দীপাই কৈছিল—

ঃ মায়াবী, তোমাৰ অংশুমানে কিন্তু ফাকুৱাত মোক বৰ অত্যাচাৰ কৰিলে। নতুন সোণৰ হাৰডাল ছিগি দুটুকুৰা হ'ল। তেওঁ সঁচাকৈ ফাকু খেলাত বৰ পাকৈত।

মোৰ গাটো জিকাৰ খাই উঠিল। অংশু থাকোঁতে কলনীটোৰ সৰু ল'ৰা-ছোৱালীবোৰ আৰু অবিবাহিত চফল ডেকা ল'ৰাবোৰো ফাকুৱাৰ দিনা আহিছিল। সম্ভ্ৰমেৰে কপালত ফাকুগুড়িৰ ফোঁট দিছিল। মহিলা আৰু ছোৱালীবোৰো আহিছিল। হাঁহি-ধেমালি হৈছিল। মিঠাইৰ প্লেট আহিছিল। ফাকুৱা পূজাৰ প্ৰসাদো আহিছিল।

অংশু গুচি যোৱাৰ পিছত ফাকুৱা উৎসৱ মোৰ বাবে মাথোঁ এটা বন্ধৰ দিন হৈ পৰিল। অফিচ বন্ধ। ঘৰৰ কাম কৰিব লাগে। মাথোঁ ফাকুৱাৰ দিনা ৰূমী-জিমিৰ ৰঙত বুৰ যোৱা কাপোৰকেইটা ধুই ধুই মই ভাবো অংশুৰ মৃত্যু যেন বৰষুণৰ এসোঁতা পানী। হঠাৎ মোক তিয়াই পেলালে আৰু জীৱনৰ সকলো ৰং উটুৱাই লৈ গ'ল। কাপোৰৰ ৰং, উৎসৱৰ ৰং, সেন্দূৰৰ ৰং সকলো। চুবুৰীয়াই হয়তো ফাকুৱাৰ দিনা ভাবে, বেছেৰী বিধৱা মানুহ তাই!!

মই বিধৱা হোৱাৰ অন্তৰালত কোনোবাখিনিত ফাকুৱাৰ ৰংবোৰ দোষী। অজানিতে সকলো মানুহৰ ওচৰত সুন্দৰ নিষ্পাপ ৰংবোৰ দোষী হৈ পৰিল। ওচৰৰে দুৰ্গাপূজা স্থলীত আন বহুতো মহিলাৰ লগত ৰূমী-জিমিক কাষত লৈ ময়ো আঁঠু লৈছিলোঁ। সকলোকে পূজাৰীয়ে তেজৰঙা সেন্দুৰৰ ফোঁট দিলে। আচৰিতজনকভাৱে মোক তেজৰঙা সেন্দুৰৰ ফোঁটৰ সলনি বগা চন্দনৰ ফোঁট এটাহে দিলে। মই লজ্জান্বিতা হ'লো। তেতিয়াৰ পৰা মই দুৰ্গাপূজাত মূৰ দোঁওৱা নাই। আচলতে ৰঙা ফোঁটটোলৈ মোৰ বৰ লোভ। মহিষাসুৰৰ বুকু ভেদি বাগৰি অহা তেজ সোঁতাৰেই যে সেই ৰঙা ফোঁটটোৰ প্ৰতীক।

চকুৰ আগত লহ্‌পহকৈ বাঢ়ি অহা চুবুৰীয়াৰ ছোৱালী ৰূপালীৰ বিয়া। তাইৰ আগৰে পৰাই আব্দাৰ।

ঃ মায়া বৌ, তুমি [illegible] বিয়াত মোক সজাই দিব লাগিব।

ৰূপালীক সজাইছিলোঁ। বুকুৰ সমস্ত ভালপোৱাৰে। ৰূপালীৰ কপালত সেন্দূৰৰ ফোঁটটো আঁকিবলৈ গৈ মোৰ হাতখন থমকি ৰ'ল। বিধৱাই সেন্দূৰ পিন্ধাব নাপায়।

সেইদিনাৰ পৰা কইনা সজোৱা দূৰৰ কথা কোনো ৰূপালীৰ বিয়ালৈ মই নাযাওঁ। বিধৱাই জোৰোণ টেকেলী ধৰিব নাপায়। কলনীৰ কণমাণি এজনীৰ নোৱাই তোলনী। নাই মই নাযাওঁ। পায়-নেপায়ৰ দোমোজাত সোমোৱাৰ সাহস মোৰ আৰু নহয়। সধৱা মানুহৰ লগত থাকিবলৈ মই লাজ পোৱা হ'লোঁ। বিধৱাই কিনো কৰিব পায় — মাথোঁ দুখ-বেজাৰ! বিধৱা বিধৱা কৰি গোটেই ৰঙীণ পৃথিৱীখনেই মোৰ পৰা দূৰলৈ গুচি গ'ল আৰু দূৰলৈ গুচি যোৱা ফাকুৱাৰ ৰংবোৰ এদিন অৰুণাভ ছাৰে মোৰ কাষলৈ ঘূৰাই আনিলে।

—সেইদিনা ফাকুৱাৰ বন্ধ। ৰুমী-জিমি পুৱাতে সমনীয়াৰ লগত ফাকু খেলিবলৈ গ'ল। ফোনটো বাজি উঠিল — অৰুণাভ ছাৰ—

ঃ বী তোমাৰ গাত আজি কি ৰং সানিম? কি ৰঙে শুৱাই পৰিবা তুমি? কি ৰং ভাল পাবা তুমি? মই ভাবো — সেই ৰঙ গোলাপী। নহয়নে?

মই অভিভূত হৈ পৰিলোঁ। ইমান সুন্দৰ দুটামান শব্দ। ইমান সুন্দৰ ৰং — "গোলাপী"। গোলাপী ৰঙে বাৰু সঁচাকৈ মোক সুন্দৰ দেখিব নেকি? মোৰ দুই গালত গোলাপী ৰঙৰ দুচমকা ফাকু... যেন এটা গোলাপী সপোন। অৰুণাভ ছাৰ আহিব জানো সঁচাকৈ? গোলাপী ৰঙ অকণমান লৈ? নাই... নাই... এয়া তেওঁৰ ধেমালি। মই সকলো বাদ দি ঘৰুৱা কামত লগা উচিত। মই গেছটো জ্বলাই একাপ চাহৰ পানী তুলি দিছিলোঁ। উতলিব ধৰা পানীখিনিত এচামোচ চেনি...।

আস! কাৰ হাত মোৰ দুয়োগালত আলফুলে...।

মই উচপ্ খাই ঘূৰি চাই হঠাৎ দুই হাত প্ৰসাৰিত কৰি মোৰ গালত ফাকু সানি দিয়া অৰুণাভ ছাৰৰ বাহুত বন্দী হৈ পৰিছিলো অতি আকস্মিক, অপ্ৰত্যাশিতভাৱে।

ঃ অহ' ছাৰ, মই যে ইমান ভয় খাই গৈছিলো।

তেওঁৰ কামিজৰ বুকুত মই দুই হাতেৰে খামোচি ধৰিলো। মোৰ গালৰ পৰাই গোলাপী ফাকুগুড়ি অকণমান উফৰি আহি তেওঁৰ কামিজত পৰিলহি। তেওঁ সেইদিনা বগা পোছাক পিন্ধি আহিছিল। কামিজটোৰ বুকুত সোণোৱালী ফ্ৰেমৰ বগা পাথৰৰ সুন্দৰ বুটাম আছিল। অহ! তেওঁৰ শুধবগা কামিজটো এতিয়াচোন লেতেৰা হৈ যাব। মই হাতেৰে জোকাৰি ৰংবোৰ আঁতৰাই পেলাব খুজিছিলোঁ। ওঁহো...। বেছিকৈহে লাগি ধৰিলে।

ঃ আস্ লেতেৰা হৈ গ'ল ছাৰ!

ঃ লেতেৰা নহয় বী। ৰঙীণ হৈ গ'ল।

অৰুণাভ ছাৰে দুই হাতেৰে মোৰ মুখখন তুলি ধৰিছিল।

ঃ আইনা নোচোৱা?

ঃ ওঁ চাম চাম।

মই আইনা চাবলৈ দৌৰিব খুজিছিলোঁ। অৰুণাভ ছাৰে হাতত ধৰি ৰখাই দিলে।

ঃ আঁকৰীজনী, আইনাচোন মোৰ গাতে আছে।

ঃ আপোনাৰ গাত?

ঃ ওঁ, এয়া এই বুটামত চোৱা।

অ' সঁচাকৈ। অৰুণাভ ছাৰৰ বুটামকেইটা একোখন কণমান আইনা। তাত মই মোৰ মুখখন দেখিলোঁ। এখন গোলাপী মুখ।

ঃ বৰ সুন্দৰ, ঠিক তোমাৰ গাৰ লগত মিলি যোৱা ৰঙ্ গোলাপী।

অৰুণাভ ছাৰে কৈছিল। মই তেওঁৰ বুকুৰ বুটামতে আইনা চাই সন্তুষ্ট নহ'লোঁ। মই মোৰ ডাঙৰ আইনাখনত গোলাপী মায়াবীক চাম। আইনাত নিজক চাই মোৰ হাঁহি উঠিল। মই মোৰ গালৰ ৰং অকণ আঙুলিৰে নি তেওঁৰ গালতো সানি দিলোঁ। তেওঁ ক'লে—

ঃ কৃপণ। ৰং সনাতো কৃপণালি!

কোনোবা দিন ৰঙৰ প্ৰয়োজন হ'ব বুলি জনা হ'লে মই গুলপীয়াৰ ভাণ্ডাৰ আনি থ'লোহেঁতেন! এতিয়া যে মোৰ হাতত ৰঙৰ খনি নাই। কি কৰো মই!

অৰুণাভ ছাৰক ক'লো—

ঃ ছাৰ চকু বন্ধ কৰকচোন।

ঃ কিয়?

ঃ প্লিজ্ ছাৰ। মই নোকোৱালৈকে নুখুলিব কিন্তু। অ'কে।

অৰুণাভ ছাৰে চকু মুদি দিলে। এইবাৰ মই ক'লো—

ঃ ছাৰ চাপৰি দিয়ক।

এইবাৰ তেওঁ চাপৰি দিলে। মোৰ ৰঙ সনা গালখন মই লাহেকৈ তেওঁৰ গালত ঘঁহাই দিলো, তেৱোঁ সমানে গোলাপী হ'ল।

আইনা চাই তেওঁ খুউব হাঁহিলে। ক'লে—

ঃ তুমি বৰ বুধিয়ক বী।

কথাবোৰ মনত পৰি মই হাঁহিব ধৰিলোঁ। আচৰিত হ'ল অৰুণাভ ছাৰ। অৰুণাভ ছাৰে তৈয়াৰ কৰা কফিৰ কাপ হাতত লৈ মই অতীতৰ ৰঙীণ দিন এট্যাত হেৰাই গৈছিলো। অৰুণাভ ছাৰ আৰু মোৰ মাজলৈ অহা প্ৰথম ৰঙৰ উৎসৱত মই ডুব গৈছিলো। তাৰ পিছত বহুকেইটা ফাকুৱা উৎসৱ আহিল আৰু গ'ল। কিন্তু সেই ফাকুৱা উৎসৱৰ স্মৃতি ম্লান নপৰিল বৰং স্মৰণীয় হৈহে ৰ'ল। মই ক'লো—

ঃ ছাৰ আপুনি যে মোৰ বাবে গোলাপী ৰং লৈ আহিছিল...। সঁচাকৈ আপোনাৰ ৰং সনা ষ্টাইল কি অভিনৱ!

ঃ তোমাৰ মনত আছেনে বী, সেইদিনা আবেলিলৈ ৰুমী-জিমি তুমি আৰু মই ফুৰিবলৈ গৈছিলো। জিমি মোৰ কোলাত বহিব বিচাৰিছিল। মই তাক কোলাত বহুৱাই লৈ গাড়ী চলাইছিলো।

ঃ ওঁ দুষ্টটোৱে বৰ ফূৰ্তি পাইছিল আৰু ৰুমীয়ে সেইদিনা তাক বৰ হিংসা কৰিছিল। আৰু আৰু...

ঃ আৰু কি বী?

ঃ সেইদিনা মই এখন গোলাপী শাড়ী পিন্ধিছিলো। ভাবিছিলো, পৃথিৱীৰ সকলো বস্তু গোলাপী কিয় বা নহ'ল!

আমি দুয়ো পুনৰ নিজৰ ভাৱনাৰ পৃথিৱীত বুৰ যাব ধৰোতে মই অৰুণাভ ছাৰক এটা গোপন কথা কোৱাদি হঠাৎ কৈ পেলালো—

ঃ জানে ছাৰ্, অংশুমানে মোৰ বাবে কোনোদিনেই কফি বনাই নাপালে—

ঃ হয়? তেওঁ বোধহয় কফি বনাব নাজানিছিল।

ঃ কিন্তু কিয় ছাৰ? ভালপোৱা মানুহৰ বাবে সকলো কৰিব জানিব লাগে।

ভালপোৱা মানুহৰ বাবে? মোৰ নিজৰ কথাষাৰ নিজৰ কাণতেই ৰহস্যময় যেন লাগিল। মায়াবীক ভাল পাইছিল জানো অংশুমানে? অংশুমানে ভাল পাইছিল তেওঁৰ পত্নীক আৰু পত্নীক জানো সকলো সময়তে ভাল পোৱা যায়? পত্নীক ভালপোবা যায় মাথোঁ প্ৰয়োজনত।

ভাত বনোৱা কাঞ্চাটো আহি অৰুণাভ ছাৰক ভাত হোৱাৰ খবৰ দিলেহি। অৰুণাভ ছাৰে সুধিলে—

ঃ বী আজি আকৌ ফুল ফুলাবলৈ ৰ'বানে?

ঃ ৰ'ম ছাৰ, দুটামান ক'লি এই ফুলো এই ফুলো হৈ আছে।

অৰুণাভ ছাৰৰ চৌহদত ফুলবোৰে সুবাস বিলাই। নিশা যিমানেই গভীৰ হয় ফুলবোৰৰ সুবাসো সিমানেই তীব্ৰ হয়। কোনোবা সৰ্বজ্ঞানী মালীয়ে তেওঁৰ চৌহদত ৰজনীগন্ধা এজোপা ৰুই থৈছে। নিশাৰ নিৰ্জনতাৰ সুৰুঙা লৈ তাই গোপনে ফুলে। কিন্তু তাইৰ সুবাসক জানো কোনোবাই গোপনে ৰাখিব পাৰে? ৰাতিৰ আহাৰ খোৱাৰ পিছতো ফুলৰ সুবাস ল'বলৈ বহু ৰাতিলৈ আমি সাৰে থাকোঁ। সেইদিনাও জোনাক ভৰা ছাঁদত বৈ আমি ফুল ফুলালৈ অপেক্ষা কৰিছিলো। ফুল ফুলিছিল। অৰুণাভ ছাৰে দীঘল দীঘল উশাহ টানি সুগন্ধিৰে বুকুখন ভৰাই লৈছিল। মই তেওঁলৈ চাই ৰৈছিলো— সপোন চোৱাদি। সেই ৰাতি মোৰ টোপনিও ভালকৈ অহা নাছিল। বাৰে বাৰে মই ভাবিছিলো— মানুহক চুই চোৱাদি দেৱতাক কেতিয়াও চুই চাব নোৱাৰি নেকি? মোৰ মৰমে কফি বনাবলৈ শিকোৱা সেই দেৱদূতজনকচোন মই কেতিয়াও মৰম প্ৰকাশ কৰাই নাই। মাথোঁ কথা কৈছো আৰু আকাশৰ তৰাটি চোৱাদি দূৰৰ পৰা চাই ৰৈছো

যেন মোৰ স্পৰ্শৰ পৰা তেওঁ শত যোজনৰ দূৰত। দেৱতাৰতো ভৰি স্পৰ্শ কৰা যায়। কিন্তু মোৰ দেৱদূতজনৰ মই ভৰি স্পৰ্শই বা কেনেকৈ কৰিম! মোৰ যে তেওঁৰ ভৰি দুখন এবাৰ স্পৰ্শ কৰাৰ খুউব ইচ্ছা — ছলে-বলে-কৌশলে।

যথেষ্ট ঠাণ্ডা। তথাপি চৰাইবোৰ পুৱাতে উঠি গীত গাবলৈ আৰম্ভ কৰিছিল কিচিৰ-মিচিৰ কৈ। নিষ্ঠুৰভাৱে মৰমীয়াল ব্লেংকেটখনৰ আলিংগন আঁতৰাই মই উঠি আহিলো। বাথৰুমত সোমালো। গা ধুই সেইদিনা মই গোলাপী উলৰ কাপোৰ পিন্ধিছিলোঁ। দুকাপ চাহ তৈয়াৰ কৰি ল'লো। এইখিনিতে অৰুণাভ ছাৰ কিছু এলেহুৱা। পুৱা তেওঁ উঠিব নোখোজে। বিছনাতে প্ৰথমে চাহ — তাৰ পিছত নিউজ পেপাৰ — ফোন — বিছনাতেই হাতত ব্ৰাচ। তেওঁৰ ঘৰত থাকিলে পুৱাৰ চাহকাপ লৈ মই তেওঁক জগাওঁ। তেওঁ চকু খুলিও বাৰে বাৰে শোৱে। মই তেওঁক দিনটোৰ কাৰ্যসূচী মনত পেলাই দিওঁ। তেওঁ হঠাৎ জাঁপ মাৰি উঠে। মই মোৰ নিজৰ ঘৰত থাকোঁতে তেওঁক পুৱাই ফোন কৰোঁ। টোপনিৰ আমেজতে তেওঁ কয়— গুড্ মৰ্ণিং বী।

চাহৰ ট্ৰেখন হাতত লৈ কোঠাত সোমাই দেখিলো তেওঁৰ তেতিয়াও গভীৰ টোপনি। গভীৰ প্ৰশান্তি ভৰা তেওঁৰ মুখমণ্ডলত পুৱাৰ কোমল ৰ'দৰ দৰে অকণমান হাঁহিৰ আভা বিয়পি আছে। মোৰ তেওঁক জগাবৰ মন নগ'ল। নিঃশব্দে চাহৰ ট্ৰেখন টেবুলত থৈ মই তেওঁলৈ চাই ৰ'লো। নাই, সাৰপোৱাৰ উমঘামেই নাই। তেওঁ বাৰু সপোন দেখি আছে নেকি? এয়াই উপযুক্ত সময়। মই দেৱতাক এবাৰ চুই চাম। মই তেওঁৰ ভৰিৰ কাষলৈ গ'লোঁ। ভেলভেটী ব্লেংকেটখনে তেওঁৰ ভৰি দুখন সাৱটি আছে। মই লাহেকৈ তেওঁৰ ভৰিৰ পৰা ব্লেংকেটখন সামান্য আঁতৰালো। তেওঁৰ ভৰি দুখন বৰ সুন্দৰ। মুখমণ্ডলতকৈও। মই মোৰ চেঁচা হাতখনেৰে তেওঁৰ ভৰি দুখন চুলোঁ। কেইবাটাও মুহূৰ্ত মই তেওঁৰ ভৰি দুখন স্পৰ্শ কৰি থাকিলো। তেওঁৰ ভৰিৰ স্পৰ্শ পোৱা মোৰ হাতখন এবাৰ কপালত লগালো। মই তেওঁৰ কাষত বহি পৰিলো। তেওঁৰ তৰাৰ দৰে উজ্জ্বল মুখখনিলৈ চাই ৰ'লোঁ। মোৰ হাতখন যন্ত্ৰচালিত হৈ আগবাঢ়ি গ'ল অবিন্যস্ত হৈ পৰা তেওঁৰ চুলিবোৰৰ মাজলৈ। বগাই গ'ল পৰুৱাৰ দৰে। তেওঁৰ জাপ খাই থকা চকুৰ পাহি আৰু ওঁঠলৈ। তেওঁৰ শৰীৰৰ উৰ্ধাংশত ব্লেংকেটখন নাই। তেওঁক ঢাকি দিয়া উচিত। মই তেওঁৰ হাতখন চুলোঁ। হৃদয়ৰ সমস্ত আবেগেৰে। এই হাতখনে এটা এটাকৈ অজস্ৰ ফাইলত চহী কৰে। কেতিয়াবা নিৰুদ্বেগ চিত্তে, কেতিয়াবা উদ্বিগ্ন হৈ। এই দুখন হাতেৰে তেওঁ দুৰ্নীতিগ্ৰস্ত ফাইলবোৰ বিচাৰি উলিয়ায়। ৰোগাক্ৰান্ত ফাইলবোৰ ৰোগমুক্ত কৰে এই দুখন হাতেৰে। এই দুখন হাতৰ মুঠিতে কিমানৰ ভৱিষ্যৎ যে নিৰ্ভৰ কৰে। এই দুখন হাতেৰে নীতাৰো এ-চি-আৰ লিখে, মায়াবীৰো লিখে। এই দুখন হাতেৰে তেওঁ মায়াবীৰ চকুৰ ৰবৰ্ষুণ মচি দিয়ে। তাইৰ চুলিবোৰ চুই চায়। ৰুমী-জিমিৰ লগত বেড্‌মিন্টন খেলে। মায়াবীলৈ সুস্বাদু কফি বনাই আৰু...

আৰু তাইৰ কপালত গোলাপী ৰং অকণ সানি দিয়ে — আলফুলে। এই হাতদুখন পৃথিৱীৰ অজস্ৰ হাতৰ ব্যতিক্ৰম। এই হাতদুখন এজন মানুহৰূপী দেৱতাৰ হাত। মই ব্লেংকেটখন ওপৰলৈ টানি তেওঁৰ হাতদুখন আৰু শৰীৰৰ উৰ্ধ্বাংশ ঢাকি দিব খুজিলো। — হঠাৎ তেওঁ সাৰ পাই গ'ল। ধৰা পৰি যোৱাৰ লাজ আৰু ভয়ত মোৰ মূছকঁছ যোৱাৰ উপক্ৰম হ'ল। মই যে তেওঁৰ বিছনাত তেওঁৰ কাষত বহি আছো। মই উঠি গৈ তেওঁৰ শিতান পালোঁগৈ।

ঃ ছবী... ছবী ছাৰ... আম... ছবী...। মই আপোনাৰ গাত ব্লেংকেটখন তুলি দিব খুজিছিলো আৰু এয়া মই আপোনাৰ বাবে চাহ লৈ আহিছো।

মোৰ চকুযোৰ চলচলীয়া হৈ আহিল।

ঃ বী...? কি হ'ল তোমাৰ? চাওঁ এইফালে আহাঁচোন।

তেওঁ মোৰ হাত দুখনত ধৰিলে।

ঃ মই আপোনাৰ টোপনি ভাঙি দিলো— ছাৰ।

ঃ তাতে কি হ'ল? প্ৰতিটো পুৱাই তুমি মোক উঠোৱা।

তেওঁ হাঁহিলে। তেতিয়াহে দেখিলো মোৰ তিতা চুলিকোছাৰ পৰা টোপ টোপকৈ সৰি পৰা পানী তেওঁৰ কপালৰ পৰা গালেৰে বাগৰি গৈছে। দুষ্ট নিষ্ঠুৰ টোপালকেইটা দ্ৰুত গতিত তেওঁৰ ডিঙিৰে নামি স্লিপিং গাউনৰ ভিতৰেৰে সোমাই গৈছে। মই ইচ্ ইচাই উঠিলো। ইহ! এই ঠাণ্ডাত...। তেওঁ মোৰ তিতা চুলিখিনি চাই চাই ক'লে— বিউটিফুল...

ঃ ভাল লাগিছে।

ঃ হয় ছাৰ — পুৱাৰ গৰম চাহকাপ বৰ আৰামদায়ক।

ঃ চাহৰ কথা কোৱা নাই বী। তোমাৰ কথাহে কৈছো। পুৱাতে গা ধুই আহিছা — তোমাক নিয়ৰত তিতা ফুল এপাহৰ দৰে লাগিছে। মোৰ মায়েও তোমাৰ দৰে পুৱাতে গা ধোৱে জানা!

যেনেকৈ মই অৰুণাভ ছাৰ আৰু অংশুৰ মাজৰ অমিলবোৰ বিচাৰি উলিয়াও অৰুণাভ ছাৰে তেনেকৈ তেওঁৰ মাক আৰু মোৰ মাজৰ সাদৃশ্যবোৰ বিচাৰি উলিয়ায়। কেতিয়াবা মই ভাবি পেলাওঁ পৃথিৱীৰ সকলো বিধৱা একেই নেকি বাৰু? পিছমুহূৰ্ততে মনটো জোকাৰি পেলাওঁ ছিঃ মই কিয় এনেকৈ ভাবো। অৰুণাভ ছাৰৰ দৃষ্টিত কোনো বিধৱা নহয়। তেওঁৰ বাবে তেওঁ মাক মাথোঁ তেওঁৰ মাক আৰু মই মায়াবী — তেওঁৰ বী।

অফিচত অৰুণাভ ছাৰে কৈছিল—

ঃ মুখ্য সচিবৰ লগত এটা এপইন্টমেন্ট অতি সোনকালে লোৱা। মোৰ কিছুমান গোপন আলোচনা কৰিব লগা আছে।

মই লগে লগে মুখ্য সচিবৰ পাৰ্ছনেল চেক্ৰেটাৰীৰ নম্বৰটো ডায়েল কৰিলোঁ। অৰুণাভ ছাৰে মোক মাতি নি ক'লে—

ঃ ৰিলিফ এণ্ড ৰিহেবিলিটেশ্যন বিভাগত এটা গোপন অনুসন্ধানৰ প্ৰয়োজন। তোমাৰ মৌখিক তথ্যৰ ভিত্তিত অনুসন্ধান আৰম্ভ কৰিব লাগিব। মই মুখ্য সচিবক কথাবোৰ জনাম।

মই আনন্দতেই নে আশ্চৰ্যতেই জানো স্তব্ধ হৈ ৰৈছিলো। অৰুণাভ ছাৰ আলোচনাৰ পৰা উভতি অহালৈ অধীৰ আগ্ৰহেৰে অপেক্ষা কৰিছিলো। সন্ধিয়াৰ চাহকাপ লৈ ছাঁদত বহোঁতেহে তেওঁ মোক আলোচনাৰ কথা ক'লে।

ঃ ৰিলিফ এণ্ড ৰিহেবিলিটেশ্যন বিভাগৰ যোৱা পাঁচটা বছৰৰ সকলোবোৰ নথি-পত্ৰ শীঘ্ৰেই বিচৰা হ'ব। প্ৰাকৃতিক দুৰ্যোগত আক্ৰান্ত ব্যক্তিৰ তালিকা, ক্ষয়-ক্ষতিৰ তালিকা, ৰিলিফ পোৱা ব্যক্তিৰ তালিকা, নোপোৱা ব্যক্তিৰ তালিকা, কিয় পালে বা কিয় নাপালে তাৰ কাৰণ, ক্ষয়-ক্ষতিসমূহৰ পুনৰ নিৰ্মাণৰ তালিকা, কেন্দ্ৰীয় আৰ্থিক অনুমোদন, ৰাজ্যিক অনুমোদন ইত্যাদি এশ এবুৰি নথি-পত্ৰ। মুখ্য সচিবে অচিৰেই উচ্চপদস্থ বিষয়াৰে এখন তদন্ত কমিটী গঠন কৰিব। বোধহয় সেই তদন্ত কমিটীৰ মুৰব্বীৰ দায়িত্ব ময়েই গ্ৰহণ কৰিম। মোক তুমি সহায় কৰিব লাগিব বী।

ঃ কৰিম ছাৰ। ৰিলিফ বিভাগৰ প্ৰতিটো ফাইল মোৰ চিনাকি। মই বৰ সুখী হৈছোঁ। বৰ ভাল হ'ব ছাৰ যদিহে অশিক্ষিত দুখীয়া অসহায় প্ৰাকৃতিক দুৰ্যোগত আক্ৰান্ত লোকসকলে চৰকাৰী সাহায্য পায়...

ঃ পাব বী।

অৰুণাভ ছাৰক মই কৈছিলো এই ৰাজ্যখনৰ খুউব ভিতৰুৱা কিছুমান অঞ্চলৰ কথা। এই ৰাজ্যখনত এতিয়াও এনে কিছুমান ঠাই আছে যে সপ্তাহদিয়েক খোজকাঢ়ি গৈহে গন্তব্যস্থল পায়গৈ। বাট-পথৰ চিন-মোকাম নাই। মাথোঁ অৰণ্য আৰু পাহাৰ। পাহাৰীয়া মানুহবোৰ প্ৰায়ে জুম বান্ধি তেনেবোৰ ঠাইলৈ যায়। আমাৰ সহকৰ্মী টাপা চিন্দক নামৰ ল'ৰাজনে প্ৰায়ে সিহঁতৰ গাঁওবোৰৰ কথা কয়। সি পূব কামেং জিলাৰ ল'ৰা। পূব কামেঙৰ জিলা সদৰ ঠাইখনৰ নাম ডাপোৰিজ। আমাৰ টাপা, চিন্দক নামৰ গাঁওখনৰ ল'ৰা। গাঁৱৰ নামেৰে তাৰ উপাধি। ৰাজধানী ইটানগৰৰ পৰা পৰিবহন নিগমৰ জৰাজীৰ্ণ বাছেৰে আৰু কেতিয়াবা নতুনকৈ চলিবলৈ ধৰা টাটা চুমৰে গৈ সি জিলা মুখ্য সদৰত নামে। তাৰ লগত যায় তাৰ পত্নী। জিলা সদৰ ডাপৰিজোত সম্বন্ধীয়ৰ ঘৰত নিশাটো কটাই ৰাতি পুৱাও-নৌপুৱাতেই সিহঁতে হেনো গাঁও অভিমুখে যাত্ৰা কৰে। খোজকাঢ়ি দুদিনৰ পথ। যাত্ৰাপথত পাহাৰীয়া ঝৰ্ণাৰ পানীৰে পিয়াহ পলুৱায়। ঠায়ে ঠায়ে থাকে শিলৰ গুহা। তাতেই অৰণ্যৰ পৰা খৰি লুৰি লগত লৈ যোৱা চাউল আৰু পাচলি ৰান্ধি খায়। শিলৰ গুহাত পদ-যাত্ৰীসকলৰ বাবে ৰন্ধা-বঢ়াৰ

পাত্ৰ থাকে। আহাৰ তৈয়াৰ কৰি তেওঁলোকে পুনৰ ধুই-পখালি থৈ আহে। কেতিয়াবা নিশাটো গুহাতে কটাব লগাত পৰে। বনৰীয়া জন্তুৰ মুখা-মুখি হ'ব লগাত পৰে। বিশেষকৈ ভালুকৰ। শুনামতে কিছুমান হিংস্ৰ নিশাচৰ চৰায়েও আমনি কৰাৰ ভয় থাকে। খৰস্ৰোতা পাহাৰীয়া নদীৰ ভয়াবহ সোঁত আৰু তাৰ ওপৰত অনবৰতে বতাহে কঁপাই থকা হেঙিং ব্ৰীজ... এইবোৰতো আছেই। আমাৰ সহকৰ্মীক সুধিছিলো—

ঃ মন্ত্ৰী বিধায়কসকল সেইবোৰ ঠাইলৈ যায় কেনেকৈ?

ঃ মন্ত্ৰী বিধায়কসকল সেইবোৰ ঠাইলৈ যাবই বা কিয়? তেওঁলোক ইলেক্‌চনৰ সময়তহে যায়।

সেই মানুহবোৰৰ নিশাৰ পোহৰৰ উৎস মাথোঁ জোনটো — জোনাক আৰু জুই। পৃথিৱীলৈ আন্ধাৰ নামি নৌ আহোঁতেই সিহঁতে নিশাৰ আহাৰ খায়। পুৱতি নিশাতে উঠি খেতিৰ কামলৈ ওলাই যায়। নগৰ মহানগৰৰ মানুহ সেইবোৰ ঠাইলৈ গ'লে হয়তো টাইম মেচিনত উঠি কেইবাটাও যুগৰ আগলৈ ঘূৰি যোৱা বুলি ভুল হ'ব। প্ৰাকৃতিক দুৰ্যোগৰ বলি হোৱা তেনে দুৰ্গম ঠাইৰ লোকে ৰিলিফ বিচাৰি ৰাজধানীলৈ আহিব পাৰিব বুলি মনে নধৰে। মন্ত্ৰী-বিধায়ক, চৰকাৰী বিষয়াই যি দিয়ে তাতেই সন্তুষ্ট নাথাকি তেওঁলোকে কি কৰিব। এনে দুৰ্গম ঠাইৰে ভৰি আছে আমাৰ অৰুণাচল।

মাথোঁ অৰুণাচল প্ৰদেশেই নহয়। উত্তৰ-পূবক জানিবলৈ তেওঁৰ আগ্ৰহৰ শেষ নাছিল। উত্তৰ-পূৰ্বাঞ্চলক জানিবলৈ তেওঁ অধ্যয়নো অব্যাহত ৰাখিছিল। মই তেওঁক পাৰোমানে সহায় কৰিছিলো। মূল্যবান গ্ৰন্থ সংগ্ৰহ কৰি দিছিলো। আখৈ ফুটাদি ইংৰাজী ফুটা অৰুণাভ ছাৰে ইতিমধ্যে দুই এষাৰ অসমীয়া ক'ব পৰা হৈছে।

অৰুণাভ ছাৰে বিভিন্ন বিভাগৰ দুৰ্নীতিৰ তদন্তৰ কাম আৰম্ভ কৰিছিল যেন ঘৰখন চুকে-কোণে সাৰি-পুছি নিয়াদি তেওঁ গোটেই ৰাজ্যখন চুকে-কোণে পৰিষ্কাৰ কৰি নিব। ভাৰতীয় প্ৰশাসনিক বিষয়া হোৱা বাবে তেওঁৰ তদন্তত অগ্ৰসৰ হোৱাত সুবিধাও হৈছিল বহুত। তেওঁৰ কেইবাটাও বিভাগৰ দায়িত্ব থকা সত্বেও জেনেৰেল এড্‌মিনিষ্ট্ৰেশ্যন অৰ্থাৎ সাধাৰণ প্ৰশাসনৰ মুৰব্বীৰ দায়িত্বও তেওঁক অৰ্পণ কৰা হৈছিল। কাম অভাবনীয়ভাৱে বাঢ়িছিল। তেওঁৰো-মোৰো। আমাৰ কথা পতাৰ সময় কমি আহিছিল। প্ৰায়ে তেওঁ এজাপ ফাইল ঘৰলৈ লৈ আহিব লগাত পৰিছিল। আমি দুয়ো একেলগে বহি কামবোৰ শেষ কৰিছিলো — প্ৰায়ে তেওঁৰ ঘৰত। ৰুমী-জিমি নাথাকিলে মোৰ ঘৰতো আমি ফাইল খুলি বহিছিলো। ৰুমী-জিমি থাকিলে ঘৰত অফিচ ফাইলৰ কাম কৰিবলৈ অসুবিধা। গুৰুতৰ ফাইল এটা চাই থকাৰ সময়তো জিমিয়ে তাৰ ৰাইমচ্‌ৰ কিতাপখন লৈ আহে।

ঃ আংকল আংকল আপুনি *জনী জনী য়েচ্ পাপা* জানেনে?

অৰুণাভ ছাৰে য'ৰ ফাইল ত'তে থৈ জিমিৰ ৰাইমচ্‌ৰ মাজত হেৰাই যায়— *জনী জনী য়েচ্ পাপা। ইতিং চুগাৰ ন' পাপা...*

ঃ আংকল তুমি পাপা হোৱা আকৌ

দুষ্ট জিমিয়ে জিদ্ ধৰে। অৰুণাভ ছাৰে কয়—

ঃ জনী জনী...

জিমিয়ে উত্তৰ দিয়ে—

ঃ য়েচ্ পাপা...

অৰুণাভ ছাৰে কি ভাবে মই নাজানো। জিমিৰ এনেবোৰ কথাত মই যিমান অপ্ৰস্তুত হওঁ— তেওঁ কিন্তু সিমানে আমোদ পায়। তেওঁ কয়—

ঃ বী ইহঁত শুলে ফাইলবোৰ শেষ কৰিম। এতিয়া *জনী জনী য়েচ্ পাপা...।*

মই ৰুমী-জিমিক কৃত্ৰিম খং কৰো আৰু মুগ্ধ হৈ সিহঁতৰ খেল চাওঁ। ৰুমী-জিমি শোৱাৰ পিছত ফাইলবোৰৰ কাম শেষ কৰি নিশাৰ আহাৰ খাই অৰুণাভ ছাৰ যেতিয়া যাবলৈ ওলাই তেতিয়া নিশা ফুলা ফুলবোৰ ফুলিবলৈ আৰম্ভ কৰে। শীতৰ ৰাতিবোৰত টোপটোপকৈ নিয়ৰ সৰে। শৰতত মোৰ পদুলিতে থকা শেৱালিজোপাৰ তলত অৰুণাভ ছাৰ খন্তেক ৰয়। গছজোপালৈ চায়। জোনটো তেতিয়া মোৰ ঘৰৰ সন্মুখৰ পকা ৰাস্তাটোৰ সিপাৰে থকা নাহৰকিজোপাৰ কাষতে থাকে। দেখিলে এনে লাগে যেন জোনটো নাহৰকেইজোপাতহে ফুলি আছে। মাজে মাজে নাহৰকেইজোপাৰ ডাল-পাতবোৰে জোনটো ঢাকি পেলাব খোজে। সেই নাহৰকেইজোপা আমি জোনটোৰ বুলি ভাবো'। জোনটোৰ বাদে আন কাৰোৱেই নাহৰকেইজোপাৰ ওপৰত কোনো অধিকাৰ নাই। উজ্জ্বল তৰাটোও আমি সদায় চাওঁ। সেইটো শুক্ৰ গ্ৰহ। আকাশত থকা আন দুটা উজ্জ্বল তৰা কেতিয়াবা মোৰ ঘৰৰ পিছফালে থকা নিচ্যি জনজাতিৰ চাংঘৰখনৰ ওপৰত থাকে। জোনটোও যে সদায় নাহৰকেইজোপাতে ফুলি থাকে তেনে নহয়। কেতিয়াবা মোৰ দুৱাৰমুখত থকা শেৱালিজোপাত ফুলি থাকে। কেতিয়াবা থাকে মোৰ পিছফালে থকা নিচ্যি জনজাতিৰ চাংঘৰটোৰ মূধচত। তেতিয়া মোৰ ৰান্ধনী ঘৰটোৰ খিৰিকীয়েদি জোনটো দেখি। আমি দুয়ো দুয়োকে চাই থাকোঁ। আমি দুয়ো যেন শৈশৱৰ বন্ধু। মাজে মাজে তাইক চাই চাই মই গাই পেলাওঁ — জোন ধনে জোনালীতে তৰাৰতীক চাই...। অৰুণাভ ছাৰৰ গাড়ীৰ পিছে পিছে জোনটো — জোনাকবোৰ — তৰাবোৰ সকলোবোৰ ঢাপলি মেলে। অৰুণাভ ছাৰে এদিন কৈছিল, ফুলৰ সুবাস অকণো হেনো তেওঁৰ গাত লাগি যায়।

মোক আচৰিত কৰি ৰুমী-জিমিৰ স্কুল কেতিয়াকৈ খুলিব অৰুণাভ ছাৰে খুউব হিচাব ৰাখিছিল।

অৰুণাভ ছাৰে মোক তেওঁৰ বাবে ছুটীৰ দৰ্খাস্ত এখন টাইপ কৰিবলৈ ক'লে। বন্ধৰ দিনকেইটা মিলাই কেইবাদিনো।

ঃ ছাৰ হঠাৎ ছুটী? ঘৰলৈ যাব? মায়ে মাতিছে?

মোৰ কেইবাটাও প্ৰশ্নৰ উত্তৰত অৰুণাভ ছাৰে ক'লে—

ঃ তোমাৰ বাবেও দৰ্খাস্ত এখন টাইপ কৰিবা। তোমাকো লৈ যাম।

ঃ কিন্তু কেনি ছাৰ?

ঃ নকওঁ, তোমাক ছাৰপ্ৰাইজ দিম। কাইলৈ পুৱাতে তৈয়াৰ হ'বা।

বুজিলো তেওঁ নিশ্চয় মোক ছাৰপ্ৰাইজ দিবলৈ সুন্দৰ আঁচনি এখন বনাই ৰাখিছে। এতিয়া সুধি একো লাভ নাই তেওঁক। পুৱা মই সঁচাকৈ তৈয়াৰ হৈছিলো। বেড্ টি হাতত লৈ তেওঁক জগাইছিলো।

ঃ গুড্ মৰ্ণিং ছাৰ। আই এম ৰেডী এণ্ড ইউ আৰ অলৰেডী লেট্।

ঃ অহ! মাই গড্।

অৰুণাভ ছাৰ জাঁপমাৰি উঠিছিল আৰু চাহকাপ ততাতৈয়াকৈ খাই তৈয়াৰ হৈছিল। তেওঁৰ কাম কৰা মানুহ এটাই গাড়ীখন ধুই-পখালি ইতিমধ্যে দীঘলীয়া যাত্ৰাৰ বাবে সাজু কৰি ৰাখিছে। বিশাল গে'ট্খনো খুলি ৰাখিছিল চকীদাৰে।

তেওঁৰ চৌহদৰ পৰা আমি যেতিয়া ওলাই আহিছিলো মালীয়ে ফুলগছবোৰত পানী দিয়া আৰম্ভ কৰিছিল। লাজ লাজকৈ বেলিটো ওলাইছিলহে। অৰুণাভ ছাৰে ক'লে—

ঃ বী মই কিন্তু ৰাস্তা চিনি নাপাওঁ।

ঃ তেন্তে ছাৰ?

ঃ তুমি নিৰ্দেশ দিবা আকৌ।

ঃ মই কেনেকৈ? আপুনি ক'লেহে আমি কেনি যাম।

তেওঁ মোৰ কাণৰ কাষলৈ মুখখন নি ক'লে—

ঃ আমি ৰুমী-জিমিক আনিবলৈ যাম।

ঃ ৰুমী-জিমিক আনিবলৈ?

মই খন্তেকতে আনন্দত উত্ৰাৱল হৈ পৰি খন্তেকতে স্তব্ধ হৈ পৰিলো। অৰুণাভ ছাৰ...? মোৰ ঘৰলৈ...? মোৰ কেঁচা মাটিৰ ঘৰখনলৈ? সঁচাকৈয়ে অৰুণাভ ছাৰে পাৰিবনে? নোৱাৰে এয়া এক আবেগ-ভ্ৰমণ আৰু লং ড্ৰাইভৰ আনন্দ গতানুগতিকতাত যতি পৰাৰ আনন্দ। পৰিবৰ্তনৰ আনন্দ। পথৰ দুয়োকাষত প্ৰাকৃতিক সৌন্দৰ্যৰ সুধা পান আৰু মোৰ কেঁচা মাটিৰ ঘৰখন এক কৰুণ বাস্তৱ। বাহিৰত নেদেখুৱালেও উভতি আহিবলৈ তেওঁ ভিতৰি উচ্পিচাব আৰু তাৰ পিছত হয়তো তেওঁ লাহে লাহে আমাৰ এই নিবিড় সম্পৰ্কৰ পৰা আঁতৰি যাব। দূৰলৈ... বহু দূৰলৈ...। ক'ত তেওঁৰ একোৱা গাৰ্ডৰ পানী আৰু ক'ত আমাৰ নাদৰ পানী! হঠাৎ মই মৌন হৈ পৰা দেখি অৰুণাভ ছাৰ আচৰিত হ'ল। ক'লে—

ঃ কি হ'ল বী? তোমাৰ ভাল লগা নাই?

ঃ ছাৰ কেইবটলমান মিনাৰেল ৱাটাৰ ল'ব লাগিব।

ঃ বহুকেইটা পানীৰ বটল গাড়ীত ভৰাই দিছে বী। শেষ হ'লে ল'ম দিয়া।

গাঁৱৰ ঘৰৰ বাথৰুম-টয়লেটৰ কথা মনত পৰি মোৰ মৰি যাওঁ যেন অৱস্থা হ'ল। তথাপি মই উপায়বিহীন। উভতিতো আহিব নোৱাৰো।

ঃ বী ৰুমী-জিমিয়ে আমাক দেখি খুউব ভাল পাব নহয়?

ঃ হয় ছাৰ! সিহঁতৰ আনন্দৰ সীমা নাথাকিব। সিহঁতে এই গাড়ীত উঠি আহিবলৈয়ো বৰ ভাল পাব। মই সদায় সিহঁতক বাছতহে আনোঁগৈ। গৰমে-ঠাণ্ডাই বৰ কষ্ট পায় সিহঁতে। কিন্তু সিহঁত দুটা জানো কম দুষ্ট। আপুনি চাবচোন ঘূৰি আহোঁতে আগত বহা পিছত বহা লৈ সিহঁতৰ কিমান ধৰণৰ কাজিয়া হ'ব।

অৰুণাভ ছাৰে হাঁহিলে। ক'লে—

ঃ সেইবোৰ বৰ মধুৰ কাজিয়া বী। তুমি সৰুতে ভাই-ভনীহঁতৰ লগত কৰিছিলানে ?

ঃ ভাল কথা কৈছে ছাৰ। কিয় বা কৰা নাই। আপুনি দেখিব নহয়, মোৰ ভাইটি ভন্টিহঁত এতিয়াও কম চঞ্চল নহয়। এয়া চাওক মোৰ কপালত এই দাগটো দেখিছে?

কপালত পৰি থকা চুলিবোৰ আঁতৰাই লুকাই থকা দাগটো তেওঁক দেখুৱালো—

ঃ ভাইটিয়ে মাৰিছিল। খেলি থাকোতে হঠাৎ খং উঠি কিবা এটা দলিয়াই দিলে। তেজেৰে ৰাঙলী হৈ গৈছিল। সি বৰ ভয় খালে। বহু ৰাতিলৈ বৰ দেউতাৰ ঘৰৰ দুৱাৰ চুকত লুকাই আছিল। ৰাতি তাক বিচাৰি আকৌ হুলস্থুল লাগিল। মোৰ পৰাও কেইদিনমান সি দূৰে দূৰে থাকিছিল। কিন্তু সেইটোনো কেইদিনলৈ! ময়ো তাক জোকাই নোলোৱাকৈ আছিলো জানো! এতিয়া কিন্তু এই দাগটো মোৰ মৰম লাগে ছাৰ। মোৰ শৈশৱৰ চিন। ভাই-ভনীহঁতৰ লগত কটোৱা মোৰ সমস্ত শৈশৱ যে এই দাগটোতেই পুঞ্জীভূত হৈ আছে।

ঃ তুমি ঠিকেই কৈছা বী। বী তোমাৰ শৈশৱৰ দাগটো মই চুই চাওঁ নে?

ষ্টিয়েৰিং ধৰি থকাৰ পৰা অৰুণাভ ছাৰে হাত এখন আগবঢ়াই দিছিল। মই তেওঁৰ হাতখন নি মোৰ চুলিৰে ঢাক খাই থকা কপালৰ দাগটোত লগাই দিছিলো। অৰুণাভ ছাৰে কৈছিল—

ঃ বৰ সুন্দৰ সঁচাকৈ।

ঃ শৈশৱৰ দুষ্টামিৰ দাগ অৱশ্যে মোৰ শৰীৰত বহুকেইটা এতিয়াও আছে। এবাৰ আঁঠুত গজাল এটা সোমাই গৈছিল।

ঃ অ' মাই গড্! কেনেকৈ?

ঃ কাঠ মিস্ত্ৰী হৈছিলো। হাতুৰী এটা লৈ কাঠৰ টুকুৰা এটাত গজাল মাৰিছিলো। গজালটো উফৰি আহি আঁঠুত সোমাই গ'ল।

ঃ তাৰ পিছত?

ঃ তাৰ পিছত'কি আৰু হ'ব। দেউতাৰ কোলাত উঠি গাঁৱৰ ডিচ্‌পেন্‌চৰী।

ঃ অহ' বেচাৰী'

ঃ আঁঠুৰ গজালৰ দাগটো মোৰ এতিয়া আছে আৰু সেয়াইনে মাথোঁ! ওচৰ চুবুৰীয়াৰ ঘৰলৈ বাঁহৰ জেওৰা বগাই যাওঁতে হোৱা তপিনাত কটা দাগ মই এতিয়াও কঢ়িয়াই ফুৰিছো।

মই কাপোৰৰ ওপৰেৰে দাগ দুটাত হাত বুলাই দিলোঁ। অৰুণাভ ছাৰে বেঁকাকৈ চাই পঠিয়ালে। সংবেদনশীল অংশত থাকি যোৱা দাগটোৰ কথা মনত পৰি মোৰ লাজ লাগি গ'ল আৰু লাজ লাগি গ'ল অৰুণাভ ছাৰে বেঁকাকৈ চাই পঠিওৱা দেখি। কিন্তু মই ঠিক বুজি পালো শৰীৰৰ কোনো সংবেদনশীল অংশ নহয় মোৰ শৈশৱ চুই চোৱাৰহে তেওঁৰ খুউব ইচ্ছা। তেওঁ কৈছিল—

ঃ জানা বী, মোৰ শৈশৱ বৰ নিঃসংগ আছিল। প্ৰথমে দেউতাক হেৰুৱাই মই নিঃসংগ হৈছিলো। মায়ে কলেজত চাকৰি কৰে। পুৱাতে ওলাই যায়। গোমোঠা মুখৰ অসন্তোষীয়া আইতাজনীৰ লগত মোৰ দিনটো পাৰ হয়-ভয়ে ভয়ে। আইতা অৰ্থাৎ মোৰ দেউতাৰ মাক। তেওঁ বিধৱা — লগতে পুত্ৰহাৰা। পৃথিৱীৰ সকলো মানুহৰ মৃত্যুৰ বাবে তেওঁ মোৰ মাকেই জগৰীয়া বুলি ভাবে। উপায়হীন হৈ তেওঁ মোৰ মাৰ লগত দিন কটাইছিল। মোৰ মায়ে তেওঁৰ সমস্ত দায়িত্ব মূৰ পাতি লৈছিল। কেতিয়াবা মোৰ আনজনী আইতা অৰ্থাৎ মোৰ মাৰ মাক আহিছিল। দুয়োজনী আইতাৰ সমূলি নপটে। এই সকলোবোৰ মূৰ পাতি ল'বলগীয়া হৈছিল মোৰ মায়ে। গোটেই দিনটোৰ কৰ্মব্যস্ততা, মোৰ স্কুলৰ হ'মৱৰ্ক, বজাৰ-সমাৰ আৰু ঘৰত আহি এই দুগৰাকী অসন্তোষীয়া বয়োজ্যেষ্ঠৰ ওন্দোলাই থকা মুখ, ওজৰ-আঁপত্তি। এই সকলোবোৰ মোৰ খুউব বেয়া লাগিছিল। বুজা-নুবুজা হোৱাৰে পৰা ময়ো মাৰ ভাল লগা, বেয়া লগাৰ প্ৰতি বৰ সচেতন হৈ উঠিছিলো। কলেজৰ শেষত টিউচন শেষ কৰি সন্ধিয়া মা উভতি অহালৈ কি যে এক উৎকণ্ঠাৰে মই বাট চাই ৰৈছিলো। বাৰে বাৰে মই মাৰ ক্লান্তিভৰা মুখখনলৈ চাওঁ। মোৰ কণমান অনুভূতিৰে তেওঁৰ মুখত লিখি থোৱা অন্তহীন বিষাদগাথা পঢ়িবলৈ অপাৰ যত্ন কৰোঁ। জানা বী, জিমিক দেখিলে মই ভাবো— জিমি বৰ ভাগ্যৱান। তাৰ লগত কণমানি কমী এজনী আছে। বোধহয় তোমাতকৈও কমী তাৰ মৰমৰ, আপোন। তাৰ দিনটোৰ চব্বিশটা ঘণ্টাৰ লগৰীয়া। তাৰ প্ৰতিটো উশাহ-নিশাহ, হাঁহি-কান্দোন, আৱেগ-অনুভূতিৰ কমী সাক্ষী। মোৰ কাষত কিন্তু কোনো কমী নাছিল। কিছুমান নিৰ্জীৱ পুতলা হাতী, ঘোঁৰা, গাড়ী, মটৰৰ মাজত পাৰ হৈছিল মোৰ শৈশৱ। কেতিয়াবা নিৰ্জীৱ সেই পুতলাবোৰৰ প্ৰতি মই মৰমত উথলি উঠিছিলো — কেতিয়াবা বৰ নিষ্ঠুৰ হৈ পৰিছিলো— আকাশচুম্বী অট্টালিকাৰ ওপৰৰ পৰা এটা এটাকৈ দলিয়াই দিবৰ মন গৈছিল। মাৰি পেলাবৰ মন গৈছিল।

ঃ কিয় ছাৰ?

ঃ নাজানো বী। বোধহয় যেতিয়া সিহঁতে মোৰ মনৰ মাজত জাগ্ৰত হোৱা অজস্ৰ প্ৰশ্নৰ উত্তৰ নিদিছিল — কৌতূহলৰ সঁহাৰি নিদিছিল। মোৰ লগত জঁপিয়াই জঁপিয়াই নেখেলিছিল — নাহাঁহিছিল — নাকান্দিছিল।

মই অৰুণাভ ছাৰৰ শিশুসুলভ নিষ্পাপ মুখখনলৈ থৰ লাগি চাই ৰ'লোঁ। হঠাৎ তেওঁ পথৰ কাষত গাড়ী ৰখালে। তেওঁ খুউব আৱেগিক হৈ পৰিছে। ভাৰতীয় প্ৰশাসনিক বিষয়া অৰুণাভ ভাৰ্গৱ, মোৰ মৰমৰ অৰুণাভ ছাৰ হঠাৎ যেন শৈশৱৰ মধুৰতাৰ পৰা বঞ্চিত অসন্তুষ্ট শিশুটি হৈ পৰিল। হয়তো নিঃসহায় মাকৰ মৰমৰ অৰুণ — অৰু বা তাতকৈও মৰম লগা এটি নাম সেই শিশুটিৰ 'ৰুণ'! তেওঁ মোৰ হতবাক চকুলৈ চাই কৈ গৈছে।

ঃ মোৰ বাবে সবাতকৈ বিৰক্তিকৰ কি আছিল জানা — মোৰ বিধৱা আইতাৰ বগা সাজ, মোৰ মামা আইতাৰ বগা সাজ, মোৰ মাৰ বগা সাজ, বগা চন্দনৰ ফোঁট — বগা বিছনা, বগা পৰ্দা, বিষাদ ভৰা গোমোঠা বগা মুখবোৰ — যেন বগা ৰঙৰ প্ৰতিযোগিতাহে চলিছে। যেন মানুহ নহয় একো একোটা প্ৰেতাত্মা। যেন মানুহৰ ঘৰ নহয় এখন শ্মশান। বগা সাজৰ প্ৰতি মোৰ মনত এক অহেতুক বিতৃষ্ণাই বাহ লৈছিল। সকলোবোৰ ৰঙীণ কিয় নহয়? কিয় নহয়? মনৰ ভিতৰত অদ্ভুত এক আক্ৰোশ পুহি ৰাখিছিলো। পৃথিৱীৰ সমস্ত বগা কাপোৰ এদিন মই জ্বলাই পেলাম। কিন্তু মই কণমান শিশুটিয়ে একো কৰিব পৰা নাছিলো। মাথোঁ গগনচুম্বী অট্টালিকাৰ বহু ওপৰৰ এটা ফ্লেটৰ বেলকণিৰ পৰা অহৰহ তললৈ চাই ৰৈছিলো। পকৰাৰ লানিৰ দৰে শাৰী শাৰী গাড়ী-মটৰবোৰ কেনিবা গৈছিল গৈ। হয়তো এনেবোৰ কাৰণতে ৰুমী-জিমিৰ শৈশৱ উপভোগ কৰি মোৰ খুউব ভাল লাগে। কিছুদিন অগা-পিচাকৈ মোৰ দুয়োজনী আইতা যেতিয়া ঢুকাল মই খুউব ভাল পালোঁ। মাৰ ওচৰত জিদ কৰিবলৈ ধৰিলো — মায়ে ৰঙীণ সাজ পিন্ধিব লাগিব। মোৰ জিদৰ ওচৰত মা পৰাজিত হৈছিল। এদিন ৰঙীণ সাজ তুলি লৈছিল। সৌ বিশাল আকাশখনৰ দৰে নীলৰঙী আছিল সাজযোৰ। তাত অকণ অকণ ভিন্নৰঙী ফোঁট কিছুমান আছিল। এমুঠি ৰামধেনু ছটিয়াই দিলে যেনে হ'ব ঠিক তেনে ধৰণৰ। তাৰ ৰঙাফোঁটকেইটা মোৰ বৰ প্ৰিয় আছিল। মই সেইকেইটা চিকুটি চিকুটি চাইছিলো। মা আৰু মই খুউব হাঁহিছিলো।

মই ডাঙৰ হৈ আহিছো আৰু মনে মনে আশা কৰিছো গগনচুম্বী অট্টালিকাটোৰ ওপৰত থকা মা আৰু মোৰ সৰু সংসাৰখনলৈ হঠাৎ কোনোবা এজন অতিথি আহক। আমাৰ লগত চাহ খাওঁক —কথা পাতক — ভাত খাওঁক আৰু এদিন কৰ্ম সংস্থানৰ বাদে, বজাৰ-সমাৰৰ বাদে আন কেনিও নোযোৱা মোৰ উদাসীন আজলী মাজনী তেওঁৰ লগত ওলাই যাওক — এপাক ফুৰি আহক। মই বেলকণিৰ পৰা চাই থাকিম।

হয় সৌৱা মোৰ মাৰ মুখত সুন্দৰ হাঁহি এটা ফুটি ওলাইছে। মই ওপৰৰ পৰা হাত জোকাৰিছো, বাই — মাম্মা...। নাই ভিৰৰ মাজত ইমান ওপৰলৈ মূৰ তুলি চোৱা সম্ভৱ নহয়। অতিথিজনৰ হাত ধৰি ভিৰৰ মাজত মোৰ মা খন্তেকতে হেৰাই গ'ল। কিন্তু মোৰ সেই কল্পনা কোনোদিনেই বাস্তৱ নহ'ল বী। আকাশলংঘী অট্টালিকাটোৰ সৰু ফ্লেটটোলৈ কোনোদিনেই মোৰ আকাংক্ষিত অতিথিজন নাহিল। মোৰ মা কোনোদিনেই কাৰো হাত ধৰি কেনিও ওলাই নগ'ল। মানুহবোৰ বৰ বেয়া বী — বৰ বেয়া!

অৰুণাভ ছাৰ ৰৈ গৈছিল যেন তেওঁৰ বৰ ভাগৰ লাগিল আৰু মোৰ তেওঁলৈ খুউব মৰম লাগিল। হঠাৎ মোৰ অৰুণাভ ছাৰ মোৰ চকুৰ সন্মুখতে সৰু অৰুণাভলৈ পৰ্যবসিত হ'ল। মোৰ ৰুমী-জিমিতকৈও সৰু। তথাপি মুখ ফুটাই মই একো নক'লো। আমি পুনৰ আগবাঢ়িলো। বাৱন্ন নম্বৰ ৰাষ্ট্ৰীয় ঘাই পথেৰে। সমতল ভূমি অসম। পথৰ দুয়োকাষে কোনোবাখিনিত গাঁও — তামোল-পাণেৰে ভৰা আটোমটোকাৰী বাৰী। কোনোবাখিনিত শাৰী শাৰী চাহ বাগিছা। হঠাৎ ক্ষন্তেক গাড়ী ৰখাই অৰুণাভ ছাৰে সেইবোৰ চায়। এখন নদীৰ কাষত অৰুণাভ ছাৰে গাড়ী ৰখালে। পানী প্ৰায় শুকাইছিল নদীখনত। ৰূপৰ বালিবোৰত ৰ'দ পৰি বালি-চন্দাবোৰ চিক্‌মিকাইছিল। এজাক শিশু বালিয়ে পানীৰে লুতুৰি-পুতুৰি হৈ খেলি আছিল। অৰুণাভ ছাৰে সেইফালে আঙুলিয়াই ক'লে—

ঃ চোৱা বী।

মোৰ হতবাক চাৱনি নদীৰ ফালে ঘূৰিল। অৰুণাভ ছাৰ গাড়ীৰ পৰা নামিল। ময়ো। আমি দুয়ো নদী পালোগৈ। অৰুণাভ ছাৰে কৈছিল—

ঃ নদীখন কিন্তু বিশাল। পানী শুকোৱাৰ বাবেহে ইয়াৰ বিশালতাৰ উমান পোৱা নাযায়। এইখন কি নদী বী?

ঃ জীয়া ভৰলু ছাৰ।

শিশুবোৰৰ বেছিভাগেই নাঙঠ। অৰুণাভ ছাৰে নাঙঠ কণমানি এজনীক কোলাত তুলি ল'লে। মোলৈ চাই ক'লে—

ঃ সুন্দৰ নহয়?

মই মূৰ দুপিয়ালো। হয়তো আমি দুয়ো অনুভৱ কৰিলো নাঙঠ হোৱা বাবেই শিশুজাকক ইমান সুন্দৰ দেখা গৈছে। উন্মুক্ত আকাশৰ তলত নদীৰ পাৰত বালি-চন্দাত এজাক নাঙঠ শিশু। উন্মুক্ত। যেন কোনোবা অদ্বিতীয় শিল্পীৰ নিখুঁত এখন ছবি। উন্মুক্ততাৰ চিত্ৰ। মই অৰুণাভ ছাৰ আৰু নাঙঠ শিশুজাকক ম'বাইল কেমেৰাত আবদ্ধ কৰি পেলালো।

হঠাৎ ঘৰখন উৎসৱমুখৰ হৈ পৰিল। অৰুণাভ ছাৰক দেখি ৰুমী-জিমি যেনেকৈ

আনন্দত মতলীয়া হৈ পৰিল অৰুণাভ ছাৰো আনন্দত উত্ৰাৱল হৈ পৰিল। দুয়োটা তেওঁৰ গাত ওলমি পৰিল।

ঘৰখনত নতুনকৈ টিনপাত লগাইছে। নতুন টিনপাতবোৰ ৰূপৰ দৰে জিলিকিছে। বাঁহৰ দুৱাৰকেইখন কাঠৰ হ'ল। নতুনকৈ লগোৱা পৰ্দাকেইখন কাবেৰীয়ে ঘৰতে বোৱা। মোৰ ভাল লাগিল। ভাইটিয়ে নতুনকৈ সজাই তোলা ঘৰখন মই খুটি-নাটি মাৰি চালো। ভাইটিৰ কিমান যে গৌৰৱ। সি নতুনকৈ কামত লাগিছে। ক'ত কিমান খৰচ হ'ল — কিমান পালে মোক একাষৰীয়াকৈ মাতি নি সকলো বিৱৰি ক'লে। বিছনাৰ লেপ-তোচক, গাৰু, বিছনা চাদৰ নতুন হ'ল। টিনৰ বাকচটো খুলি ৰাহি হোৱা টকাকেইটাও উলিয়াই দেখুৱালে। সি তাৰে পৰা টকা লৈ বজাৰলৈ যাবলৈ ওলাল। মই তাক বাধা দিলো। বেগৰ পৰা টকাকেইটামান উলিয়াই দিলো।

ঃ এতিয়া এয়াকে নেচোন। তোৰ হাতৰ কেইটা কিয়নো খৰচ কৰিব লাগে। সি নামানিলে।

ঃ হ'ব দেচোন! যেতিয়াই আহ তয়েইচোন খৰচ কৰ! তোৰ বাৰু এনেকৈয়ে চলিব! লগত যে ইমান ডাঙৰ মানুহ এজন আহিছে স্পেচিয়েল কিবা এটা কৰিব লাগিব দেচোন!

মই হাঁহিছিলো। যদিও হঠাৎ ভাবি পেলাইছিলো — সঁচাকৈ অৰুণাভ ছাৰ বহুত ডাঙৰ মানুহ — কিন্তু সেই কথা মই পাহৰি যাওঁ। অৰুণাভ ছাৰক লৈ ঘৰখনৰ মানুহবোৰ খুউব ব্যস্ত হৈ পৰিছিল। আতিথ্য দেখি তেওঁ হয়তো মাজে মাজে হতভম্বও হৈছিল। তেওঁ বৰ আমোদ পাইছিল আৰু ক্ষন্তেকতে নতুন পৰিৱেশৰ নতুন মানুহবোৰৰ লগত এনেকৈ মিলি গৈছিল যে মোৰ সকলো সংকোচ নিমিষতে শেষ হৈছিল। তেওঁৰ অৱশ্যে মা দেউতাৰ লগত বিশেষকৈ মাৰ লগত কথা পাতিবলৈ সমস্যা হৈছিল। মায়ে ইংৰাজী, হিন্দী সমূলি একো নাজানে। অৰুণাভ ছাৰে ভঙা ভঙাকৈ দুই এটা অসমীয়া ক'ব পাৰে। অৱশ্যে সেই সমস্যা দূৰ কৰিছিল ভন্টি কাবেৰীয়ে। কলেজৰ শেষ শ্ৰেণীত পঢ়া কাবেৰী ইংৰাজী সাহিত্যৰ ছাত্ৰী। তাই ভাল হিন্দীও ক'ব পাৰে। কাবেৰী আৰু ভাইটিৰ লগত অৰুণাভ ছাৰৰ খুউব বন্ধুত্ব হৈছিল। কাবেৰীক তেওঁ "ৰিভাৰ" বুলি জোকাইছিল। মা আৰু কাবেৰীয়ে বিধে বিধে ৰান্ধিছিল। মাটি মাহৰ খাৰৰ পৰা ধৰি ঔটেঙা, কচু, ঢেঁকীয়া, খৰিকাত দিয়া, পাতত দিয়া একোৱেই বাদ নপৰিছিল। ভাইটিয়ে বিচাৰিছিল অৰুণাভ ছাৰক চিকেন-পোলাও জাতীয় আহাৰ খুৱাবলৈ। অপ্ৰস্তুত হৈছিল সি। ডাইনিং টেবুল হিচাবে ব্যৱহাৰ হোৱা আমাৰ বিবৰ্ণ কাঠৰ টেবুলখনত খাবলৈ বহোঁতে মোৰ অৰুণাভ ছাৰৰ ডাইনিং ৰূপৰ চানমাইকা খটোৱা বিশাল সুন্দৰ টেবুলখনৰ কথা মনত পৰিছিল। মই অৰুণাভ ছাৰলৈ চাই ৰৈছিলো। তেওঁ সকলোৰে লগত কথা পাতি পাতি তৃপ্তিৰে ভাত খাইছে। প্ৰতিখন আঞ্জাৰে সোৱাদ লৈছে অতি হেঁপাহেৰে।

তেওঁৰ বাবে প্ৰতিখন আঞ্চাৰে জুতি অভুতপূৰ্ব তাত মোৰ অকণো সন্দেহ থাকি নগৈছিল।

সন্ধিয়ালৈ জোনাকৰ বৰষুণ হৈছিল গাঁওখনত। নামঘৰত ডবা-শংখ বাজি উঠিছিল। প্ৰতিটো ঘৰৰ পৰা ভাঁহি আহিছিল প্ৰাৰ্থনাৰ সুৰ। আমাৰ থাপনাতো বন্তি এগছি জ্বলাই মায়ে প্ৰাৰ্থনা জুৰিছিল — *কিমতে ভকতি কৰিবো তোমাক হৰি এ—* অৰুণাভ ছাৰে তন্ময় হৈ শুনিছিল। মধুৰ সাত্বিক পৰিৱেশটো তেওঁ উপভোগ কৰিছিল। তেওঁ আৰু উপভোগ কৰিছিল গাঁৱৰ জোনাক। শান্ত নিবিড় জোনাক। ষ্ট্ৰীট লাইটৰ অবিহনে জোনাকত ৰূপৰ দৰে জিলিকি আছিল ৰাতিৰ গাঁওখন। অৰুণাভ ছাৰ, কাবেৰী আৰু মই গাঁওখনৰ ইমূৰৰ পৰা সিমূৰ পাইছিলোগৈ — খোজকাঢ়ি। গাঁৱৰ ঠেক কেঁচা ৰাস্তা। দুয়ো পাৰে খাল, খৰালি। তাতে ফৰকাল বতৰ। বোকা পানী নাছিল। শুধবগা বালিয়ৰী পথটো হাতী-পটিৰ দৰে জিলিকিছিল। অৰুণাভ ছাৰে কোনোবাখিনিত কিবা এটা চাই হঠাৎ ৰৈ যায়। আমি সোধো—

ঃ কি হ'ল ছাৰ?

ঃ অহ! ইটজ্ ৱণ্ডাৰফুল!

তেওঁ ঘৰ এখনিৰ খেৰৰ চালৰ ওপৰত লোদোৰ-পোদোৰ হৈ লাগি থকা কোমোৰাবোৰলৈ আঙুলিয়াই দিয়ে। পথাৰত ধানবোৰ তেতিয়া আধা পকা আধা কেঁচা। যেন পূৰ্ণ যৌৱন পাওঁ পাওঁ হোৱা ছোৱালী এজনীৰ সোণামুৱা মুখখনহে। জোনাকত সোণগুটীয়া ধানবোৰ তিৰবিৰাইছিল আৰু বিশাল ধাননি পথাৰবোৰৰ মাজত থকা জীৰ্ণ পঁজাটোলৈ চায়ো তেওঁ ৰৈ গৈছিল যেন শৈশৱতে এই ঠাইখন তেওঁ এৰি গৈছিল। বহুবছৰৰ পিছত উভতি আহি স্মৃতিহে ৰোমন্থন কৰিছে। যেন পাহৰণিৰ গৰ্ভত বিলীন হ'ব ধৰা এটা সপোন হঠাৎ উঠি আহিছে। কিমান যে কথা তেওঁ সুধিছিল। কাবেৰী লগত থকাৰ বাবে উত্তৰ দিয়াৰ পৰা মই ৰেহাই পাইছিলোঁ। নিশা দেউতাৰ লগত বহি ব্লেক এণ্ড্ হোৱাইট টিভিত তেওঁ নিউজ চালে। ভাইটিৰ চিন্তাবোৰ কিন্তু খুউব কাৰ্যকৰী। অৰুণাভ ছাৰৰ গাড়ীখন থোৱালৈ তাৰ চিন্তা। কণমানি গাড়ীখনৰ আইনা নিয়ৰত সেমেকি আছিল। সি মোক আঁতৰলৈ মাতি আনি ক'লে—

ঃ বাইদেউ গাড়ীখনৰ ব্যৱস্থা কি হ'ব এতিয়া?

ঃ গাড়ীখন?

ঃ গাড়ীখন এনেকৈয়ে থবিনে?

ঃ আৰুনো কেনেকৈ থবি? থাওক দে।

ভাইটি কিন্তু চিন্তিত। নিশা শুবলৈ যোৱাৰ সময়ত মই দেখিলো ভাইটিয়ে ক'ৰবাৰ পৰা ডাঙৰ প্লাষ্টিক এখন আনি গাড়ীখন ঢাকি দিলে। মৰমৰ উম পাই গাড়ীখন তৎক্ষণাত টোপনি গ'ল। অৰুণাভ ছাৰে হাঁহিলে। ভাইটিক পিঠিত চপৰিয়াই ক'লে— গুড্।

সি নিঃসন্দেহে জীৱনত প্ৰথমবাৰৰ বাবে আমাৰ বাঁহৰ জপনাখন শিকলি এডালেৰে বান্ধি তলা এটা মাৰিলে। কাবেৰীয়ে সুন্দৰকৈ বিছনা তৈয়াৰ কৰিলে। তাইৰ একান্তই নিগাজী সম্পত্তি থকা বাকচটো খুলি নিজ হাতে বৈ-কাটি থোৱা বিছনা চাদৰ, মিহি ৰঙীণ সূতাৰে ফুল বাচি থোৱা গাৰু-গিলিপ উলিয়ালে। নেফ্‌থেনেলৰ ফুৰফুৰীয়া গোন্ধ এটা কোঠাটোত বিয়পি পৰিল। তথাপি মোৰ সংকোচ থাকি গ'ল। মাজনিশা এবাৰ উঠি গ'লো। অৰুণাভ ছাৰ শোৱা ঘৰখনৰ আটাইতকৈ সুসজ্জিত কোঠাটোলৈ, দুৱাৰখন ঠেলি দিলোঁ। লা-হে-কৈ। কেৰেককৈ উঠিল। সোমাই গ'লো। তেওঁৰ নিচেই কাষলৈ। কোঠাটোত কোনোবা ফালৰ পৰা জোনাক এচমকা সোমাইছে। পথহাৰা জোনাকী এটা ইফালৰ পৰা সিফাললৈ পোহৰ বিলাই উৰি ফুৰিছে। যেন এটা প্ৰাণৱন্ত উৰণীয়া ডিম্ লাইট। জোনাক এচমকা আৰু জোনাকীটোৰ মিশ্ৰিত পোহৰত মই অৰুণাভ ছাৰৰ মুখখন চালো। গভীৰ টোপনি। মোৰ হঠাৎ মনত পৰিল অৰুণাভ ছাৰে আজি চিগাৰেট খোৱা নাই। কিয়বা? নাই, মই নুবুজিলো, কিন্তু তেওঁৰ চিগাৰেটৰ প্ৰয়োজন অনুভৱ কৰা যেনো মোৰ নালাগিল। মোৰ তেওঁৰ শৈশৱৰ কথাবোৰ মনত পৰিল। মনত পৰিল নদীৰ বালিৰ নাঙঠ শিশুজাকলৈ। অৰুণাভ ছাৰ আজি সঁচাকৈ শিশু হৈ পৰিছে। শিশুৰ দৰে টোপনি গৈছে তেওঁ। তেওঁৰ মুখখন এবাৰ চুই চাবলৈ মন গ'ল্ মোৰ। যন্ত্ৰচালিতৰ দৰে মোৰ হাত এখন তেওঁৰ শিশু সৰল মুখখনিলৈ আগবাঢ়ি গ'ল। তেওঁৰ সঁচাকৈয়ে গভীৰ টোপনি। মই দুৱাৰখন জপাই গুচি আহিলো। মোৰ কাষত কাবেৰী। তাই হাত এখন মোৰ গাত থ'লে। লাহেকৈ মাতিলে—

ঃ বাইদেউ, টোপনি অহা নাই?

ঃ আহিছিল। হঠাৎ সাৰ পাই গ'লো।

ঃ কিয়?

ঃ নাজানো কাবেৰী। তই শুই থকা নাই কিয়?

ঃ বাইদেউ!

ঃ ওঁ!

ঃ ভিনদেউৰ কথা তোৰ বৰকৈ মনত পৰে?

ঃ নপৰে। কৰ্মব্যস্ততাই মনত পেলোৱাৰ সুৰুঙাকে নিদিয়ে। কিয় সুধিলি?

ঃ অৰুণাভ ছাৰক তোৰ খুউব ভাল লাগে?

ঃ লাগে। তোৰ বেয়া লাগে নেকি তেওঁক?

ঃ বাইদেউ, তেওঁ খুউব ভাল মানুহ নহয়?

ঃ ওঁ। খুউব ভাল মানুহ।

আমি দুয়োজনী বহুসময় ধৰি সাৰ পাই থাকিলো। ক্ৰমান্বয়ে গভীৰ হৈ অহা

ৰাতিটোৰ দৰে চঞ্চল কাবেৰীজনীৰ কথাবোৰ আৰু মাতটোও গভীৰ হৈ আহিছিল। মই কথা সলাবলৈ যত্ন কৰিলো।

ঃ কাবেৰী তোৰ পৰীক্ষা কেতিয়ালৈ হ'ব?

ঃ বেছিদিন নাই।

ঃ তই আকৌ কলেজত কাৰোবাৰ প্ৰেমত পৰা নাইতো?

তাই হাঁহিলে, ক'লে—

ঃ বাইদেউ, তই চিন্তা নকৰিবি, মই প্ৰেমত পৰিয়েই বিয়া কৰাম। মই তোৰ দৰে নহয়।

ঃ মইনো কেনেকুৱা?

ঃ নাজানো তই কি ধাতুৰে গঢ়া। তোৰ ঠাইত হোৱা হ'লে মই...

ঃ কি কৰিলিহেঁতেন?

ঃ ভিনদেউৰ ঠাইত তোৰ মৃত্যু হোৱা হ'লে তেওঁৰ বোধহয় দ্বিতীয় বিবাহ হৈ এতিয়ালৈ দুটামান সন্তানৰ পিতৃ হ'লহেঁতেন।

ঃ কিন্তু মই যে মাক— কাবেৰী।

ঃ সমস্যাটো সেইটোৱেই। তই মাথোঁ ৰুমী-জিমিৰ মাক — আন একো নহয়।

তাইৰ হঠাৎ খং উঠিছিল। মই হাঁহি হাঁহি ক'লো—

ঃ কিয় — তোৰ বাইদেউ নহয়? তই এইবাৰ পৰীক্ষাৰ শেষত মোৰ লগত বহুদিন থকাকৈ আহিবি। তোক ধুনীয়া চেলোৱাৰ কামিজ কিনি দিম। সৰু সৰু তৰাফুল অঁকা আৰু তোক খুউব ফুৰাম অৰুণাভ ছাৰৰ গাড়ীত উঠাই। মৰমীয়াল হাত এখনেৰে তাই মোক সাৱটি ধৰিলে। মোৰ হঠাৎ দুখ লাগি গ'ল— বুজা নুবুজা কিবা কাৰণত।

অৰুণাভ ছাৰে প্ৰতিটো বস্তুৱেই প্ৰাণভৰি চাইছিল। কঁকালত খালৈ বান্ধি বোকাৰে লুতুৰি-পুতুৰি হোৱা ৰূপহী জাকৈয়া ছোৱালীৰ জাক, সোণগুটি ফুলা ধাননি পথাৰখন, সপোন ফুল বছা কাবেৰীৰ তাঁতশালখন — ধূলিৰে পোত খোৱা আধা নাঙঠ শিশুৰ জাক — সকলোবোৰ। তেওঁ মোক সুধিছিল—

ঃ মই কি বিচাৰি ফুৰিছো তুমি বুজিছা নহয় বী?

ঃ কি ছাৰ?

ঃ কিয় তোমাৰ শৈশৱ — তোমাৰ কৈশোৰ।

ঃ পাইছেনে বিচাৰি?

ঃ মাথোঁ বিচাৰি পোৱাই নহয়। খুউব অনুভৱ কৰিছো। অনুভূতিৰে চুই চাইছো।

ঃ সঁচাই? ক'ত বিচাৰি পালে ছাৰ?

ঃ ধাননি পথাৰত, কাবেৰীৰ তাঁতৰ শালত, জাকৈয়া ছোৱালীৰ জাকত, ধূলিয়ৰী শিশু জাকৰ মাজত সকলোতে মই তোমাক দেখোঁ আৰু ৰ লাগি চাই থাকোঁ।

আমি গাঁও এৰিলো। মাথোঁ দুটা দিনত অৰুণাভ ছাৰ সকলোৰে আপোন হৈ পৰিল। আমাৰ ঘৰখনৰ আৰু ওচৰচুবুৰীয়া সকলোৰে। আচৰিত কথা, এই আপোন ভাবত ভাষা অন্তৰায় নহ'ল। হৃদয়ৰ ভাষাৰে প্ৰত্যেকৰে লগত অৰুণাভ ছাৰে আন্তৰিকতাৰ আদান-প্ৰদান কৰিলে। কাবেৰীয়ে তেওঁক ৰঙা আঁচুৰে ফুলবছা ফুলাম বৰ গামোছা দিলে। উভতি অহাৰ পথত তেওঁৰ গাড়ীৰ টেপ্ ৰেকৰ্ডাৰত মই গীত এটা বজালো — *গোদাৱৰী নদীৰে পাৰৰে পৰা। অসমী আইলৈ যাচো প্ৰণাম।*

ঃ আমাৰ লতা নহয়নে বী?

ঃ হয় ছাৰ।

ঃ লতাই অসমীয়া গীতো গায়?

ঃ গায়তো। মাত্ৰ লতাই নহয়— আশা, উষায়ো গায়।

ঃ ৱাও!

অৰুণাভ ছাৰক গীতটোৰ প্ৰতিটো শব্দৰ অৰ্থ তন্নতন্নকৈ বুজাই দিছিলো মই। তেওঁ আনন্দিত হৈছিল। লতাৰ মুখৰ আন এটা গীত বাজিছিল— *জোনাকৰে ৰাতি। অসমীৰে মাটি। জিলিকি জিলিকি পৰে...।* অৰুণাভ ছাৰ কিবা অবুজ ভাবত অভিভূত হৈ পৰিছিল। মই লতাৰ লগে লগে গুণগুণাইছিলো— ৰুমী-জিমি টোপনিয়াইছিল।

ব্যস্ততাই আমাক ঢাকি ৰাখিছিল। অৰুণাভ ছাৰৰ ওপৰত চৰকাৰে ন্যস্ত কৰা তদন্তৰ কামবোৰ তেওঁ ইমান দ্ৰুতগতিত আগবঢ়াই নিছিল যে মানুহে তবধ মানিছিল। তেওঁৰ প্ৰতিটো কামতে মই সংযুক্ত হৈ থকাৰ বাবে কোনোবা সময়ত তেওঁতকৈ বেছিকৈ মই ব্যস্ত হ'বলগা হয়। দীঘল দীঘল টাইপিং, ডিক্টেশ্যন, কিছুমান দাঁতভগা শব্দ, বিবৰ্ণ হৈ যোৱা ফাইল — উৱলি যোৱা বিবৰ্ণ অফিচ ডকুমেন্টচ্, ফেক্স, টেলিফোন...। পুৱাৰ বাতৰি কাকতত প্ৰায়ে বিভাগীয় তদন্তবোৰৰ বিষয়ে প্ৰকাশ হৈছিল। প্ৰকাশ হৈছিল অৰুণাভ ছাৰৰ কৃতকাৰ্যতাৰ দীঘলীয়া বিৱৰণী। পুৱা চাহ-একাপৰ সৈতে দুয়ো একেলগে বাতৰি কাকত পঢ়া বৰ বেয়া অথচ মধুৰ অভ্যাস এটা গঢ় লৈ উঠিছিল আমাৰ। পুৱাৰ ভাগত মোৰ সময়ৰ বৰ অভাৱ হৈছিল আৰু অৰুণাভ ছাৰে কেতিয়াবা নিজৰ বিছনাতে পোৱা বাতৰি কাকতখন লৈ গাড়ী চলাই মোৰ ঘৰ আহি পায়হি। তেওঁ গে'টৰ পৰা চিঞৰি আহে—

ঃ বী বী — চোৱা বী। আজিৰ পেপাৰত আমাৰ তদন্তৰ বিষয়ে ওলাইছে।

মই পাকঘৰত কাম কৰি থকাৰ পৰা বা ৰুমী-জিমিক স্কুললৈ তৈয়াৰ কৰি থকাৰ পৰা চিঞৰি উঠো—

ঃ আপোনাৰ ফটো ওলাইছেনে ছাৰ?

ঃ হোৱাট্ ৰাবিচ! নিউজ লৈ তোমাৰ কোনো প্ৰতিক্ৰিয়া নাই। ফটোলৈ তোমাৰ চিন্তা।

ঃ ওলাইছেনে নাই কওক না ছাৰ!

ঃ ওলাইছে।

ঃ খুউব ভাল। ছাৰ প্লিজ মোক দেখুৱাওক।

ঃ এতিয়া নহয় মই পঢ়ি লওঁ।

ঃ ন' ছাৰ — ময়ো পঢ়িম একেলগে।

ঃ ঠিক আছে তুমি চাহ বনোৱা।

ঃ ছাৰ আপুনি ফটোত কোনটো চাৰ্ট পিন্ধি আছে?

ঃ তোমাৰ মূৰটো।

আমি গৰম চাহৰ মজা লৈ লৈ খবৰবোৰ পঢ়োঁ। অৰুণাভ ছাৰে খবৰৰ ওপৰত মতামত দিয়ে আৰু মই তেওঁৰ ফটোখন ঘূৰাই-পকাই চাওঁ। বিভিন্ন কোণৰ পৰা, ফটোখনৰ ওপৰত মতামত দিওঁ — বিজ্ঞ ফটোগ্ৰাফাৰৰ দৰে। তেওঁৰ নীলৰঙী চাৰ্টটোৰ সঠিক ৰঙটো ফটোত অহা নাই কিয়! অৰুণাভ ছাৰে কয়—

ঃ বী তুমি বান্দৰে আইনা চোৱা দেখিছানে?

সঁচাকৈয়ে জনতা খুউব উপকৃত হৈছিল অৰুণাভ ছাৰৰ তদন্তত। সেইবাৰ সম্পূৰ্ণ বৈধভাৱে ৰিলিফৰ টকা বিতৰণ হৈছিল। ৰাজ্যখনৰ ভিতৰুৱা অঞ্চলৰ প্ৰাকৃতিক দুৰ্যোগত ক্ষতিগ্ৰস্ত হোৱা লোকসকল উপকৃত হৈছিল। এদিন অৰুণাভ ছাৰে ক'লে—

ঃ নেচাৰেল কেলেমিটিৰ স্পট্ ভেৰিফিকেশ্যন কৰিবলৈ চেন্ট্ৰেল টীম ইতিমধ্যে নিমন্ত্ৰণ কৰা হৈছে। তেওঁলোক আহি আছে।

ঃ হয় ছাৰ। মই জানো।

ঃ টিমত কোন আহিছে জানানে? ডঃ যতীন মেহ্‌তা।

ঃ অহ!

ঃ এইবাৰ তেওঁক স্পট্ ভেৰিফিকেশ্যন মই কৰোৱাম। আকাশ মাৰ্গেৰেও, স্থল পথেৰেও, জল পথেৰেও। এইবাৰ তেওঁ বুজি যাব স্পট্ ভেৰিফিকেশ্যন আচলতে কি! তুমিও কিন্তু মোৰ লগত যাব লাগিব বী।

ঃ মই ছাৰ?

ঃ ওঁ, তুমি যাবা নহয়?

ঃ যাম ছাৰ যাম।

এদিন অৰুণাভ ছাৰৰ বাবে নিমন্ত্ৰণী পত্ৰও আহিল। ষ্টেট্ গেষ্ট্ ডঃ যতীন মেহ্‌তাৰ বাবে আয়োজন কৰা পাৰ্টি। অৰুণাভ ছাৰে খামটো খুলি চাই ক'লে—

ঃ যাম, মনত পেলাই দিবা।

ঃ ছাৰ, আপুনি ডিনাৰ পাৰ্টিত?

ঃ তুমিও ওলাবা।

ঃ মোক কিন্তু নিমন্ত্ৰণ কৰা হোৱা নাই ছাৰ।

ঃ কোনো কথা নাই। তুমি মোৰ লগত যাবা। সচিব প্ৰধানৰ পি.এ. তুমি। অৱশ্যে তাৰ আগতেই স্পট্ ভেৰিফিকেশ্যনৰ সময়ত মই ডঃ মেহ্‌তাক তোমাৰ লগত চিনাকি কৰাই দিম। ক'ম— চি ইজ্ মাই পি.এ. মায়াবী চিনছিয়েৰ... স্মাৰ্ট... প্ৰেইজৱৰ্দী... বাট্ ট'টেলী চিল্ড...।

আমি দুয়ো হাঁহিলো।

এদিনৰ ছাৰৰ ওচৰলৈ ফাইল কেইটামান লৈ গৈ দেখিলো তেওঁ ষ্টাফৰ মেডিকেল ৰি-ইম্বাৰচ্‌মেন্টৰ অৰ্থাৎ চিকিৎসাৰ খৰচ পৰিশোধৰ ফাইলটো লৈ তেওঁ কিবা গুণা-গঁথা কৰি আছে। তেওঁক চিন্তান্বিত দেখি মই ওচৰতে থিয় দি থাকিলো। তেওঁ কিন্তু ভাবত বিভোৰ বহুসময়ৰ পিছত তেওঁ মোক ক'লে—

ঃ বহা।

বহিলো। এক তীক্ষ্ণ দৃষ্টিৰে মোলৈ চাই তেওঁ ক'লে—

ঃ বী তুমি মেডিকেল ৰি ইম্বাৰচমেন্টৰ বিষয়ে জানা?

ঃ সকলো জানো ছাৰ।

মই মেডিকেল ৰি ইম্বাৰচমেন্টৰ সকলোবোৰ নিয়ম-নীতিৰ কথা এফালৰ পৰা গাই গ'লো। লগতে ৰুল-বুক তেওঁক যদি লগে আনি দিয়াৰ কথা ক'লো। তেওঁ ক'লে—'

ঃ ৰুল-ৰেগুলেশ্যনবোৰ ময়ো ইতিমধ্যে পঢ়ি পেলাইছো। মোৰ সন্দেহ হৈছে ডিপাৰ্টমেন্টত ষ্টাফৰ যিমানবোৰ মেডিকেল বিল দাখিল কৰা হয় সেই সকলোবোৰ বৈধ নে? সঁচানে?

ঃ কেতিয়াও নহয় ছাৰ। বেছিভাগেই অবৈধ।

মই সহজভাৱেই ক'লো। তেওঁ আচৰিত হ'ল।

ঃ ছাৰ চিকিৎসকক কমিশ্যন দিলেই বিল বনাই দিয়ে। টুৱেন্টি পাৰ্চেন্ট কৈ লয়। কিছুমানে ফিফ্‌টিন পাৰ্চেন্টটো বনাই দিয়ে হেনো। কিন্তু মাৰ্কেট ৰেট্ বিশ পাৰ্চেন্ট। ৰেফাৰ কেছৰ ৰেট্ বেছি লগতে এমাউন্টো হেভী হয়। বাহিৰৰ কোনোবা চিকিৎসালয়লৈ চিকিৎসাৰ বাবে পঠাব লগা হ'লে স্থানীয় চিকিৎসকে কেছ্‌টো ৰেফাৰ কৰিব লাগে। বাহিৰতো হয়তো এনে ভুৱা বিল বনোৱা মানুহ সহজলভ্য। আমাৰ ইটানগৰৰ মানুহবোৰে প্ৰায়ে গুৱাহাটী মেডিকেল কলেজ হস্পিটেলত এই কামবোৰ কৰে। ছাৰ, কথা হ'ল প্ৰধান অপৰাধটো কৰে চিকিৎসকে। চিকিৎসকক ভুল প্ৰমাণিত কৰিবলৈ বিষয়া সকলো চিকিৎসক নহ'লে জানো হ'ব? কেতিয়াবা কোনোবা অফিচাৰে সন্দেহ কৰি কোনোবা এজন ষ্টাফৰ বিল বন্ধ কৰি নিদিয়া নহয়। কিন্তু চিকিৎসকজনৰ ওপৰত কোনোধৰণৰ আইনগত ব্যৱস্থা লোৱা নহয়। লোৱাৰ কোনো উপায়ো নাথাকে। তাতকৈ মনোৰঞ্জক

কথা হ'ল ভুৱা বিলবোৰ পাছ হয় সোনকালে। কাৰণ ভুৱা বিলবোৰৰ এমাউন্টটো হয় শকত। একাউন্টচ্ চেক্সনৰ ষ্টাফসকলে হেভী এমাউন্টৰ বিল পালে ভাল পায়। হেভী এমাউন্টৰ বিলত কমিশ্যনো ভাল হয় দিবলৈয়ো কুণ্ঠাবোধ নকৰে। কম এমাউন্টেই হওক বা হেভী এমাউন্টেই হওক লিগেল কেছ্‌বোৰ পৰি থাকে। কিন্তু কথা হ'ল ডিপাৰ্টমেন্ট এটা যিমানেই ডাঙৰ নহওক কিয় কোনোবা ষ্টাফৰ দুৰাৰোগ্য হ'লে বা পৰিয়ালৰ কাৰোবাক চিকিৎসাৰ বাবে বাহিৰলৈ নিব লগা হ'লে কথাটো জনাজাত হৈয়েই যায়। খবৰ লোৱা-লুই হয়। দৈনন্দিন কৰ্মস্থলীত যিমানেই খুঁত-খাঁত নালাগক কিয় ষ্টাফৰ মাজত সহানুভূতি, আন্তৰিকতা থাকেই। অফিচত কথাবোৰ আলোচনা হয়। ছাৰ, আপুনি আমাৰ ফেমেলি পেঞ্চনাৰ মিচেচ্ টায়েঙক লগ পাইছে নহয়। তেখেতৰ হাচবেণ্ডৰ হৃদৰোগ আছিল। চিকিৎসাৰ কোনো ত্ৰুটি হোৱা নাছিল। লাখ টকা মেডিকেল ৰি ইম্বাৰচমেন্ট ড্ৰ কৰিছিল। আমি সকলোৱে তেওঁৰ খবৰ বাতৰি লৈছিলো। আনকি চিকিৎসাৰ বাবে নিয়মীয়াকৈ বাহিৰলৈ যোৱা সময়ত তেওঁক আগবঢ়াবলৈও আমি প্ৰায়ে গৈছিলো। মিচেচ্ টায়েঙে গিৰীয়েকৰ অসুখৰ কথা কৈ চকুপানী টুকিছিল। তেওঁ শয্যাশায়ী ৰোগী নাছিল অথচ কোনেও অবিশ্বাস কৰা নাছিল। কিন্তু মিঃ কটকীৰ ল'ৰাটোৰ খবৰ কোনেও নাজানে। তেৱোঁ কোনোদিন কাকো কোৱা নাই যে তেওঁৰ ল'ৰাটোৰ হৃদৰোগ আছে। তেওঁৰ ল'ৰাটোৰ নামৰ হৃদৰোগৰ বিলবোৰ ফাইলত লুকাই আছে। খুউব সন্তৰ্পণে। যেতিয়াই ফাইল আছে তেওঁ ফাইলৰ পিছে পিছে আছে। যেতিয়া বিল পাছ হয় তেওঁ আনন্দ লুকুৱাব নোৱাৰে। একাউন্টচ্ চেক্সনক চাহ মিঠাই খুৱায়েই দিয়ে। সেই চাহ মিঠাইৰ ভাগ ভালেকেইদিন ময়ো পাইছোঁগৈ ছাৰ। ল'ৰাটোৰ নামত হেভী এমাউন্টৰ মেডিকেল বিল আৰু বেমাৰৰ আচহুৱা নাম এটা দেখি তেওঁক সুধিছিলো— ল'ৰাটোৰ অসুখটোনো কি। আচলতে অসুখটোৰ সঠিক নামটো তেওঁৰো মুখস্থ নাছিল। তেওঁ কিছু ইতস্ততঃ কৰি কওঁ নকওঁকৈ ক'লে—

ঃ ইটজ্ ওৱান কাইণ্ড্ অব্ হাৰ্ট ডিজিজ।

মাজে মাজে মই তেওঁক সোধো ল'ৰাটোৱে ভাল পাইছেনে নাই। এদিন হঠাৎ তেওঁক সপৰিবাৰে বজাৰত লগ পালো। পৰিবাৰক সুধিলো—

ঃ ল'ৰাটোৰ গা এতিয়া কেনে?

তেওঁ বৰ আচৰিত হ'ল। কিছু ক্ষুব্ধ হোৱা যেন লাগিল।

ঃ কাৰ? আমাৰ বাবাটোৰ কথা সুধিছানে?

ঃ অঁ।

ঃ তাৰতো কোনো অসুখ হোৱা নাই। তুমি বাৰু যোৱা বছৰ তাৰ আইসকলে দেখা দিয়াৰ কথা কৈছানে কি?

কটকী বৰ অপ্ৰস্তুত হ'ল। কটকীৰ ল'ৰাটো এইবাৰ এন ডি এত বাছনি হ'ল। সি খুউব ভাল ফুটবল খেলে। তাৰ নামৰ মেডিকেল বিল কিন্তু এতিয়াও আহি আছে— ওবান কাইণ্ড অব্ হাৰ্ট ডিজিজ্। এদিন কটকীয়ে মোক গোপন কথা কোৱাদি ক'লে—

ঃ ডিপাৰ্টমেন্টত মেডিকেল ৰি ইম্বাৰচ্‌মেন্টৰ বাবে বহুখিনি টকা আছে। সকলোৱে ধুমাধুম বিল দাখিল কৰিছে তুমিওচোন কৰিব পাৰা।

ঃ ভাগ্যক্ৰমে মোৰ পৰিয়ালত ইমান দামী বেমাৰ হোৱা নাই কটকী দা। সৰু-সুৰা বিল কেইখনমান আছে। সোনকালেই দাখিল কৰিম।

ঃ অহ! তুমি কথাবোৰ বুজাই নাই। বিল বনাবলৈ মই সহায় কৰি দিম।

ঃ হ'ব কটকী দা, প্ৰয়োজন হ'লে মই আপোনাক ক'ম।

মই কোনোদিনেই কটকীদাক কোৱা নাই। মোৰ ৰুমী-জিমিৰ বেমাৰ হোৱা বুলি দেখুৱাম? মিছাকৈয়ে? আমি চৰকাৰী মানুহবোৰৰ বেমাৰ-আজাৰত হোৱা খৰচ চৰকাৰে বহন কৰে। সেইটো এটা কম কথা নহয় মোৰ বাবে। মই তাতেই সুখী।

অৰুণাভ ছাৰ কৈছিল—

ঃ গুৰুত্ব সহকাৰে চালেই বিলবোৰ বৈধ হয়নে নহয় গম পোৱা যায়।

ঃ অৱশ্যে মাজে মাজে কিছুমান অফিচাৰে বিলবোৰ পুনঃ পৰীক্ষণৰ বাবে হেলথ্ ডিপাৰ্টমেন্টলৈ নপঠোৱা নহয়। বিল পুণঃ পৰীক্ষণৰ বাবে যিখন ব'ৰ্ড আছে তেওঁলোকে প্ৰায়ে বিলবোৰ বৈধ বুলি ঘোষণা কৰি ঘূৰাই পঠায়। কোনোবাখন আকৌ ঘূৰি নাহেই। বিল দাখিল কৰা জনো নিটাল মাৰে। কেতিয়াও বিচাৰি নাযায়।

অৰুণাভ ছাৰে হুমুনিয়াহ কাঢ়িছিল, কৈছিল—

ঃ ষ্ট্ৰেঞ্জ্! তুমি মোক ইমানদিনে এইবোৰ কথা কোৱা নাছিলা কিয়?

ঃ এইবোৰতো কোনো গোপন কথা নহয়। সকলোৱে জনা কথা ছাৰ। মই ভবা নাছিলো এই কথাবোৰ আপোনাৰ অজ্ঞাত বুলি। ছাৰ অফিচলৈ নিয়মীয়াকৈ আহি থকা মানুহৰ প্ৰায়ে প্ৰতিমাহে বেমাৰৰ বাবদ খৰচ হয় হেজাৰৰো অধিক। প্ৰায়ে বিলবোৰ জমা কৰি ৰাখি ততাতৈয়াকৈ কৰা হয় মাৰ্চ মাহত। মাৰ্চ এণ্ডিঙৰ ফাইলৰ দমৰ মাজত সোমাই বিলবোৰ ওলাই যায়।

ঃ এইবোৰ কিয়, কেনেকৈ হ'ল বী? ইমান সুন্দৰ ঠাইখনত থাকি মানুহবোৰৰ মনবোৰ কলুষতাই কেনেকৈ গ্ৰাস কৰিলে?

ঃ মাত্ৰ এমুঠি মানুহৰ ধূৰ্ত্তালিৰ বাবে ছাৰ।

অৰুণাভ ছাৰে ডিপাৰ্টমেন্টৰ বিগত তিনি বছৰৰ ৰেকৰ্ড বিচাৰিছিল। একাউন্টচ্ চেক্সনত খুউব দৌৰাদৌৰি আৰম্ভ হৈছিল। অফিচত সঘনাই মিটিং হৈছিল। আচৰিতজনকভাৱে হঠাৎ মানুহবোৰৰ বেমাৰ নোহোৱা হৈছিল। দুই এখন সৰুসুৰা বিলৰ বাদে বিল তেনেকৈ পৰা নাছিল। বিল দাখিল কৰা প্ৰতিজন ষ্টাফ অৰুণাভ ছাৰৰ

কোঠালৈ যাব লগা হৈছিল। যি কেইজনে কিছু ডাঙৰ এমাউন্টৰ বৈধ বিল দাখিল কৰিছিল সেই সকল সাহসেৰে অৰুণাভ ছাৰৰ কোঠালৈ আহিছিল। প্ৰত্যেকৰে লগত তেওঁ কথা পাতিছিল। খুউব সহজভাৱে ঘৰুৱা খবৰ-বাতৰি লৈছিল। অসুখৰ আঁতি-গুৰি মাৰি সুধিছিল।

এদিন অৰুণাভ ছাৰে কটকীক কোঠালৈ মাতি নিলে— সুধিলে—

ঃ কটকী মেডিকেল ৰি ইম্বাৰচ্‌মেন্টৰ প্ৰিভিয়াচ ৰেকৰ্ড ষ্টাডি কৰি দেখিলো আপোনাৰ সন্তানক নেৰা-নেপেৰাকৈ অসুখে আক্ৰমণ কৰিয়েই আছে। এতিয়া তাৰ অৱস্থা কেনে?

ঃ সি যথেষ্ট ভাল পাইছে ছাৰ।

সেমেনা সেমেনিকৈ ৰঙা ছিঙা পৰি কটকীয়ে ক'লে—

ঃ কিন্তু কাৰেন্ট ফিনেঞ্চিয়েল ইয়াৰতো তাৰ নামৰ যথেষ্ট বিল আছে। আচলতে তাৰ অসুখটো কি?

ঃ ওৱান কাইণ্ড অব্ হাৰ্ট ডিজিজ ছাৰ।

ঃ অহ! হাউ চেদ্। আপুনি এটা কাম কৰক কটকী মোৰ এজন বন্ধু আছে নিউ দিল্লীস্থ এচ্‌কৰ্ট হস্পিটেলত। আপুনি ল'ৰাটোক তালৈকে লৈ যাওক। খৰচ-পাতিৰ কথা আপুনি একো চিন্তা নকৰিব। আপোনাৰ যিমানেই বিল নহওক মই পাছ কৰি দিম। আফটাৰ অল ল'ৰাটোৰ জীৱনৰ কথা। প্ৰয়োজন হ'লে এড্‌ভাঞ্চ লৈ যাওক। ল'ৰাটোৱে পঢ়াশুনা কৰেনে নাই?

ঃ কৰে ছাৰ।

ঃ কি পঢ়ি আছে?

ঃ এইবাৰ সি এন ডি এত চিলেক্ট হৈ গ'ল ছাৰ।

ঃ এন ডি এত? কিন্তু কেনেকৈ? এনে অসুখে তাক কেনেকৈ এন ডি এত বাছনি হোৱাত অনুমতি দিলে। আপুনি অসুখীয়া ল'ৰাটোক কেনেকৈ এন ডি এৰ দৰে বিভাগত পঠাব পাৰে? তাক মেডিকেল ফিট্‌নেচ্ চাৰ্টিফিকেট কেনেকৈ দিলে? আপুনিতো নিজৰ ল'ৰাটোৰ ওপৰতে অন্যায় কৰিছে। এইটো মাথোঁ তাৰ বাবেই নহয় আমাৰ দেশৰ বাবেও নিৰাপদ নহয়। আপুনি তাক উভতাই অনাৰ ব্যৱস্থা কৰক কটকী। দৰকাৰ হ'লে ময়েই উভতাই অনাৰ ব্যৱস্থা কৰি দিওঁ। বী তোমাৰ ডিক্টেশান কপিটো আনাচোন।

কটকী এইবাৰ অধৈৰ্য হৈ উঠিল। লাজ-মান-সম্ভ্ৰম সকলো জলাঞ্জলি দি তেওঁ হাতযোৰ কৰি কান্দি উঠিল।

ঃ মোক ক্ষমা কৰি দিয়ক ছাৰ। মোৰ ল'ৰাটোৰ কোনো অসুখ নাই। আচলতে সকলোৱে কৰে বাবেহে...

মই নথকা হ'লে হয়তো কটকী ছাৰৰ ভৰিত পৰিলেহেঁতেন। সেইদিনাৰ পৰা

কটকীৰ ল'ৰাটো হঠাৎ সুস্থ হৈ উঠিল। বিল নহা হ'ল। এৰাব নোৱাৰা প্ৰয়োজন নহ'লে তেওঁ মোক মাতবোল নকৰা হ'ল।

এদিন মোৰ জিমিৰ নামৰ মেডিকেল বিল এখন অৰুণাভ ছাৰৰ টেবুললৈ আহিল। ফাইলটো চাই থাকোঁতে তেওঁ মোক মাতিলে। সুধিলে—

ঃ জিমিৰ বিল। বী জিমিৰ এক্সৰে ৰিপ'ৰ্টটো ইয়াত আছে। এক্সৰে প্লেটখন তোমাৰ হাতত আছেনে?

ঃ আছে ছাৰ, বোধহয় মোৰ বেগতে সোমাই আছে।

ঃ লৈ· আহা।

মই আচৰিত হ'লোঁ। অৰুণাভ ছাৰে মোকো সন্দেহ কৰিছে? বিলৰ এমাউন্টটো মাথোঁ এহাজাৰ আৰু কেইটামান টকা। ভুৱা বিল এখন যে ইমান কম এমাউন্টৰ নহয় সেই সাধাৰণ কথাটো তেওঁৰ দৰে মানুহ এজনে নিশ্চয় নজনা নহয়। জিমিৰ বৰকৈ কাহ হৈছিল। জ্বৰো উঠিছিল। অৰুণাভ ছাৰৰ গাড়ীতে তাক আমি হস্পিটেললৈ নিছিলো। অসুখীয়া জিমি শুই থাকোতে অৰুণাভ ছাৰে তাক কপালত হাত বুলাই মৰম কৰিছিল। তাৰ পিছতো হঠাৎ এক্সৰে প্লেট্ কিয়বা বিচাৰিব লগা হ'ল মই নুবুজিলো। অফিচৰ বেগটো জাৰি-জোকাৰি চালো। ড্ৰয়াৰতো, নাই, এক্সৰে প্লেটখন ঘৰতহে আছে। মই য'ৰে কাম ত'তে এৰি অফিচৰ গাড়ীৰে ঘৰ পালোগৈ। এক্সৰে প্লেটখন লৈ পুনৰ অফিচ পালোহি। অৰুণাভ ছাৰৰ কোঠালৈ সোমাই গ'লোঁ।

ঃ ছাৰ জিমিৰ এক্সৰে প্লেট এইখন।

তেওঁ মোলৈ চাই প্ৰাণ খোলাকৈ হাঁহিলে। এক্সৰে প্লেটখন খুলি চাই ৰৈ গ'ল। ক'লে—

ঃ মই আচলতে জিমিৰ বুকুৰ ভিতৰখনহে চাব খুজিছিলো বী।

মই স্তব্ধ হৈ ৰৈ গ'লোঁ। মোৰ দুচকু ভৰি আহিব খুজিছিল। জিমিৰ বুকুৰ ভিতৰখন!

ঃ বী, চোৱা চোৱা তাৰ বুকুৰ ভিতৰখন ইমান সৰু। সৰু সৰু হাড়বোৰ চোৱা। এইখন আমাৰ জিমিৰ বুকুৰ ভিতৰখনৰ ফটো। ভালকৈ থ'বা বী। ময়ো অৰুণাভ ছাৰৰ লগতে জিমিৰ বুকুৰ ভিতৰখন জুমি জুমি চালো আৰু হঠাৎ জিমিৰ বুকুখন হাতত লৈ মগ্ন হৈ পৰা এই মানুহজন অৰুণাভ ছাৰৰ বুকুৰ ভিতৰখন চোৱাৰ মোৰ খুউব ইচ্ছা হ'ল। কিহেৰে গঢ়া এই মানুহজন! মই সুধি পেলালো—

ঃ ছাৰ আপুনি কেতিয়াবা বুকুৰ এক্সৰে কৰিছেনে?

ঃ নাই কৰা। কিয় সুধিলা বী?

ঃ ছাৰ মই আপোনাৰ বুকুৰ ভিতৰখন চাব বিচাৰো।

ঃ কিয়?

মই জব্দ হ'লোঁ। কিয় মই নাজানো। কিয় মই কেনেকৈ ক'ম। ক'লোঁ—

ঃ এনেয়ে।

ঃ তেন্তে তুমি অপেক্ষা কৰিব লাগিব বী। চিগাৰেট খুউব খাওঁ নহয়। কেতিয়াবা হৃদৰোগ হ'লে...

ঃ ষ্টপ্। ষ্টপ ইট্ ছাৰ।

মই নিজকে পাহৰি হঠাৎ ৰুমী-জিমিক ধমকি দিয়াৰ দৰে গৰজি উঠিলো। যেন তেওঁৰ মুখৰ কথাকেইটা টানি আনি ছিঙি ভাঙি পেলালো।

ঃ ছিঃ ছাৰ — আপুনি কেনেধৰণৰ কথা মুখত উলিয়াই এইবোৰ?

মোৰ চকুযোৰ আকৌ এবাৰ চলচলীয়া হৈ পৰিল। অৰুণাভ ছাৰে মোলৈ চাই ৰ'ল।

ঃ অহ! ছৰী বী। আজিৰ পৰা এনে কথা নকওঁ। এয়া চোৱা কাণত ধৰিছো।

সম্বিৎ ঘূৰি আহি মই অপ্ৰস্তুত হ'লো। তেওঁ যে ইমান উচ্চপদস্থ মানুহ, মই তেওঁক এনেকৈ ডাবিওৱাৰ অধিকাৰ ক'ত পালো। মই নিজৰ পদমৰ্যাদা পাহৰি গ'লো নেকি? মই তেওঁৰ সৰলতাৰ অপব্যৱহাৰ কৰিছো নেকি? মই তেওঁক ক্ষমা খোজা উচিত। অৰুণাভ ছাৰে কথাবোৰ বাৰে বাৰে পাতল কৰিব খুজিছিল যদিও মই সহজ হ'ব নোৱাৰিলো। মই অপেক্ষা কৰি ৰ'লোঁ। সুযোগ সাপেক্ষে মই তেওঁক ক্ষমা খুজিম। কিন্তু তেওঁৰ ওচৰত ক্ষমা খোজাটোও জানো ইমান সহজ!

সেইদিনা মোৰ টেবুললৈ ফাইল এটা লৈ আহি ষ্টাফ এজনে ক'লে—

ঃ ছাৰে এই ফাইলটো লৈ মোক আহিবলৈ কৈছিল।

ঃ কিন্তু ছাৰে আপোনাক কেতিয়াবাই মাতিছিল।

ঃ হয়, মাতিছিল। মই আহিছিলোও। ভিতৰত আপুনিও আছিল মেম্।

ঃ তাতে কি হ'ল? ইম্পৰটেন্ট্ ফাইল আপুনি আলোচনা কৰিব লাগিছিল।

ঃ অৱশ্যে মেম্। কিন্তু ভিতৰত আপোনালোকৰ গুৰুতৰ আলোচনা চলি আছিল। আপোনাৰ আৰু ছাৰৰ। আপোনালোকৰ মাজত কিবা 'বুকু'ৰ আলোচনা চলি আছিল। ভাবিলো আমনি নকৰাই ভাল।

সেইদিনা ষ্টাফৰ কেইবাজনেও মোক হানমাৰি কথা ক'লে যে আজিকালি জৰুৰী আলোচনাৰ বিষয়বোৰ বদলিছে। মই চমকি উঠিলো। এই কথা বাহিৰ ওলাল কেনেকৈ? অৰুণাভ ছাৰ আৰু মই জিমিৰ এক্সৰে প্লেটখন লৈ কথা পাতি থাকোঁতে কোনোবা হয়তো ভিতৰ সোমাইছিল। সাধাৰণতে মোৰ অনুমতি নোহোৱাকৈ অৰুণাভ ছাৰৰ কোঠালৈ কোনো নোসোমায়। সোমোৱাটো নিয়ম নহয়। যদিহে সোমাই উচ্চ বিষয়াসকলৰ কোনোবা বা ষ্টাফৰ কোনোবা এৰাব নোৱাৰা কামত সোমায়। হয়তো জিমিৰ এক্সৰে প্লেটখন লৈ আমি ইমান মগ্ন আছিলো যে কোননো সোমাইছিল গমকে নাপালো। মনটো বৰ কিবাখন লাগিল। সেইদিনা কিবা কামত একাউন্টচ্ চেক্সনলৈ গৈ দেখিলো ষ্টাফৰ গিৰ্জনি মৰা হাঁহি। মই সুধিলো—

ঃ কি হ'ল?

কোনোবা এজনে ক'লে—

ঃ জমি আছে।

ঃ জমি আছে? ক'ত?

ঃ কিয় টেক্সটাইল ডিপাৰ্টমেন্টত। আজিকালি টেক্সটাইল ডিপাৰ্টমেন্টত বহু ৰাতিলৈকে লাইট জ্বলি থাকে। কামবোৰ হঠাৎ বাঢ়িছে। দেশৰ উন্নতি হ'ব।

ঃ হ'ব পাৰে। কিন্তু জমিছে কি?

ঃ আৰে হঠাৎ কাম বঢ়া মানেই জমি উঠা। গোটেই দিনটোত শেষ নোহোৱা কাম ছুটীৰ পিছৰ দুঘণ্টাত শেষ হয়।

সকলোৱে গিৰ্জনি মাৰি হাঁহিলে। মই লক্ষ্য কৰিলো অফিচৰ লেডিজ ষ্টাফৰ ভিতৰত কম দিনৰ ভিতৰতে মোৰ অন্তৰংগ বান্ধৱী হৈ পৰা ৰিনিয়া নামৰ টাইপিষ্ট ছোৱালীজনীয়েহে তলমূৰ কৰি টাইপ কৰি আছে। তাই হাঁহিত যোগ দিয়া নাই। মই মোৰ কাম কৰি ওলাই আহিছিলো। তৃতীয় মহলালৈ উঠি যোৱা চিৰিত ভৰি থৈছিলোহে। কোনোবা এজনে কোৱা শুনিলো—

ঃ আৰে জোৱান অফিচাৰ আৰু গাভৰু পি এ জমিবৰে কথা ভাই। আমাৰ জ্বলন হ'লে কি হ'ব।

আন এজনে ক'লে—

ঃ এৰা, তাতে আকৌ জেওৰাবিহীন ফুলনি। ঠিক যেন হৰিণীৰ গড়ালৰ বনৰজা ৰখীয়া।

খঙত মই এনেদৰে উত্তেজিত হৈ পৰিলো যে ধোঁৱাকোৱা দেখিলো চকুৰে। মই জবাব দিবলৈ পুনৰ একাউন্টচ্ চেক্সনলৈ উভতি আহিব খোজোতেই ৰিনিয়া দৌৰি আহি মোৰ ওচৰ পালেহি।

ঃ মায়া মায়া বাদ দিয়া মায়া — আহাঁ আমি কেন্টিনলৈ যাওঁ। একাপ চাহ খাওঁগে — সিহঁত এজাক কাউৰী বুজিছা। মাথোঁ কা কা কৰিব জনা। কাউৰীৰ কা কাৰ কোনো উত্তৰ দিয়া নাযায় মায়া।

ঃ কিন্তু ৰিনিয়া তুমি শুনিছানে তেওঁলোকে...। ছিঃ এইবোৰ কেনেধৰণৰ কথা ৰিনিয়া।

দুখ আৰু খঙত মই উচুপি উঠিলো। ৰিনিয়াই মোক কৈছিল— যিজন ব্যক্তি সেইদিনা আমি একেলগে প্লেটখন লৈ কথা পাতি থাকোতে ভিতৰ সোমাইছিল তেৱেঁই কথাৰ অৱতাৰণা কৰিছে আৰু তেওঁ যে এজন লম্পট সেই প্ৰমাণ ইতিমধ্যে ৰিনিয়াই পাইছে। ৰিনিয়াই কৈছিল—

ঃ মায়া তুমি কাউৰীৰ কা কালৈ কাণ কৰিলে নহ'ব। তুমি অৰুণাভ ছাৰক কামত লগ দিব লাগিব। বৰং তুমি এনেবোৰ কথা শুনি আমোদহে পোৱা উচিত। যি সময়ত

দেৱীলৈকে অৰুণাভ ছাৰৰ কোঠাত লাইট দেখি কাউৰীবোৰে কা কা কৰিছে সেই সময়ত তোমালোকে তেওঁলোকৰেই দুৰ্নীতিৰ ফাইলবোৰ বিচাৰি উলিয়াইছা। আচলতে কিন্তু তেওঁলোকে আনন্দ উপভোগ কৰা নাই। তেওঁলোক বিচলিত হৈছে, ধৰাপৰি যোৱাৰ লাজ-ভয়-অপমানত শংকিত হৈ পৰিছে। তোমাৰ প্ৰতি তেওঁলোকৰ একপ্ৰকাৰ হিংসা-আক্ৰোশ। তুমি বিচলিত হ'লে নহ'ব মায়া। এয়াই সুযোগ। কোনে জানে অৰুণাভ ছাৰৰ দৰে সৎ, সাহসী, ন্যায়পৰায়ণ অফিচাৰ আমি আকৌ পামনে নাপাম।

ৰিনিয়াই খুউব সত্য কথা কোৱা বুলি মই অনুভৱ কৰিছিলো। অৰুণাভ ছাৰক মই কথাবোৰ কোৱা নাছিলো। মই জানো, তেওঁ নিজৰ বাবে চিন্তা নকৰে। কিন্তু মোৰ বদনামে তেওঁক বিচলিত কৰিব। তেওঁ সহ্য নকৰিব। যদিহে মই বদনাম হোৱা বুলি জানি তেওঁৰ মনোবল ভাগি যায়? দুৰ্নীতিগ্ৰস্ত ফাইলবোৰ হয়তো আলমাৰীৰ চুকত পৰি থাকি তাতেই যাহ যাব বা সেই ফাইলবোৰ লৈ বহু ৰাতিলৈ কোঠাত লাইট জ্বলাই অকলেই কাম কৰিব। মোক হয়তো দেৰিলৈ অফিচত নাৰাখিব। মই দূৰৰ পৰা চাম সৌৱা অৰুণাভ ছাৰৰ কোঠাত লাইট জ্বলি আছে। আস্ বৰ কষ্টকৰ অনুভৱ! তেওঁ হয়তো লাহে লাহে মোৰ পৰা দূৰলৈ গুচি যাব। মাথোঁ বচ্ আৰু পি এৰ মাজত থকা সম্পৰ্কটোহে ৰ'বগৈ আমাৰ মাজত। নিৰুদ্বেগচিত্তে জিমি বা ৰুমীৰ মেডিকেল বিলত চহী কৰিব। কোনো এক্সৰে প্লেট বিচাৰি ৰুমী-জিমিৰ বুকুৰ ভিতৰখন চাব লগা নহ'ব। নাই, মই এনে হ'বলৈ দিব নোৱাৰো। এফালে পৃথিৱীৰ সমস্ত নাৰীয়ে পাব লগা সকলোবোৰ বদনাম মোৰ গাতেই জাপি দিয়ক, আনফালে থাকক মোৰ অৰুণাভ ছাৰ আৰু পাহাৰসম কাম। মই কাম কৰি যাম অৰুণাভ ছাৰৰ লগত আৰু তেওঁক মই চৰাইবোৰৰ ঘৰলৈ লৈ যাম।

নিদাৰুণ অনুভৱবোৰে মোক কন্দুৱাই পেলালে। মই স্থান-কাল পাহৰি উচুপি উঠিলো। অৰুণাভ ছাৰৰ ঘৰৰ বেলকণিত। হাঁতত কফি দুকাপ লৈ আহি মই উচুপি থকা দেখি তেওঁ আচৰিত হ'ল। কফি দুকাপ থৈ মোৰ নিচেই কাষলৈ আহিল। দুই হাতেৰে মোৰ মুখখন তুলি ধৰিলে—

ঃ বী বী কি হ'ল বী? তুমি সঁচাকৈ কান্দিছা নেকি? মই ভাবিছিলো তুমি ধেমালি কৰিছা। কি হ'ল? চাওঁ কোৱাচোন কি হ'ল?

মৰমৰ স্পৰ্শ পাই মই ভাগি পৰিলো। কিন্তু কথাবোৰতো মই তেওঁক ক'ব নোৱাৰো। তেওঁ মোৰ বাঢ়ি অহা চকুৰ পানী দেখি অপ্ৰস্তুত হ'ল। সাৱটি ধৰি এহাতেৰে মোৰ ধাৰাসাৰ চকুৰ পানীবোৰ মচিব ধৰিলে।

ঃ ছাৰ মোৰ ভুল হৈ গ'ল। মোক মাফ কৰি দিয়ক।

ঃ মাফ? ভুল? কি ভুল হৈ গ'ল?

ঃ মই আজি আপোনাক ইমান বেয়াকৈ খং কৰিলো। মুখত যি আহে তাকেই ক'লো। গালি পাৰিলো। মই বৰ দুখী ছাৰ। হঠাৎ কি হৈ গ'ল ক'ব নোৱাৰো। মই বোধহয় মোৰ স্থান, পদমৰ্যাদা সকলো পাহৰি গৈছো।

ঃ অ' সেই কথা! তাৰ বাবে তুমি কান্দিছা বী?

অৰুণাভ ছাৰে উচ্চস্বৰে হাঁহিব ধৰিছিল। কৈছিল—

ঃ জানা বী। মোৰ আজি খুউব ফূৰ্তি লাগি আছে। জীৱনত নোখোৱা বস্তু এটা আজি খালো। বৰ মিঠা। তোমাৰ গালি— আচলতে তোমাৰ মৰম। হয়নে নহয় কোৱা?

অৰুণাভ ছাৰৰ হাঁহি থমকি ৰৈছিল আৰু তেওঁ হঠাৎ আৱেগিক হৈ পৰিছিল।

ঃ বী, কেতিয়াবা জানা বৰ দুখ লাগে। মানুহক জীৱনত সন্মাননো লাগে কিমান? জীৱনটো সুন্দৰকৈ চলি যাবলৈ সন্মানতকৈ বেছিকৈ লাগে মৰম — কিছু আব্দাৰ — মৰমৰ বুজনি, খং, ৰাগ, সৰু সৰু মান-অভিমান, হাই-কাজিয়া। পুৱা শুই উঠাৰে পৰা নিশা শুই পৰালৈকে মোক অজস্র মানুহে হাতযোৰ নকৰিলেই বা সংকোচ কৰি দুখোজ পিচুৱাই নগ'লেই বা তাতে কি হ'ল। সকলো ফালৰ পৰা মাথোঁ য়েচ্ ছাৰ য়েচ্ ছাৰ, ন' ছাৰ কিয় নহয়? কোনেও মোক অৰুণাভ বুলি কিয় নামাতে? মোৰ কথাৰ প্ৰতিবাদ কিয় নকৰে? কোনো মোৰ অবাধ্য কিয় নহয়? আদেশ মোক কিয় কোনেও নিদিয়ে?

অৰুণাভ ছাৰ মৌন হৈ পৰিছিল। মৱো। মাথোঁ পাহাৰীয়া জিলি এটাই নিচেই কাষতে অৰুণাভ ছাৰৰ চৌহদত কোনোবাখিনিত লুকাই বুকু ভাঙি আৰ্তনাদ কৰিছিল। কফিৰ কাপ দুটা চেঁচা পৰিছিল। মই অৰুণাভ ছাৰলৈ চাই ৰৈছিলো। সেইজন মই সদায় দেখি অহা অৰুণাভ ছাৰ জন নহয়। সেইজন আন এজন অৰুণাভ ছাৰ। দুৰ্বল। শিশুৰ দৰে অসহায়। মই তেওঁৰ হাতখন নিঃসংকোচে খামোচি ধৰিলো। মই সান্ত্বনা দিব নাজানো। বুকুৰ ভিতৰত হেতা-ওপৰা কৰা সান্ত্বনাৰ ভাষাবোৰ আহি মোৰ হাতত থূপ খালেহি। মই নাজানো এই সান্ত্বনাৰ ভাষা অৰুণাভ ছাৰে বুজেনে নুবুজে। মই ভাবিলো, সঁচাকৈ কি অদ্ভুত ৰহস্যৰে ভৰা মানুহৰ মন, মানুহৰ জীৱন। কাৰোবাৰ সৰু হোৱাৰ দুখ, কাৰোবাৰ ডাঙৰ হোৱাৰ দুখ। কোনোবাই সন্মানৰ বাবে হাহাকাৰ কৰে। কাৰোবাক সন্মানে আমুৱাই। মানুহৰ মনৰ ইমানবোৰ ৰহস্য মই নুবুজো। মই মাথোঁ বুজো অৰুণাভ ছাৰ পৃথিৱীৰ সবাতোকৈ সৎ, ভাল মানুহ। তেওঁ সদায় আনন্দত থাকিব লাগে।

ৰুমী-জিমি নথকা দিন এটাত মই অৰুণাভ ছাৰৰ ঘৰৰ এটা কোঠাত শুই থাকোঁতে হঠাৎ সাৰ পাই গ'লো। মাজনিশা এনে লাগিল কোনোবা যেন এইমাত্ৰ মোৰ কাষত ৰৈ আছিল। মোৰ গালত ক্ষণিক আগতে কাৰোবাৰ উশাহৰ স্পৰ্শ লাগিছিল। কোঠাটোত বিয়পি আছে অৰুণাভ ছাৰে ব্যৱহাৰ কৰা সুগন্ধি আৰু তেওঁৰ বিদেশী চিগাৰেটৰ মিশ্ৰিত গোন্ধ। ভাবিলো, বোধহয় অৰুণাভ ছাৰ মোৰ কোঠালৈ আহিছিল। মোৰ টোপনি দেখি মাতিবলৈ টান পালে। মই উঠি আহিলো। অৰুণাভ ছাৰৰ বিচনাখন শূন্য। মই ছাঁদৰ ওপৰ পালোগৈ। অৰুণাভ ছাৰ আত্মমগ্ন। ৰেলিঙত ধৰি আকাশখনলৈ

চাই আছে। ভাবিছিলো মই অহা হয়তো গমেই পোৱা নাই। মই তেওঁৰ নিচেই কাষতে বৈ গ'লো। মোক আচৰিত কৰি তেওঁ মোক মাতিলে—

ঃ বী, আকাশখনলৈ চোৱা, কি দেখিছা?

ঃ কোটি কোটি তৰা ছাৰ।

ঃ নহয় বী, এই কোটি কোটি তৰাৰ মাজত সৌ এটা মাথোঁ অকলশৰীয়া তৰা তুমি দেখা নাই? চোৱাচোন বী।

মই অৰুণাভ ছাৰে আঙুলিয়াই দিয়া তৰাটোলৈ চালো। মনটো কেনেবা লাগি গ'ল। মই একো নক'লো। নীৰৱ মুহূৰ্ত কেইটামান আৰু নিঃসংগ তৰাটোৱে মনটো সেমেকাই তুলিলে। অৰুণাভ ছাৰে ক'লে—

ঃ মই এটা কথা ভাবিছো বী।

ঃ কি কথা ছাৰ?

ঃ আচলতে মই এটা সপোন দেখিছো বী।

ঃ কি সপোন ছাৰ?

ঃ ক'লে বেয়া নোপোৱাতো?

মই বৰ আচৰিত হ'লো অৰুণাভ ছাৰেও মই বেয়া পোৱা কথা কাহানিবা ক'ব পাৰিবনে? নিশ্চয় তেওঁৰ কিবা ছাৰপ্ৰাইজ! আৰু তেওঁ যিয়েই নকওঁক কিয় মই বেয়া পাব পাৰিমনে?

ঃ নাপাওঁ ছাৰ। জীৱনত কেতিয়াও আপোনাক বেয়া নাপাওঁ।

অৰুণাভ ছাৰে মোৰ হাত এখন খামোচি ধৰি ক'লে—

ঃ বী আমি যদি সদায় একেলগে থাকো?

ঃ আমিতো একেলগেই আছো ছাৰ!

ঃ নহয় বী, তুমি বুজা নাই, যদি আমাৰ একেখনেই ঘৰ হয়! ৰুমী-জিমি তুমি আৰু মই! যদি মই ৰুমী-জিমিৰ 'দেউতা' হওঁ?

ঃ অৰ্থাৎ?

ঃ হয় বী মই তোমাৰ লগত সংসাৰ গঢ়িব খোজোঁ। তোমাক মোৰ পত্নীৰূপে পাব খোজোঁ। কথা দিছো বী, জীৱনত কোনোদিনেই তোমাক আক্ষেপ, অনুশোচনা কৰাৰ সুযোগ নিদিওঁ! কোনোদিনেই তোমাক নিঃসংগ হ'বলৈ নিদিম!

ঃ বাঃ ছাৰ! কি অভিনৱ ছাৰপ্ৰাইজ!

ঃ নহয় বী নহয়, আই এম চিৰিয়াছ!

ক'ৰবাত থন্‌থন্‌কৈ কিবা এটা ভগাৰ শব্দ হ'ল। হয়তো আন ক'তো নহয় মোৰ বুকুৰ ভিতৰৰ কোনোবা গভীৰ অংশত।

ঃ বী একো নক'লা যে!

অসম্ভৱ! অৰুণাভ ছাৰৰ প্ৰস্তাৱ মই মানি ল'ব পৰা নাছিলোঁ। পৃথিৱীৰ অজস্ৰ

মানুহৰ মাজৰ পৰা যিজন মানুহ মই বিচাৰি উলিয়াইছো, সেই মানুহজন যদি মোৰ স্বামী হয়, যদি আমি দুয়ো পতি-পত্নী হওঁ, আমাৰ এখন ঘৰ হয়, আমাৰ মাজত শাৰীৰিক সম্পৰ্ক হয়, পৃথিৱীৰ অজস্ৰ মানুহেৰে তেওঁ যে একাকাৰ হৈ যাব। যিটো মই কেতিয়াও হ'বলৈ দিব নোৱাৰো। হয়তো অংশু গুচি যোৱাৰ পিছৰে পৰা মোৰ এক অবিৰত অন্বেষণ আৰম্ভ হৈছিল। প্ৰতিজন মানুহৰ মাজত মই অংশুৰ দৰে নহয়। অৰুণাভ ছাৰৰ দৰে এজন মানুহ বিচাৰি ফুৰিছিলো। এনে এজন মানুহ— যাৰ মাজত মই মোৰ কল্পনাৰ পুৰুষজনক বিচাৰি পাওঁ। যাৰ মাজত মই বিচাৰি পাওঁ সত্য — বিচাৰি পাওঁ সুন্দৰ। অৰুণাভ ছাৰক আৱিষ্কাৰ কৰাৰ পিছত মই অনুভৱ কৰিছো আচলতে অংশু নামৰ খুউব সাধাৰণ মানুহ এজন এই পৃথিৱীৰ পৰা, মোৰ জীৱনৰ পৰা আঁতৰি গ'ল। অনুভৱ কৰিছো আচলতে মোৰ জীৱনত অংশুৰ স্থান খুবেই গৌণ আছিল। অংশুৰ ঠাইত আন এজন পুৰুষ মোৰ স্বামী হোৱা হ'লেও মই একেদৰেই ভাল পালোহেঁতেন। অৰুণাভ ছাৰক বিচাৰি পোৱাৰ পিছৰে পৰা মই অনুভৱ কৰিছো, ঘৰ-সংসাৰ, সতি-সন্ততি এইবোৰ খুবেই তুচ্ছ কথা। ঘৰ-সংসাৰৰ প্ৰতি এতিয়া মোৰ কোনো দুৰ্বলতা নাই। বৰং 'স্বামী' শব্দটোৰ প্ৰতি একপ্ৰকাৰ বিতৃষ্ণাহে আহি পৰিছে। অন্তৰৰ যি শাশ্বত স্পৰ্শ মই পাইছো — তাৰ ওচৰত শৰীৰৰ স্পৰ্শ খুবেই তুচ্ছ। ঘৰ-সংসাৰ, শৰীৰৰ সম্পৰ্ক, বিলাসভৰা জীৱন, স্বামী-সন্তান এই সকলোবোৰৰ উৰ্ধ্বত মই বুজাব নোৱাৰা কিবা এটা বিচাৰি পাইছোঁ। অৰুণাভ ছাৰৰ সান্নিধ্য পোৱাৰ পিছৰে পৰা মই একোতেই বিচলিত হৈ নপৰা হ'লোঁ। কিন্তু এজন স্বামীৰ সান্নিধ্যই মোক মাথোঁ বিচলিতহে কৰিব। বিচলিত! মোক এজন অৰুণাভ ছাৰ লাগে — স্বামী নহয়। অৰুণাভ ছাৰক চাফাই দিয়াৰ দৰে মই কথাবোৰ কৈছিলো। কৈছিলো ৰুমী-জিমিৰ কথা। সিহঁত এতিয়া অবুজ। ডাঙৰ হৈ সিহঁতে জানো মানি ল'ব পাৰিব? সিহঁতৰ ভৱিষ্যতৰ কথা আছে।

ঃ আৰু তোমাৰ ভৱিষ্যৎ?

অৰুণাভ ছাৰে কৈছিল। মই কৈছিলো—

ঃ ছাৰ ভৱিষ্যৎ মানে যদি মাথোঁ অন্ন-বস্ত্ৰ-বাসস্থান হয় তেন্তে তাৰ অভাৱ নহ'ব। বৃদ্ধ বয়সৰ সাৰথি ৰুমী-জিমি আছেই। মোৰ এই আপ্ৰাণ কষ্ট আৰু ত্যাগৰ বিনিময়ত সিহঁতে মোক নিঃসংগ হ'বলৈ নিদিব নিশ্চয়।

ঃ বী! বী, তুমি সঁচাকৈ বৰ আঁকৰী। মইতো তোমাক ছাৰপ্ৰাইজ হে দিছিলো। হাঃ হাঃ হাঃ।

মই জঠৰ হৈ গ'লো। লগে লগে মই হেৰুৱাবলৈ ধৰা অৰুণাভ ছাৰজনক আকৌ ঘূৰাই পালো। সময়বোৰ আকৌ সহজ হৈ পৰিল তৎক্ষণাত।

পুৱা চাহৰ কাপ.লৈ মই অৰুণাভ ছাৰক জগাবলৈ গৈছিলো। মই আচৰিত হৈছিলো,

পুৱাৰ এলেঙ্ঘা টোপনিত চকু খোল নোখোৱা অৰুণাভ ছাৰে মোৰ খোজৰ শব্দ শুনিয়েই কৈছিল—

ঃ গুড্ মর্ণিং বী।

ঃ গুড্ মর্ণিং — কিন্তু এয়াতো অতি আচৰিত ছাৰ। আপুনি আজি সাৰ পালে কেনেকৈ? কোনে জগালে?

ঃ তোমাৰ পায়েলে।

ঃ অহ্! ডেম মাই পায়েল!

নতুনকৈ পায়েল এযোৰ পিন্ধিছিলো। কিন্তু মই জনা নাছিলো যে পায়েলযোৰৰ ৰুণজুণ শব্দবোৰে যে অৰুণাভ ছাৰৰ পুৱাৰ ডাঠ, মিঠা টোপনিটো ভাঙিব পৰা শক্তি আছে। অবিশ্বাসৰ চাৱনিৰে মই অৰুণাভ ছাৰৰ মুখলৈ চালো। কিন্তু পুৱাৰ সজীৱতাৰ বিপৰীতে তেওঁৰ মুখত ক্লান্তি আৰু অৱসাদৰ স্পষ্ট আভাস হে দেখা পালো। তেওঁৰ চকুৰ তলত সামান্য ক'লা দাগ। মই কিছু অধৈৰ্য হৈ উঠিলো।

ঃ ছাৰ, আপোনাৰ ৰাতি টোপনি অহা নাই? আপোনাৰ গা অসুখ নেকি?

ঃ কিয় হ'ব গা অসুখ? আৰু টোপনি? কি সাধ্য যে টোপনি মোৰ চকুলৈ নাহিব! আহিছিল আৰু সুন্দৰ সপোনৰ ভাণ্ডাৰ লৈ আহিছিল।

ঃ আপুনি মিছা কৈছে ছাৰ।

অৰুণাভ ছাৰে হাৰ মানিছিল। কৈছিল—

ঃ ৰাতি বৰকৈ মূৰ বিষাইছিল। এনে লাগিছিল যেন মূৰটো ফাটিহে যাব।

ঃ মূৰ বিষাইছিল? কিন্তু আপুনি মোক মাতি নিদিলে কিয়? আপুনি এইটো ভাল কৰা নাই ছাৰ। চাওঁ জ্বৰ আছে নেকি!

কপালত হাত দি দেখিছিলো সঁচাকৈ তেওঁৰ জ্বৰ। ইমান গৰম কপালখন। কওঁ নকওঁকৈ অৰুণাভ ছাৰে কৈছিল—

ঃ তোমাক কেনেকৈ মাতো— ইমান ৰাতি! তোমাৰ গভীৰ টোপনি ভাঙিবৰ মন নগ'ল।

তেওঁ নীৰৱে ৰৈছিল সমূলি উঠিবলৈ ইচ্ছা নকৰি। অৱশ-অলস হৈ। তেওঁৰ ঘৰৰ কাম কৰা মানুহবোৰ ব্যস্ত হৈ পৰিছিল। মই আদেশ জাৰি কৰিলো—

ঃ ছাৰ, আজি অফিচলৈ যাব নালাগে। ময়ো নাযাওঁ। আপোনাৰ লগতে থাকিম। ফোন কৰি জনাই দিম অফিচত। যিমান এপইন্টমেন্ট আছে কেঞ্চেল কৰি দিম ফোন কৰি। আপুনি জিৰণি লওঁক।

বাধ্য শিশুৰ দৰে অকণো আপত্তি নকৰি অৰুণাভ ছাৰ শুই পৰিছিল। দুপৰীয়ালৈ ডাক্তৰ বিবা আহি তেওঁক চাই গ'লহি। ঔষধ দিলে। লগতে বহুতো উপদেশ। ব্লাড প্ৰেচাৰ সামান্য বেছি। চিন্তাৰ কোনো কাৰণ নাই। তেওঁ অৰুণাভ ছাৰক সুধিলে—

ঃ এনি টেনশ্যান্ ছাৰ?

অৰুণাভ ছাৰে হাঁহিলে। ক'লে—

ঃ হ'ব পাৰে ডাক্তৰ। টেনশ্যন্ যে নাই সেইটোৱেই এটা মহা টেনশ্যন্।

ঃ বিয়া পাতক ছাৰ — ঘৰ-সংসাৰ কৰক। আনন্দেৰে থাকক। ল'ৰা-ছোৱালীৰ হাঁহি-কান্দোন, পত্নীৰ আদৰ-আব্দাৰ, গালি-গালাজ — বৰ মজাৰ লাইফ ছাৰ। মানুহৰ জীৱন এবাৰ পাইছো। কি ঠিক আৰু বা পামনে নাই! জীৱনৰ সকলো মজা সঠিক সময়তে ল'ব লাগে।

ডাক্তৰ ৰিবাই কেৰাহীকৈ মোৰ ফালে চালে। অৰুণাভ ছাৰে ক'লে—

ঃ এওঁ মায়াবী ডাক্তৰ ৰিবা।

ঃ হয় হয় মই জানো ছাৰ। আপোনাৰ পি এ নহয়? তেৱেঁইতো মোক ফোন কৰিছিল।

ঃ নহয় — আপোনাৰ ভুল হৈছে ডাক্তৰ। মায়াবী মাথোঁ মোৰ পি এ নহয়। সেইটোতো সম্পূৰ্ণ অফিচিয়েল চিনাকি। চিনাকিবোৰ মাথোঁ অফিচিয়েল হোৱাটো উচিত নহয়। মায়াবী মোৰ সহকৰ্মী, মোৰ খুউব অন্তৰংগ বন্ধু, মোৰ টুৰিষ্ট গাইড্, মোৰ অভিভাৱক আৰু এই সকলো সম্পৰ্কৰ ঊৰ্ধ্বত মোৰ বী। মাথোঁ বী।

ডাক্তৰ ৰিবা আচৰিত হৈছিল। ময়ো।

অৰুণাভ ছাৰৰ জ্বৰ কমিছিল যদিও মূৰৰ বিষ বাঢ়িছিল। মোৰ সহ্য হোৱা নাছিল। মই হাতত বিষৰ মলম লৈ অৰুণাভ ছাৰৰ বিছনাত বহিছিলো। তেওঁৰ নিচেই কাষত। আঙুলিত মলম লগাই লৈ তেওঁৰ কপালত হাত দিলো — লাহে লাহে। ক্ষন্তেকলৈ মোৰ হাতখন কঁপি উঠিছিল। কিন্তু পিছ মুহূৰ্ততে মোৰ হাতখনে অৰুণাভ ছাৰৰ মূৰৰ বিষটোৰে যুঁজিবলৈ ধৰিলে। হৃদয়ৰ সমস্ত আৱেগ, তেওঁৰ প্ৰতি থকা মৰম-আন্তৰিকতা শিৰাই-উপশিৰাই বগাই আহি মোৰ আঙুলিবোৰত আশ্ৰয় ল'লেহি আৰু অৰুণাভ ছাৰৰ কপালত বগাই ফুৰিবলৈ ধৰিলে। তেওঁৰ মুখমণ্ডলত বিয়পি পৰিল আমেজ। মুদ খাই থকা চকুযোৰত অপাৰ তৃপ্তি। মই সুধিলো—

ঃ অলপ আৰাম হৈছেনে ছাৰ?

ঃ ব-হু-ত বী। আকাশখনৰ সমান।

ঃ ছাৰ, মই তেন্তে ভাল নাৰ্ছ?

ঃ বী, তুমি পৃথিৱীৰ আটাইতকৈ ভাল নাৰ্ছ।

ঃ মোৰ পাৰিশ্ৰমিক ছাৰ?

ঃ দিম দিয়া। জীৱনৰ শেষ দিনা হ'লেও দিম। এতিয়া খুচুৰা নাই। বাকী থাকিল।

কপালৰ পৰা মোৰ আঙুলিবোৰ অজানিতে তেওঁৰ চুলিবোৰৰ মাজলৈ গুচি গৈছিল। মোৰ ভাল লগা তেওঁৰ ৰঙচুৱা চুলিবোৰলৈ। পথ হেৰুওৱা জোনাকী পৰুৱাৰ দৰে অকাই-পকাই ঘূৰি ফুৰিছিল চুলিৰ আন্ধাৰত। বহু সময়—। অৰুণাভ ছাৰৰ টোপনি অহাৰ উমান পাইছিলো মই। উজ্জ্বল পোহৰৰ লাইটটো নুমুৱাই পাতল গোলাপী ৰঙৰ

বাল্বটো জ্বলাই দিছিলো। মায়াময় গোলাপী পোহৰত তেওঁৰ শিশুৰ দৰে সৰল মুখখনলৈ চাই ৰৈছিলো মই। এসময়ত তেওঁৰ ইন্টাৰকামটো বাজি উঠিছিল। ৰান্ধনি ল'ৰাটোৱে ইন্টাৰকামত ভাত হোৱা খবৰ দিলে। মই ক'লো—

ইয়ালৈকে লৈ আহাঁ।

ট্ৰলী দুখন ঠেলি ৰান্ধনী ঘৰত কাম কৰা ল'ৰা দুটা সোমাই আহিল। সেই ৰাতি শুভৰাত্ৰি জনাই মই অৰুণাভ ছাৰৰ কোঠাৰ পৰা ওলাই আহোঁতে তেওঁ পিছফালৰ পৰা মাতিছিল।

ঃ বী।

ঃ ছাৰ।

ঃ তুমি আৰু কালিৰ দৰে কেতিয়াও নাকান্দিবা। তোমাৰ চকুৰ পানীয়ে মোক বিপথে পৰিচালিত কৰিব। মোৰ ভুল হৈ যাব বী। মইতো দেৱতা নহয়।

ঃ কোনে কয় ছাৰ। আপুনি দেৱতা নহয় বুলি। আপুনি এজন দেৱতা। আপুনি এনেকৈ ক'লে মই কিন্তু আকৌ কান্দি পেলাম।

ঃ ন' ন' বী। ন' তুমি কেতিয়াও এনেকৈ নাকান্দিবা প্ৰমিজ!

ঃ অ'কে প্ৰমিজ।

অৰুণাভ ছাৰৰ বহুতো কথাই মই নুবুজো। নুবুজাকৈয়ে থাকি যায়। তেওঁৰ সকলো কথা বুজিবলৈ মই কিমানেই বা বিজ্ঞ।

অৰুণাভ ছাৰৰ অসুখৰ কথা যেনেকৈ অফিচত তথা সচিবালয়ত বিয়পি পৰিছিল তেনেকৈ বিয়পি পৰিছিল তেওঁৰ অসুখৰ সময়ত মই তেওঁৰ লগত থাকি শুশ্ৰূষা কৰাৰ কথা। দ্ৰুতগতিত বিয়পি পৰিছিল মোৰ বদনাম। বহুকেইজন ষ্টাফে কটাক্ষ কৰি মই কিয় অফিচলৈ অহা নাছিলো তাৰ কাৰণ সুধিছিল। সহজভাৱেই ময়ো উত্তৰ দিছিলো, অৰুণাভ ছাৰৰ অসুখৰ বাবে। এদিন এজন উচ্চ বিষয়াৰ ওচৰলৈ ফাইল এটা লৈ যাব লগা হোৱাত তেওঁ মোৰ ভৰিৰ পৰা মূৰলৈকে নিৰীক্ষণ কৰি কৈছিল—

ঃ তুমি অৰুণাভ ছাৰৰ পি এ?

ঃ হয় ছাৰ।

ঃ আচ্ছা তুমিয়েই তেন্তে মায়াবী শৰ্মা?

ঃ হয় ছাৰ।

ঃ তোমাৰ বিষয়ে শুনিছো। তুমি হেনো বৰ স্মাৰ্ট পি এ। ইনটেলিজেন্ট্, অলৰাউণ্ডাৰ। তোমাৰ কোনোবা বান্ধৱী থাকিলে ক'বাচোন। মানে পি এ বান্ধৱী — তোমাৰ নিচিনা। পি এ হ'লে এনেকুৱাই হ'ব লাগে।

ঃ কিন্তু মাত্ৰ পি এ কিয় ছাৰ? সকলো ৱৰ্কাৰেই জানো স্মাৰ্ট, অলৰাউণ্ডাৰ, ইন্টেলিজেন্ট্ হ'ব নালাগে? মই ভুল কৈছো নেকি ছাৰ? আৰু মাথোঁ বান্ধৱী কিয়? বন্ধু কিয় নহয়? তেওঁ হঠাৎ নিৰ্বাক হৈ কেইটামান মুহূৰ্ত মোলৈ চাই ৰৈছিল। কৈছিল—

ঃ নাই নাই তুমি ভুল কোৱা নাই। মানে পি এ বিলাকৰ দায়িত্ব বেছি তো! এনিৱে — মায়াবী ইউ আৰ ৰিয়েলী ভেৰী স্মাৰ্ট!

মই ফাইলটো লৈ ওলাই আহিছিলো। বাহ্যিক অৰ্থত তেওঁ মোক একো বেয়া কথা কোৱা নাছিল। মই কোনোমতেই তেওঁৰ কথাৰ বেলেগ অৰ্থ বিচাৰি উলিয়াব পৰা নাছিলো। তেওঁ সঁচাকৈয়ে মোক সমৰ্থন কৰিব পাৰে। জুম্পি ৰিনিয়াহঁতে কিন্তু মানুহবোৰে মোক লৈ বিয়পাই ফুৰা কথাবোৰৰ বিষয়ে কৈছিল। কৈছিল সেইজন উচ্চপদস্থ বিষয়াৰ নৈতিকতাৰ কথা। কৈছিল তেওঁৰ চকুৰ চাৱনি আৰু ইংগিতধৰ্মী কথাৰ বিষয়ে। অৱশ্যে আঁৰৰ পৰা 'কা কা' কৰিলেও কোনেও মোৰ সন্মুখত একো ক'ব পৰা নাছিল। কথাবোৰ মই ৰিনিয়া, জুম্পি, মমতা মোৰ বান্ধৱীহঁতৰ পৰাহে গম পাইছিলো। সেই সময়ত মোৰ হাঁহি উঠিছিল। মোৰ সৌভাগ্যই মোক গৌৰৱান্বিত কৰিছিল। তেওঁলোকে নাজানে তেওঁলোকে কি হেৰুৱাইছে আৰু মই জানো মই কি পাইছো।

চৰকাৰৰ মেডিকেল ৰি ইম্বাৰচ্‌মেন্টৰ কিমান এটা মোটা অংশ বছৰি ভুৱা বিল দাখিল কৰি কৰ্মচাৰীসকলে আত্মসাৎ কৰে সেই বিষয়ে অৰুণাভ ছাৰে মুখ্য সচিব তথা মন্ত্ৰীসকলক অৱগত কৰোৱাই নহয় উপযুক্ত তদন্তৰো দাবী-প্ৰস্তাৱ ৰাখিছিল। বাতৰি কাকতসমূহ গৰম হৈছিল। ৰাজ্যখনত হুৱা-দুৱা লাগিছিল। দ্ৰুতগতিত তদন্ত চলিছিল। আনকি সচিবালয়ত বছৰি গড় হিচাবত কিমান পৰিমাণৰ ভুৱা বিল দাখিল হ'ব পাৰে তাৰ এটা সুন্দৰ ৰসিক তথ্য অৰুণাভ ছাৰে দাখিল কৰিছিল। সচিবালয়ত মুঠতে কিমান কৰ্মচাৰী আছে — তেওঁলোকে বছৰি কিমান টকাৰ বিল দাখিল কৰে — কিমানজনৰ কিমান টকাৰ বেমাৰ হয় — কিমানজন দুৰাৰোগ্য বেমাৰী সচিবালয়ত উপস্থিত থাকে ইত্যাদি অলেখ ৰসিক তথ্য। নিম্ন পৰ্যায়ৰ চাকৰিয়ালসকল হঠাৎ মৌন হৈ পৰিছিল। বহুতে জমা দিয়া বিল ঘূৰাই লৈছিল। উচ্চ পৰ্যায়ৰ সকল নাৰাজ হৈছিল কিন্তু কোনেও মুখ খুলি একো ক'ব পৰা নাছিল। যন্ত্ৰণাত ছট্‌ফটাইছিল হয়তো। এই সকলোবোৰ দেখি মোৰ আনন্দ লাগিছিল। অৱশ্যে আনন্দ পোৱা দুই এজনে প্ৰতিটো বিভাগতে নোলোৱা নহয়। মোৰ অৱশ্যে দুখো লাগিছিল, হতাশো হৈছিলো। সন্দেহ হৈছিল— কিমান দিনলৈ চলিব এইবোৰ? অৰুণাভ ছাৰ থকালৈকে? আৰু অৰুণাভ ছাৰ যেতিয়া বদলি হৈ গুচি যাব তেতিয়া? আকৌ দুৰ্নীতিয়ে গজালি মেলিব। মই মায়াবী পুনৰ এটা যন্ত্ৰলৈ পৰিণত হ'ম। 'বচ'ৰ পৰিচালিত এটা যন্ত্ৰ হৈ দীঘল দীঘল ডিক্টেশ্যন ল'ম। ভুৱা কামৰ দীঘল তালিকা টাইপ কৰি উলিয়াম। মোৰ চাৰিওফালে দুৰ্নীতিয়ে মহল সাজিব অথচ মই একো কৰিব নোৱাৰিম — একো মাতিব নোৱাৰিম। মাথোঁ হৃদয় আছে বাবে মই দুখ পাম।

ভাৰতীয় প্ৰশাসনিক সেবাৰ বিষয়া হোৱা বাবে তেওঁৰ ক্ষমতা আছিল অসীম। আমি চৰাইবোৰৰ ঘৰলৈ বুলি যাওঁতে আৰু কেতিয়াবা অনাই-বনাই ঘূৰি ফুৰোতে

অৰুণাভ ছাৰে নগৰখনৰ পথবোৰ নিৰীক্ষণ কৰিছিল। দলংবোৰ আৰু ড্ৰেইনবোৰো। পিছদিনা অফিচত মোক দীঘলীয়া ডিক্টেশ্যন দিছিল। কোনটো পথৰ কোনখিনিত পুনৰ্নিৰ্মাণৰ প্ৰয়োজন— কোনখন দলং জহি-খহি গৈছে— কিয় গৈছে— পুনৰ্নিৰ্মাণৰ বাবে বিভাগে কিবা আঁচনি লৈছে নেকি ইত্যাদি সবিশেষ খৰচি মাৰি দীঘল নোট লিখি উলিয়াইছিল। বিভাগীয় কৰ্তৃপক্ষৰ লগত ফোনত দীঘলীয়া আলোচনা কৰিছিল। মন্ত্ৰী মহোদয়ক নিজে গৈ লগ ধৰিছিল। তেওঁ চাই ফুৰিছিল স্কুলঘৰ-কলেজ-লাইব্ৰেৰীবোৰ, চিলড্ৰেন পাৰ্ক — বজাৰ-সমাৰবোৰ। এইবোৰ কাম লৈ আমি অফিচ ছুটীৰ পিছত বহিছিলো। অৰুণাভ ছাৰে হস্তক্ষেপ কৰিছিল পানী যোগান বিভাগৰ কামত। হঠাৎ এদিন তেওঁ গান্ধী মাৰ্কেটত গাড়ী ৰখাই মোক সুধিলে—

ঃ বী এই ঠাইত ইমানবোৰ তিৰোতা মানুহ জুম বান্ধি থাকে কিয়? বোধহয় এওঁলোক বনুৱা তিৰোতা।

ঃ হয় ছাৰ, বনুৱা আৰু বজাৰৰ দোকানীৰ তিৰোতা। এইখিনিত পাব্লিক হেল্থৰ পানীৰ নল আছে। মানুহবোৰ পানী নিবলৈ থুপ খায়হি। কেতিয়াবা ইয়াত পানীৰ কাৰণে এখন মহাভাৰত হয়। ইয়াত পানীৰ বৰ সমস্যা ছাৰ।

অৰুণাভ ছাৰক বনুৱাৰ আবাসস্থলবোৰ দেখুৱাবলৈ লৈ গৈছিলো। পাহাৰীয়া ৰাজ্যখনত আচলতে বনুৱাৰ বাবে জুপুৰীঘৰ সাজিবলৈ ঠাইৰ অভাৱ। অট্টালিকা সাজিবলৈ বিয়াগোম পাহাৰকটা গাড়ীবোৰ ব্যৱহাৰ কৰি সগৰ্বে থিয় দি থকা পাহাৰৰ একোটা অংশ নিমিষতে ধূলিস্যাৎ কৰি পেলায়। চকুৰ পচাৰতে গছ-গছনি চৰাই-চিৰিকটিৰ আবাসস্থল মানুহৰ আবাসলৈ পৰিৱৰ্তন হয়। বনুৱাবোৰৰ আবাসবোৰ অতি জৰাজীৰ্ণ, অস্বাস্থ্যকৰ। দ জেকা ঠাইত। প্ৰায়ে দেখা যায় পাহাৰীয়া ঝৰ্ণাবোৰৰ পাৰে পাৰে লানি লানিলৈ সজা সিহঁতৰ ঘৰ। ওপৰত পাহাৰীয়া টকৌ পাতৰ চাল। মাজে মাজে অৱস্থাহীন টিনৰ চালি। ইতিমধ্যে বহুবাৰেই পাহাৰত ভূমি স্খলন হৈ এনে বনুৱাৰ লাইন জাহ গৈছে। বহু বনুৱাৰ জীৱন পাহাৰৰ পৰা খহি পৰা মাটিৰ তলত পোত গৈছে। সিহঁতে নিশা হ'লে চুৰ কৰি বিজুলী-বাতি টানে। পানীৰ বাবে হাহাকাৰ কৰে। মাজে মাজে অগ্নিকাণ্ডও নোহোৱাকৈ নাথাকে। ইহঁত অস্থায়ী চৰকাৰী বনুৱা। প্ৰায় প্ৰতিটো বিভাগতে অস্থায়ী চাকৰিয়াল ভৰি আছে ইয়াত। বিশেষকৈ গড়কাপ্তানী, বিদ্যুৎ, বনবিভাগ আদিৰ অজস্ৰ বনুৱাৰে ইটানগৰখন ভৰা। বনুৱাৰ ঘৰবোৰৰ উপৰিও ঝৰ্ণাবোৰৰ পাৰে পাৰে বহুতো জনজাতি লোকে চাংঘৰ সাজে। তেওঁলোকৰ বহুতে ঝৰ্ণাৰ পাৰে পাৰে কেঁচা শৌচালয় সাজে। যাতে ঝৰ্ণাই মলমূত্ৰ উটুৱাই লৈ যাব পাৰে। বহুতে তাকো নাসাজে। ঝৰ্ণাটোৱেই তেওঁলোকৰ শৌচালয়। ঝৰ্ণাটোৱে তেওঁলোকৰ জীৱনৰ সকলো আবৰ্জনা উটুৱাই লৈ যায়। এই ঝৰ্ণাৰেই কোনোবা অংশত তেওঁলোকে ধোৱা-পখলা কাম কৰে। হয়তো পানীও খায়। 'ঝৰ্ণা' এই সুন্দৰ নামটো সিহঁতে এতিয়া হেৰুৱাই পেলাইছে। ঝৰ্ণাবোৰ হৈ পৰিছে নলা। প্ৰকৃতি প্ৰদত্ত

এই ঝৰ্ণাবোৰ কিন্তু এসময়ত সৌন্দৰ্যৰ আধাৰ আছিল। নিৰ্মল শীতল পানীবোৰ খল্‌খলকৈ বৈ গৈছিল। নগৰখনৰ অলংকাৰ স্বৰূপ আছিল। প্ৰকৃতিৰ দান এই ঝৰ্ণাবোৰ আমি হেৰুৱাই পেলালো। কোনো ক্ষমতাসম্পন্ন লোকে এই ঝৰ্ণাবোৰ ৰক্ষা কৰাৰ কথা নাভাবিলে। হয়তো নেদেখিলেই ইহঁতৰ শোচনীয় ৰূপ। বিদেশৰ কোনোবা ঠাইত হোৱা হ'লে হয়তো চহৰখনৰ মাজমজিয়াত থকা এই ঝৰ্ণাবোৰ পৰ্যটকৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু হৈ পৰিলেহেঁতেন।

নিজৰ ড্ৰয়িং ৰূম এৰি আমি দুয়ো চহৰখন সজাবলৈহে উঠি-পৰি লাগিছিলো। অৰুণাভ ছাৰে প্ৰয়োজন অনুসাৰে বিভাগীয় মন্ত্ৰী তথা মুৰব্বীসকলক সাক্ষাৎ কৰিছিল। আমি কৃতকাৰ্য হৈছিলো। গান্ধী মাৰ্কেটৰ পানীৰ নলটোত দিনে দিনে মানুহৰ সংখ্যা কমি আহিছিল। ঠায়ে ঠায়ে প্ৰয়োজন সাপেক্ষে পানীৰ নল লাগিছিল। সেইদৰে ৰাস্তা-ঘাট আৰু দলংবোৰতো আমি বিচৰা ধৰণে কাম হোৱা দেখি বৰ আনন্দ পাইছিলো। স্কুল-কলেজ-লাইব্ৰেৰী-চিলড্ৰেন পাৰ্কবোৰ জিলিকি উঠিছিল। কিন্তু ৰক্ষা কৰিব পৰা নাছিলো ইতিমধ্যে কদৰ্য হৈ পৰা আমাৰ ঝৰ্ণাবোৰ। অৰুণাভ ছাৰে যত্নৰ ত্ৰুটি কৰা নাছিল। ঝৰ্ণাবোৰ বচাব লাগে। ঝৰ্ণাৰ পাৰে পাৰে সৃষ্টি হোৱা জনবসতিসমূহ অন্য ঠাইলৈ স্থানান্তৰিত কৰিব লাগে। আমি দুয়ো অপাৰ যত্ন কৰিছিলো। ঝৰ্ণাৰ পাৰত বাস কৰা বাসিন্দাসকলক উচ্ছেদ কৰাটো তেওঁৰ বাবে খুবেই সহজ আছিল, সহজ নাছিল স্থানান্তৰিত কৰাটো। সামান্য উপাৰ্জনেৰে সিহঁতে স্বাস্থ্যকৰ সুবিধাজনক ঘৰ এটা ভাড়া বা লয় কেনেকৈ? উচ্ছেদ কৰা মানে সিহঁত নিগমে মৰা। অস্থায়ী বনুৱাসকলৰ বাবে স্বাস্থ্যকৰ ঠাইত পানী, বিদ্যুৎ আদিৰ সুবিধা কৰি ক'লনী নিৰ্মাণৰ বাবে অৰুণাভ ছাৰে খুউব লিখা-মেলা কৰিছিল। আমি দুয়ো আবৰ্জনা কঢ়িয়াই কলুষিত হৈ পৰা ঝৰ্ণাবোৰলৈ চাই ৰৈছিলো। সিহঁতেও শেষ আশা অকণলৈ উদ্ধাৰৰ আশাত আমালৈ চাই ৰৈছিল। অপাৰগতাৰ গ্লানিত, লাজ, অপমানত আমি তলমূৰ কৰিছিলো। ৰাজধানীখনৰ চুকে-কোণে অসংখ্য ঝৰ্ণা। তেতিয়াও মানুহৰ স্পৰ্শৰ পৰা দূৰত থকা ঝৰ্ণাবোৰ যাতে সুৰক্ষিত হৈ থাকে তাৰ বাবে আমি উঠি-পৰি লাগিছিলো। অৰুণাভ ছাৰে ঝৰ্ণাবোৰৰ পাৰত ঘৰ সজা বন্ধ কৰিবলৈ প্ৰশাসনক চিঠি লিখিছিল। বন বিভাগ, পৰ্যটন বিভাগক সৌন্দৰ্যৰ আঁকৰ ঝৰ্ণাবোৰ সুন্দৰভাৱে সুৰক্ষিত কৰি ৰাখিবলৈ তেওঁ অনুৰোধ কৰিছিল। চহৰখনৰ আশে-পাশে থকা প্ৰতিটো ঝৰ্ণাই আমাৰ হৈ পৰিছিল। আমাৰ চিনাকি আমাৰ আপোন বন্ধু। আমি দুয়ো অৰণ্যই অৰণ্যই ঝৰ্ণা বিচাৰি ফুৰিছিলো। অটব্য অৰণ্যৰ মাজত হঠাৎ আৱিষ্কাৰ হোৱা ঝৰ্ণা এটাই আমাৰ আনন্দৰ পাৰ ভাঙি নিছিল। তেনে এটি ঝৰ্ণাৰ পাৰত বহি অৰুণাভ ছাৰক সুধিছিলো।'

ঃ ছাৰ আপুনি নদীতকৈ ঝৰ্ণাক বেছিকৈ ভাল পায় নেকি?

ঃ ওঁ।

ঃ কিয়?

ঃ নদী উগ্ৰ — অনমনীয় — উত্তাল, কেতিয়াবা বাধ্য, সহৃদয় কেতিয়াবা অবাধ, নিষ্ঠুৰ — ঝৰ্ণা সদায় শীতল-শান্ত-বাধ্য-নমনীয়-প্ৰেমময়। অথচ চঞ্চল। ইহঁতে প্ৰায়ে অৰণ্যত আত্মগোপন কৰি থাকে। তোমাৰ দৰে।

ঃ অ' তেন্তে নদীৰ দৰে কোন ছাৰ? আপোনাৰ মহাৰাণী?

ঃ নহয়, তোমাৰ চাহ বাগিছাৰ ছোৱালীজনী।

অৰুণাভ ছাৰে মোৰ গালত টুকুৰিয়াই কৈছিল।

অৰুণাভ ছাৰ বাগিছাৰ প্ৰেমত ভালকৈয়ে পৰিছিল। চাহ বাগিছালৈ যাবলৈ অৰুণাভ ছাৰৰ আগ্ৰহৰ শেষ নাছিল। সুৰঙা পালেই আমি গৈ চুবুৰীয়া ৰাজ্য ইটানগৰৰ গাতে লাগি থকা অসম পাইছিলোঁগৈ। 'যুগনু' নামৰ শিৰীষ গছজোপা আৰু লতিকাৰূপী 'ৰাধা'ক অৰুণাভ ছাৰে নিচেই কাষৰ পৰা চাব খোজে। চাব খোজে বাগিছাৰ প্ৰেম— 'যুগনু আৰু ৰাধা'ৰ ভালপোৱা। চাহগছৰ অনন্ত দলিচা। বাগিছাত কেইটামান দিন কটোৱাৰ খুউব ইচ্ছা অৰুণাভ ছাৰৰ।

চাহ বাগিছাৰ পৰিচালকৰ লগত অৰুণাভ ছাৰৰ সহজেই আত্মীয়তা গঢ়ি উঠিছিল। দুয়ো যেন বহুদিন এৰা এৰিকৈ থকা শৈশৱৰ বন্ধুহে। অৰুণাভ ছাৰে কেইটামান দিন কটাবৰ বাবে অনুমতি বিচাৰিছিল ওচৰতে থকা সোণামতী বাগিছাত, পৰিচালক পাৰ্থকুমাৰ জৈন ইমান আনন্দিত হৈছিল যে তেওঁ কৈছিল—

ঃ আপোনাৰ যিমান দিন ইচ্ছা থাকি যাওঁক। সেউজীয়া বাগিছা চাওঁক। বাগিছাৰ সেউজীয়া জীৱন চাওঁক। পৰিচালক মিঃ পাৰ্থ জৈনৰ কিন্তু আশ্চৰ্যৰো সীমা নাছিল। তেওঁ ব্যক্ত কৰিছিল তেওঁৰ আশ্চৰ্যতা। অসমৰ বাগিছাত চাকৰি কৰা তেওঁৰ কুৰি বছৰেই হ'ল। কিন্তু কেতিয়াও বাগিছাত কিছুদিন কটাবলৈ অহা, অৱসৰ বিনোদনৰ বাবে বাগিছালৈ অহা মানুহ তেওঁ লগ পোৱা নাই। মানুহ যায় দিল্লী, মুম্বাই, বাংগালোৰ ফুৰিবলৈ। চিংগাপুৰ, থাইলেণ্ড চাবলৈ।

আচৰিত হৈছিল অৰুণাভ ছাৰো। এই বিশাল সৌন্দৰ্য, এই বিশাল সেউজীয়াতো জীৱন জুৰি উপভোগ কৰিব পাৰি। পৰিচালক মিঃ জৈনে তেওঁৰ বাংলো চৌহদতে থকা দুটা কোঠাৰ গেষ্ট ৰূমটো সজাই-পৰাই উলিয়ালে। কোঠা দুটা সৰু। সুসজ্জিত। মাজেদি দুৱাৰ থকা। সন্মুখত বিশাল লন্। মৰমীয়াল মালীৰ হাতৰ পৰশত বাঢ়ি অহা ফুলৰ ফুলনি। বিপৰীত দিশে কিছুমান বিশাল গছ। বাৰাণ্ডাত এখন কঁহুৱা-কোমল ডানলপৰ দোলনা। সুন্দৰ। সকলোবোৰ সুন্দৰ। কিন্তু এই সকলোবোৰতকৈ সুন্দৰ মেনেজাৰ মিঃ জৈনৰ ব্যৱহাৰ, অভ্যাৰ্থনা। দোকমোকালিতে আমি মিঃ জৈনৰ পুৰণা মডেলৰ জীপ গাড়ীখনত বাগিছালৈ ওলাইছিলো। তেতিয়াও টোপনি ভগা নাছিল চাহ গছবোৰৰ। নিয়ৰত তিতি আছিল। নিয়ৰে তিয়াইছিল আমাকো। মিঃ জৈনে পুৰাই আমাক গোটেই বাগিছাখন দেখুৱাইছিল। মাজে মাজে এঠাইত তেওঁ গাড়ী ৰখায়। আমি তেওঁৰ লগত বাগিছাৰ ভিতৰলৈ লুংলুঙীয়া পথেৰে সোমাই গৈছিলো। গোটেই

বাগিছাখনেই তেওঁৰ নখদৰ্পণত। তেওঁৰ বাগিছাৰ বিভিন্ন অংশক বিভিন্ন নম্বৰেৰে চিনাক্তকৰণ কৰে। তেওঁ আমাক নম্বৰবোৰ কৈ যায়। আমাৰ মনত নাথাকে। কেঁচা পাতেৰে ভৰা পুৰঠ গছবোৰ দেখুৱাই তেওঁ আমাক কৈছিল—

ঃ ইহঁতৰ বয়স প্ৰায় পঞ্চাশ বছৰ জানে। দেখিছে এতিয়াও কেনে সজীৱ, সতেজ, যৌৱনা বাগিছাত বাৰ্ধক্যই ভুমুকি মাৰিবলৈ সুৰুঙাই নেপায়। পঞ্চাশ-ষাঠী বছৰলৈকে যদি যৌৱনা হৈয়ে থাকিল বাৰ্ধক্য আহিল কেতিয়া কওঁক। ঠিক এনেকুৱাই বাগিছাৰ মানুহৰ জীৱন। জীৱনৰ শেষ স্তৰত থিয় হোৱা বাগিছাৰ বনুৱায়ো প্ৰেমৰ কথা ক'ব পাৰে বিনা দ্বিধাই — বিনা সৌজন্যতাৰে। সিহঁতে জীৱনৰ শেষ দিনাও মদিৰা খাই মাতাল হ'ব পাৰে। পাহৰি যাব পাৰে ৰ'দ-বৰষুণে শিল কৰি পেলোৱা শৰীৰৰ সকলোবোৰ যন্ত্ৰণা, সকলোবোৰ জ্বালা।

মেনেজাৰ জৈনৰ চকুৰ কোণত, কথাত, হাঁহিত চাহগছবোৰৰ প্ৰতি মৰম প্ৰস্ফুটিত হৈ উঠে। তেওঁ চাহগছবোৰক আলফুলে হাত বুলাই দিয়ে ঠিক যেন আলসুৱা সন্তানৰ গাত পিতৃৰ মৰমৰ বুলনিহে। নতুনকৈ পোখা মেলা পুলিবোৰৰ ওচৰলৈ গৈ তেওঁ ক'লে—

ঃ এতিয়া ইহঁতক শিশুৰ দৰে আলপৈচান ধৰিব লাগে। কিন্তু এবাৰ যৌৱন পোৱাৰ পিছত আমৰণ সিহঁতে দিয়েই যায় — সিহঁতৰ জীৱনৰ ৰস পান কৰি আমি উষ্ণ হওঁ — সজীৱ হওঁ।

মিঃ জৈনৰ লগত গৈ আমি বনুৱাৰ লাইন অৰ্থাৎ বসতিস্থান পাইছিলোঁগৈ। জৈনৰ জীপ গাড়ী লাইনৰ ভিতৰত প্ৰৱেশ কৰা লগে লগে শ-শ বনুৱাৰ পুৰুষ-তিৰোতা নিমিষতে গোট খোৱা দেখি আমি আচৰিত হৈছিলো। কোনে আগেয়ে তেওঁক চালাম ঠুকিব পাৰে সেই লৈ আৰম্ভ হৈছিল মস্ত প্ৰতিযোগিতা, ঠেলা-হেঁচা, হেতা-ওপৰা। মাথোঁ গাভৰু ছোৱালীৰ জুমবোৰহে লাজ লাজকৈ মিচিক-মাচাককৈ হাঁহি হাঁহি পিছ পৰি থাকিল। লাজ লাজকৈ আমালৈ চাই থাকিল— আঁৰ চকুৰে। কৌতূহলী দৃষ্টিৰে সকলোৱে আমালৈ চালে। মিঃ জৈনে আমাক দেখুৱাই অসমীয়াত ক'লে—

ঃ আমাৰ দোস্ত আছে, মেহ্‌মান আছে। বাগান দেখুৱাব লাগে। ৰাতি ঝুমুৰ হ'ব লাগে। নাচ দেখুৱাব লাগে।

লগে লগে বহুত হাত চাপৰি পৰিল। মিঃ জৈনে মাতিলে—

ঃ ৰতন।

ঃ জী চাহাব।

ৰতন জুমৰ পৰা আগবাঢ়ি আহিল। বলিষ্ঠ চেহেৰাৰ তাম বৰণীয়া ৰতনক দেখিলে বাহুত বলিয়া হাতীৰ বল থকা যেন লাগে। মিঃ জৈনে ক'লে—

ঃ ৰতন তুমি দুদিনৰ বাবে এই চাহাব মেম্‌চাহাবৰ লগত থাকিব। বাগান দেখুৱাব।

ঃ জী হজুৰ।

ৰতনৰ মুখখন হঠাৎ উদ্ভাসিত হৈ উঠিল। এনে লাগিল দুদিনৰ বাবে আমাৰ লগত থকাতো যেন অপ্ৰত্যাশিতভাৱে আহি পৰা সন্মানহে। সি আমাক চালাম দি জুমখোৱা মানুহবোৰলৈ গৌৰৱেৰে চালে। মিঃ জৈনে আঁতৰি থকা গাভৰু ছোৱালীৰ জুমটোলৈ চালে। মাতিলে—

ঃ ঐ ৰাধামণি — ইয়াত আহ।

ৰাধামণি মিচিক-মাচাককৈ হাঁহি হাঁহি তলমূৰ কৈ আগবাঢ়ি আহিল। জৈনে ক'লে—

ঃ তুমি ভী মেম্‌চাহাবৰ লগত থাকিব লাগে।

ৰাধামণিয়ে মূৰ দুপিয়ালে। ৰতন আৰু ৰাধাই হয়তো সাজু হ'বলৈ বুলি বেগাই খোজ দি ওলাই গ'ল। এইবাৰ মিঃ জৈনৰ ওচৰলৈ অলেখ ওজৰ-আপত্তি আহিল। তেওঁ সকলোৰে ওজৰ-আপত্তি শুনি গ'ল। দিহা-পৰামৰ্শ দিলে। কাৰোবাক যদি ধমকি দিলে পিছ মুহূৰ্ততে পিঠিত চপৰিয়াই মৰমেৰে বুজালে। দুজনমানে নিজৰ সদ্যোজাত কেঁচুৱা তেওঁৰ দৰ্শনৰ বাবে সম্ভ্ৰমেৰে লৈ আহিল।

ঃ চাহাব, ল'ৰা পাইছে।

মিঃ জৈনে সুধিলে—

ঃ কেই নম্বৰ?

ঃ চাহাব চাৰি নম্বৰ।

ঃ আৰু বাচ্চা নাই পাব লাগে। হস্পিটেলত গৈ অপাৰেশ্যান কৰিব লাগে। বেছি ল'ৰা পালে কষ্ট পাব। ভাল খুৱাব নাই পাৰিব, পিন্ধাব নাই পাৰিব। বুজিছে।

ঃ জী হজুৰ। আমি বুজি পাইছো।

ঃ আৰু ল'ৰা পালে আমি তোমাৰ হাজিৰা কাটিব।

আমি হাঁহি দিলো। সিহঁতেও হাঁহি দিলে। মিঃ জৈনে সুধিলে—

ঃ তহঁতৰ কাৰ কাৰ চানা স্কুললৈ যায় — স্কুল যোৱাবোৰক মাত।

চকুৰ পচাৰতে এজাক কণ কণ ল'ৰা ছোৱালী জুম বান্ধিলেহি। মিঃ জৈনে কণমানি এজনীৰ ঠুটৰীটোত টিপা এটা মাৰি সুধিলে—

ঃ ডাঙৰ হৈ কি বনিব?

ঃ মেমচাহাব বনিব।

তাই টপৰাই ক'লে। সকলোৱে গিৰ্জনি মাৰি হাঁহিলে। মিঃ জৈনে সুধিলে—

ঃ আমাৰ লগত চাদি কৰিব?

আকৌ এবাৰ হাঁহিৰ গিৰ্জনি উঠিল। তাই লাজ পালে। তথাপিও মূৰ দুপিয়ালে — কৰিব।

জৈনৰ অফিচ হৈ আমি যেতিয়া বাংলো পালোহি দেখিলো, ৰতন আৰু ৰাধামণি বাৰাণ্ডাত বহি আছে। দুয়ো বেছ সাজি-কাচি আহিছে। ৰাধামণিৰ হালধীয়া পাৰি থকা ৰঙা শাড়ী। বেছ পৰিপাটীকৈ পিন্ধিছে শাড়ীখন তাই। টানি টানি বেণী দুডাল গুঁথিছে।

বেণীৰ আগত ৰঙা ফিটাৰ পখিলা। কৃষ্ণাংগী মুখখনৰ আন্ধাৰ ক'লা চকুযুৰিত সযতনে আঁকা-কাজলৰ ৰেখা। হাতদুখনত কাঁচৰ খাৰুৰ জাপে ৰঙৰ খেলা পাতিছে। ডিঙিত ওলমি আছে ৰূপোৱালী হাৰ। ওঁঠ দুখন এনেয়ে ৰঙা নে ৰং সানি ৰঙা কৰি লোৱা বুজা নাযায়। ভৰি দুখনত বাজিবলৈ উদগ্ৰীৱ হৈ থকা চঞ্চল নূপুৰ। কিন্তু এই সকলোবোৰ ম্লান পৰি গ'ল যেতিয়া ৰাধামণিয়ে আমালৈ চাই হাতযোৰ কৰি মিচিকিয়াই হাঁহিলে। উজ্জ্বল হাঁহিটো দেখি এনে লাগিল হঠাৎ যেন ফুল এপাহ ফুলি উঠিল। অৰুণাভ ছাৰে ক'লে—

ঃ ৱাও! তুমি খুউব সঁচা কথাই কৈছিলা। আজি কিন্তু মোৰ গাইড্ ৰাধামণি হ'ব। প্লিজ্ বী এদিনৰ বাবে।

ঃ অ' সেইকথা। আচলতে ছাৰ ময়ো প্লেনিং কৰি পেলাইছো। মই কিন্তু আজি ৰতনৰ লগত হে বাগিছা চাম।

ঃ হা—আ—আ— বী তুমি?

ঃ য়েচ্। হিংসা হৈছে ছাৰ?

ঃ নাই নাই বী। তোমাৰ যি ইচ্ছা। হিংসা কৰি নিজে জ্বলিবলৈ যাম কিয় আৰু ৰাধামণি আছেই যেতিয়া... ৰাধামণি তোমাৰ নাম কি?

ঃ ৰাধামণি চাহাব। ৰাধামণি মুণ্ডা।

ঃ ইমান ধুনীয়া শাড়ী তোমাক কোনে কিনি দিলে?

ৰাধাই লাজত মূৰ তুলিবই নোৱাৰা হ'ল। মিচিকিয়াই হাঁহি তলমূৰ কৰি ৰ'ল। তাইৰ হৈ ৰতনে মাত দিলে—

ঃ ৰাধামণি বৰ শৰ্মিলী মেমচাহাব। তাইক ছাগে শাড়ী দুৰ্গাপূজাত অৰ্জুনে দিছে, সেইবাবে তাই ক'বলৈ লাজ পাইছে।

ঃ কিন্তু অৰ্জুন কোন ৰতন?

ঃ ৰাধামণি অৰ্জুনৰে বিয়া সোমাব চাহাব। বৰ চাহাবে অৰ্জুনক বয়'ৰ কাম দিছে।

ঃ অহ! হাউ চেদ্!

অৰুণাভ ছাৰে হুমুনিয়াহ কাঢ়িলে। মই হাঁহিলো। অৰুণাভ ছাৰক জোকোৱা, ইতিকিং কৰা হাঁহি। অৰুণাভ ছাৰে কৈছিল—

ঃ হাঁহিছাতো, ৰাতিৰ নাচ-গানত চাবা।

অৱশ্যে ৰাতিৰ ঝুমুৰলৈ যোৱাৰ আগতে আমি দিনত পাত তোলালৈ গৈছিলো। বাগিছাৰ ৰমণীয়ে পাত তোলা অপূৰ্ব চিত্ৰখন মোৰ চিনাকি হ'লেও অৰুণাভ ছাৰৰ বাবে আছিল নতুন। হতবাক হৈ পৰিছিল তেওঁ। —আমাক দেখি চালাম দিবলৈ পাত তোলা ৰমণীহঁতৰ হাতবোৰ ওপৰলৈ উঠিছিল। কিছুসময় সিহঁত সচেতন হৈ আছিল। নীৰৱ, মাথোঁ সিহঁতৰ হাতৰ জাপ জাপ আইনাৰ খাৰুবোৰে কথা কৈছিল ৰুণঝুণ ঝুণ ঝুণকৈ। কোনোজনীয়ে বুকুত বান্ধি লৈছিল বেতৰ টুকুৰী। কোনোজনীয়ে কঁকালত

বান্ধি লৈছিল মোনা। অৰুণাভ ছাৰে ৰ লাগি পাত তোলা কৌশল চালে। খচ্‌খচ্‌কৈ ইমান তড়িৎ গতিৰে সিহঁতে পাতবোৰ তোলে যে কোনোসময়ত চকুৰে মনিবই নোৱাৰি। তিনিটা আঙুলিৰে টিপা মাৰি ধৰি এক সুন্দৰ কৌশলৰে মচ্ কৰি ভাঙি দিয়ে এটি কলি দুটি পাতৰ ঠাৰিটো। মই সেই কৌশল উপভোগ কৰাৰ লগতে উপভোগ কৰিলো অৰুণাভ ছাৰৰ বিস্ময় বিমুগ্ধ মুখখন। চাহগছবোৰৰ মাজে মাজে থকা ওখ ওখ গছবোৰৰ জাক জাক ভাটৌ চৰায়ে কিন্তু মাজে মাজে তেওঁৰ দৃষ্টি কাঢ়ি নিছিল।

ইতিমধ্যে ৰাধামণি আৰু অৰুণাভ ছাৰৰ খুউব বন্ধুত্ব হৈছে। প্ৰথম সাক্ষাতৰ লাজকুৰীয়া ৰাধামণিয়ে দীঘল বেণী দুডাল নচুৱাই নচুৱাই টপ্ টপকৈ কথা কৈছে। সমনীয়াৰ লগত কথা পতাৰ দৰে অৰুণাভ ছাৰেও তাইৰ লগত কথা পাতিছে। ৰতনৰ লগতো। ৰতন অৱশ্যে কিছু গম্ভীৰ। এবাৰ দেখিলো ৰাধামণিয়ে অৰুণাভ ছাৰক চাহপাত তুলিবলৈ শিকাইছে। ৰতনে মুখ টিপি হাঁহিলে। ময়ো। পাত তুলি থকা ৰমণীহঁতৰ সচেতনতা, নীৰৱতাও বেছিপৰ িটিকিল। খন্তেক পিছতেই সকলোবোৰ ৰাধামণিৰ দৰে চঞ্চল হৈ পৰিল। অৰুণাভ ছাৰৰ অন্তৰখোলা খুহুতীয়া কথাই পৰিৱেশটো চঞ্চলতাৰে ভৰাই তুলিলে। সৌজন্যতা সম্ভ্ৰম সিহঁতে বুজি নাপায়। মনেমিলা সৰল মানুহ পালে সিহঁতে অন্তৰ খুলি দিয়ে। সিহঁতৰ তেতিয়া কথাৰ লাগ-বান্ধ নাথাকে।

আমি ৰতন আৰু ৰাধামণিৰ লগত বাগিছাৰ বিভিন্ন অংশৰ লগতে বৃহৎ কলঘৰটো চালো। ৰতনে আমাক বাগিছাৰ সুখ-দুখৰ কাহিনী ক'লে। মেনেজাৰ জৈন বনুৱাৰ মাজত খুউব জনপ্ৰিয়। তেওঁ অহাৰ পিছৰে পৰা সোণামতী বাগিছাখনে নতুন ৰূপ পালে। তেওঁ মৰমীয়াল, বনুৱাৰ সুখ-দুখ বুজা মানুহ। বনুৱাৰ জীৱনৰ লগত মিলি যাব পাৰে তেওঁ। এসময়ত বিলাতী বগা চাহাবে সামান্য দায়তে বনুৱাক চমতাৰে কোবাইছিল। সামান্য পাৰিশ্ৰমিকেৰে সপ্তাহটো পেটপূৰাই খাবলৈ নুজুৰিছিল। বাগিছাৰ বনুৱাই সকলোবোৰ অভাৱ পূৰণ কৰিছিল ৰাগীৰে। হাৰিয়াৰ নিচা আৰু মাদলৰ চেঁৱতে সিহঁতৰ জীৱন। বিলাতী চাহাবৰ দিন কোন কাহানিবাই গ'ল। বহুত দেশী চাহাব আহিল। বনুৱাৰ জীৱনৰ মানদণ্ড কিন্তু একেই থাকিল। 'চাহাব' শব্দটোৱে বনুৱাৰ মনত মাথোঁ সৃষ্টি কৰে সন্ত্ৰাস। হঠাৎ সোণামতী বাগিছালৈ মেনেজাৰ হৈ আহিল জৈন চাহাব। যাদু-কাঠীৰ পৰশত হঠাৎ যেন সকলো বদলি হৈ গ'ল। তেওঁ বনুৱাৰ লাইনবোৰ সঘনাই পৰিদৰ্শন কৰে। বনুৱাৰ স্বাস্থ্যৰ বুজ লয়। পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ জ্ঞান দিবৰ বাবে কৰ্মচাৰী নিয়োগ কৰে। বাগিছাৰ শিশুহঁতৰ স্কুললৈ যোৱাটো বাধ্যতামূলক কৰে। শিশুৰ বাবে বিজ্ঞানসন্মত চেচ্ হাউচৰ ব্যৱস্থা কৰিছে। মাজে মাজে তেওঁ মিটিং আহ্বান কৰি জীৱন ধাৰণৰ বিভিন্ন দিশ বনুৱাক বুজায়। মাজে মাজে তেওঁ বনুৱাৰ আনন্দ উৎসৱত যোগ দিয়ে। ৰাধামণি, সোণামণিহঁতৰ চোতালত ঝুমুৰ হয়। স্বয়ং জৈন চাহাবে আনন্দ উৎসৱত যোগ দিয়া দিনা সিহঁতৰ আনন্দৰ সীমা নাথাকে। নিৰৰ্থক বুলি জানিয়েই নেকি জৈন চাহাবে সিহঁতক হাৰিয়া নাখাবলৈ নকয়। কয়

কমকৈ খাবলৈ। সেইখিনিতে সিহঁতে অজানিতে জৈন চাহাবৰ উপদেশ নেওচি যায়। এবাৰ হাৰিয়া মুখত দিলে সিহঁতে মাতাল নোহোৱালৈকে নেৰে। সিহঁতৰ মতে হাৰিয়া আৰু তিৰোতাৰ কামেই হ'ল পুৰুষক মাতাল কৰা। জৈন চাহাবে বনুৱাক শাস্তি নিবিহে। বুজাই-বঢ়াইহে গোচৰ নিষ্পত্তি কৰে।

দুপৰীয়া খোৱাৰ টেবুলতহে মিঃ জৈনক আমি পুনৰ লগ পালো। তেওঁ আমাক সুধিছিল দিনত বাগিছা চাই কেনে লাগিল। কি কি দেখিলো ইত্যাদি কথা। আমিও জৈনক কৈছিলো আমাৰ অভিজ্ঞতাৰ কথা। জৈনে সুধিছিল—

ঃ নিশা ক্লাবলৈ যাবলৈ ভাল পাবনে— লাইনৰ নাচ-গানলৈ?

ঃ সন্দেহ নাই, লাইনৰ নাচ-গানলৈ মিঃ জৈন।

মই তপৰাই ক'লোঁ। ইতিমধ্যে মোৰ ওচৰত মেনেজাৰ জৈনৰ সংকোচ নাইকিয়া হৈছে। মুকলিমূৰীয়া তেওঁ মোৰ লগত কথা পাতিছে, ধেমালি কৰিছে। আমি ক্লাবৰ সলনি লাইনৰ নাচ-গানলৈ যোৱাৰ সংকল্প লোৱা দেখি তেওঁ আপ্লুত আহ্লাদিত হৈ পৰিল। তেওঁ ক'লে—

ঃ আপোনালোকে সঁচাকৈ সুন্দৰ সংকল্প লৈছে। কেতিয়াবা মোৰ মন যায় পৃথিৱীৰ প্ৰতিজন মানুহকে যেন মই বাগিছালৈ মাতিম— কিন্তু দুখৰ কথা এনেকৈ বাগিছাত ফুৰিবলৈ— বাগিছা চাবলৈ অহা মানুহ আপোনালোকেই প্ৰথম। সঁচাকৈ বৰ বৈচিত্ৰ্যময় এই বাগিছাৰ জীৱন। এবাৰ সোমাই পৰিলে ওলোৱা টান। অতীতক লৈ ইহঁত বিষাদগ্ৰস্ততাতো নোভোগে, ভৱিষ্যতক লৈ উৎকণ্ঠিতও নহয়। সিহঁত ব্যস্ত মাথোঁ 'আজি'ক লৈ। চাহগছবোৰক লৈ। কাইলৈৰ চিন্তা কৰি 'আজি'টো গধুৰ কৰি তোলা লোক এওঁলোক নহয়। বৰ মজাৰ জীৱন বুজিছে মিঃ ভাৰ্গৱ। ইহঁতৰ খন্তেকীয়া হাই-কাজিয়া অৰিয়া-অৰিবোৰো বৰ মিঠা লগা। ৰাতিৰ ঝুমুৰলৈ আহক বাগিছাৰ ৰাগী কি — তেতিয়াহে বুজিব।

তেওঁ মই নুশুনাকৈ অৰুণাভ ছাৰৰ নিচেই কাষলৈ মুখখন নি ক'লে—

ঃ ক'লা হ'লেও বাগিছাৰ ছোৱালী বৰ সুন্দৰ। মাথোঁ চাব জানিব লাগে। হাৰিয়াৰ ৰাগীতকৈ ক'লা ছোৱালীৰ ৰাগী বেছি ভয়ানক। বেছি মিঠা।

নিজৰ ৰসিকতাত মিঃ জৈনে নিজেই হোঁ-হোঁৱাই হাঁহিলে। অৰুণাভ ছাৰ আচৰিত হৈছিল। বুজা-নুবুজাৰ দোমোজাত পৰিছিল। মিঃ জৈনে কোৱা মই নুশুনা কথাবোৰ তেওঁ মোক কৈছিল। সুধিছিল—

ঃ সঁচাকৈ নিশা ঝুমুৰলৈ যাবানে বী?

ঃ যামতো, আপোনাৰ নদীখনক বিচাৰিব যে লাগিব।

নিশা আমি লাইনৰ নাচ-গানলৈ গৈছিলো। নাচ হৈছিল সোণামণিৰ চোতালত। যোৱাৰ পথত মিঃ জৈনে আমাক সোণামণিৰ বিষয়ে কৈছিল। প্ৰথমে সংকোচেৰে— পিছলৈ আমাৰ সঁহাৰি পাই আনন্দেৰে-উৎসাহেৰে।

সোণামণি, ৰাধামণিৰ ডাঙৰ বায়েক। এসময়ৰ বাগিছাৰ আটাইতকৈ ধুনীয়া ছোৱালীজনী 'সোণামণি'। তাই আছিল জৈন মেম্‌চাহাবৰ ব্যক্তিগত কাম কৰা ছোৱালী। মেম্‌চাহাবৰ মৰমৰ বিশ্বাসী। মেম্‌চাহাবৰ মৰমৰ লগতে সুন্দৰ পোছাক, প্ৰসাধন সামগ্ৰী, আ-অলংকাৰৰ ভাগ পোৱা সোণামণি চাহেলীহঁতৰ ঈৰ্ষাৰ পাত্ৰ। চঞ্চলা হৰিণীৰ দৰে চাল-চলন। জৈন চাহাবৰ ছোৱালীজনী তেতিয়া সৰু। আয়া দুজনীক নামানি তাইকহে বিচাৰি ফুৰে। সোণামণি তেতিয়া নৱবিবাহিতা। গিৰীয়েক বাগিছাৰ ড্ৰাইভাৰ। হৃষ্ট-পুষ্ট চফল ডেকা। পিছে বিয়া হোৱা বছৰদিয়েক নৌহওঁতেই এক্সিডেন্টত তাৰ ভৰি এখন কটা গ'ল। সেই এক্সিডেন্টত জৈন মেম্‌চাহাব ঢুকাল। অকলশৰীয়া হৈ পৰিল মেনেজাৰ জৈন আৰু তেওঁৰ ছোৱালীজনী 'নূপুৰ'। সোণামণিৰ গিৰীয়েক দুৰ্গা বাচি থাকিল। বাচি থাকিল তাৰ শ্বাসতন্ত্ৰ। মৰি গ'ল ডেকা যৌৱন-পুষ্ট শৰীৰটো। শৰীৰৰ সমগ্ৰ কামনা-বাসনা। সোণামণিৰ কামনাৰ জুইকুৰা গোপনে জ্বলি ৰ'ল। এদিন পংগু গিৰীয়েকক পাটীত এৰি তাই জৈন চাহাবৰ বাংলো পালেহি। দুহাত মেলি কোলাত সাৱটি ল'লে নূপুৰক। নাই, সোণামণিৰ বাদে নূপুৰে কাৰো লগত খন্তেকো থাকিব নোখোজে। পৰিয়াল-পৰিজন সকলো এদিন গ'লগৈ। মাথোঁ সোণামণি থাকি গ'ল বাংলোত। নূপুৰক বুকুৰ উম দি চৰায়ে পোৱালিক পাখিৰ ভিতৰত ডাঙৰ কৰাৰ দৰে ডাঙৰ কৰিবলৈ ধৰিলে। তাই মৰমেৰে উপচাই ৰাখে গিৰীয়েক দুৰ্গাকো। সকলো হেৰুবায়ো দুৰ্গাই একো নেহেৰুৱায়। সোণামণিৰ ৰূপত, তাই মৰমত গোটেই পৃথিৱীখন সি কাষতে পায়। লাহে লাহে সোণামণি আৰু জৈন চাহাব দুয়ো কাষ চাপি আহিল আৰু সোণামণিয়ে যৌৱনৰ পূৰ্ণপাত্ৰৰে উপচাই দিলে জৈন চাহাবৰ জীৱনৰ শূন্য পাত্ৰ। সোণামণি আৰু জৈনৰ এই সম্পৰ্কত, এই বুজাবুজিত সবাতোকৈ সুখী হ'ল সোণামণিৰ পংগু গিৰীয়েক দুৰ্গা। কোনো আচৰিত কথা নহয়। চাহবাগিছাৰ বনুৱাৰ জীৱন-দৰ্শন এনেকুৱাই। নাই, দুৰ্গাৰ কোনো ঈৰ্ষা নাই। তাৰ মতে জৈন চাহাব মহান পুৰুষ। তাৰ সোণামণিজনীৰ সি পূৰ্ণ কৰিব নোৱাৰা কামনা-বাসনা জৈন চাহাবৰ দৰে এজন লোকে পূৰ্ণ কৰিছে — সেয়া তাৰ বাবে সৌভাগ্যৰহে কথা। কিহৰ অপৰাধত সুস্থ শৰীৰেৰে জীয়াই থাকি পূৰ্ণ যৌৱন তাই উপভোগ নকৰিব? তাইৰ দোষ কি? জৈন চাহাবৰেই বা দোষ কি? জীৱনটো উপভোগ কৰাটো পাপ নহয়। বৰং জীৱনটোক কষ্ট দিয়াটোহে পাপ। ভালপোৱা পুণ্য— ঘৃণাহে পাপ। বাগিছাৰ বনুৱাৰ এনে দৰ্শনে জীৱন কৰি তোলে সহজ, নিষ্পাপ আনন্দময়। বাগিছাৰ বনুৱা পাপ-পুণ্যক লৈ কোনোদিনেই ব্যস্ত নহয়। বাগিছাৰ অশিক্ষিত বনুৱাৰ এনে উদাৰ জীৱন-দৰ্শন দেখি আমি তবধ মানিলো।

ঃ দুৰ্গাৰ উদাৰতাৰ তুলনা নাই, হয়তো এই উদাৰতাই বনুৱাৰ জীৱন চিৰসেউজীয়া কৰি ৰাখে।

জৈন চাহাবৰে সম্পৰ্ক ঢাকি ৰাখিবলৈ সোণামণিয়ে কোনোদিনেই যত্ন কৰা নাই।

বাগিছাৰ বনুৱাই কোনো কথাই ঢাকি ৰাখিব নোখোজে। ঢাকি ৰাখিব নাজানে। নাজানে প্ৰেমৰ অভিনয় কৰিব।

সোণামণিৰ চোতালত নাচ হৈছিল। মোৰ শেৱালিজোপাৰ ওপৰৰ পৰা জোনটো সাজি-কাচি, হাঁহি এমোকোৰা লৈ আহি সোণামণিৰ চোতালৰ ওপৰৰ আকাশ টুকুৰা পাইছিলহি। যৌৱনৰ ভৰত হালি পৰা কৃষ্ণচূড়া এজোপাত ভেজা দিছিলহি। হয়তো জৈন চাহাব আৰু তেওঁৰ আলহীৰ বাবেই যোগাৰ কৰা হৈছিল কেইটামান লণ্ঠন (লাইট)। নহ'লে আকাশৰ জোনমণিজনীয়েই যথেষ্ট আছিল সিহঁতৰ বাবে। সোণামণিক দেখাৰ সৌভাগ্য হৈছিল, লগ পোৱাৰ কথা পতাৰ সৌভাগ্য হৈছিল। তাইৰ চিক্‌চিকিয়া ক'লা মুখখনত হাঁহিৰ জোৱাৰ। দেখাৰ সৌভাগ্য হৈছিল দুৰ্গাক। সি প্ৰথমে জৈন চাহাবক তাৰ পিছত আমালৈ চাই হাতযোৰ কৰিলে। সোণামণিয়ে নিজহাতে আমাক হাৰিয়া যাচিলে। আমাক আচৰিত কৰি মিঃ জৈনে হাৰিয়াৰ বাটি হাত পাতি ল'লে আগ্ৰহেৰে যেন হাৰিয়া নহয়, সোণামণিৰ প্ৰেমহে। অৰুণাভ ছাৰে মোলৈ চালে। মিঃ জৈনে ক'লে—

ঃ মাথোঁ এদিনৰ বাবে ইহঁতৰ লগত মিলি যোৱাৰ প্ৰয়াস কৰিছিলো — কিন্তু দেখিলো গোটেই জীৱনটোৱেই ইহঁতৰ লগত বিলীন হৈ গৈছে। এতিয়া মই ইহঁতৰ মাজৰে এজন।

প্ৰথমে ময়ো ইতস্ততঃ কৰিছিলো, পিছত ভাবিলো ইমানবোৰ মানুহক যেতিয়া সোণামণি-ৰাধামণিৰ হাতৰ হাৰিয়াই প্ৰাণৱন্ত কৰি ৰাখিছে — তেন্তে মই নিজকে কিয় বঞ্চিত কৰোঁ।

ঃ আমাৰ দৰে বটলৰ ইম্পৰ্টেড খাবলৈ ইহঁতৰ ধন নাই। হাৰিয়াই মনত, শৰীৰত যি আনন্দ-আলোড়ন তোলে সেয়া কিন্তু বিলাতী বটলে নোৱাৰে — বুজিছে মিঃ অৰুণাভ...।

জৈন চাহাবে কৈছিল—

আমি দুয়ো সোণামণিৰ হাতৰ হাৰিয়া মুখত দিছিলো। কামৰ অজুহাতত সেইদিনা জৈন চাহাবে আমাক সোনকালে এৰি গৈছিল। কলাফুলৰ ওপৰলৈ ৰঙা হালধীয়া শাড়ী পিন্ধি সাজি-কাচি মন মতলীয়া কৰা জাক জাক গাভৰু ছোৱালী আহিল। সিহঁতে ক'ত, কেতিয়া, কেনেকৈবা কিমান হাৰিয়া খাইছিল আমি নাজানিছিলো — কিন্তু হাৰিয়াৰ ৰাগী লগা নিচাসক্ত চকুৰ চিক্‌মিকনি, ওঁঠৰ হাঁহিৰ জোৱাৰ আৰু কিচ্‌কিচিয়া ক'লা সুঠাম শৰীৰৰ পৰা উদ্ভাসিত হোৱা পোহৰৰ ওচৰত তিষ্ঠি থকা যে কোনো সুস্থ পুৰুষৰ বাবে খুউব সহজ কথা মুঠেও নহয় মই বুজি পাইছিলো। অৰুণাভ ছাৰে জাক জাক গাভৰুৰ ভেটা ভঙা পানীৰ দৰে উত্তাল হাঁহি প্ৰাণভৰি উপভোগ কৰিছিল আৰু খুউব ফূৰ্তি পাইছিল তেওঁ। মই কিন্তু মাজে মাজে ভাবিছিলো মানুহে কেতিয়া, কেনেকৈ ইমান আনন্দ কৰিব পাৰে? মোৰ মনৰ ভিতৰত সিহঁতৰ আনন্দৰ

ফম্মু মাথোঁ সাঁথৰ হৈ হৈ গৈছিল। এই আনন্দৰ জোৱাৰৰ মাজতে মাজে মাজে মই জোনটিলৈ চাই ৰৈছিলো। অকলশৰীয়া তৰা এটি বিচাৰি মন উদাস হৈ পৰিছিল হঠাৎ। মই খুউব নিৰীক্ষণ কৰিছিলো সোণামণিক। তাই মূঢ়া এটা লৈ মোৰ কাষতে বহিছিল। বয়সৰ চাপ তাই মুখমণ্ডলত সামান্য পৰিছে যদিও শৰীৰত নাই। আটিল শৰীৰ। কঁকালটো লাহী। হাৰিয়াৰ ৰাগীয়ে স্বপ্নাৱিষ্ট কৰি তোলা চকুযোৰ উজ্জ্বল। মৰম ভৰা। হাঁহি হাঁহি তাই মোক অলেখ কথা কৈ গৈছে। তাইৰ স্বামী দুৰ্গাৰ কথা, জৈন চাহাবৰ কথা—

ঃ মেম্‌চাহাব, মই কিন্তু তোক এই চাহাবৰে মেম্ বুলি ভাবিছিলো। জৈন চাহাবে ক'লে বোলে তোৰ চাহাবতো মৰিছে। আৰে দুনিয়া দুদিনৰ মেম্‌চাহাব। এই দুনিয়াত জনম ল'লে এদিন মৰিবই লাগিব। মৰা, মৰি গ'ল। সেইবুলি জীয়াই থকাবোৰৰ কি হ'ব! সদায় কি দুখ কৰি জীয়াই থকা যায়? দুদিনৰ জিন্দেগী কিহৰ দুখ কৰি থাকিবি! জীয়াই থাকিবই লাগিব যেতিয়া ফূৰ্তি কৰি থাকো না। মাদল আছে, হাৰিয়া আছে, ঝুমুৰ আছে...

মোৰ কাণৰ কাষলৈ মুখখন নি ক'লে—

ঃ চাদি কৰি ল' মেম্‌চাহাব। চাহাবতো খুউব চুন্দৰ আছে।

ঃ তুমি জৈন চাহাবেৰে চাদি নকৰা কিয় সোণামণি?

ঃ আৰে মেম্‌চাহাব, মোৰ দুৰ্গাক মই কেনেকৈ এৰি যাম! মোৰ বাদে এনেকৈ মৰম কৰিবলৈ দুনিয়াত কোনো নাই তাৰ। সি খুউব ভাল মেম্‌চাহাব। মোলৈ তাৰ বৰ মৰম। এদিনলৈ সি মোৰ মনত দুখ দিয়া নাই।

মোৰ অংশুলৈ মনত পৰিল। মই অংশু আৰু দুৰ্গাক তুলনা কৰি চালো। সোণামণিৰ লগত নিজক তুলনা কৰি চালো। ভাবিলো, মই কেতিয়াবা সোণামণি হ'ব পাৰিমনে? নিজকে প্ৰশ্ন কৰিলো— মোৰ বাৰু কেতিয়াবা কোনোবা ক্ষণত সোণামণি হোৱাৰ ইচ্ছা হয়নে? সোণামণিয়ে উপযাচিয়েই ক'লে—

ঃ জৈন চাহাব বৰ ভাল মানুহ মেম্‌চাহাব। আগৰ চাহাববিলাকে যাকেই পছন্দ কৰিছিল বঙলাত লৈ গৈছিল। কুলী ছোৱালীৰ কাপোৰ খুলিছিল, লগত শুৱাইছিল। কিন্তু মা কচম্ মেম্‌চাহাব জৈন চাহাবে এই বাগিছাত মোৰ বাদে আন কাকোৱেই চকু দিয়া নাই।

মই বুজিলো সোণামণিয়ে এজন নিঃসংগ মানুহক শৰীৰৰ উত্তাপো দিছে, বুকুৰ ভালপোৱাও দিছে। আনজন নিঃসংগ পংগু মানুহক বুকুৰ মৰম-আদৰ আলপৈচান সকলো দি জীয়াই ৰাখিছে। সোণামণি অবিহনে দুয়োজন মানুহৰে অন্ধকাৰ জীৱন, নিঃসংগ পৃথিৱী।

হঠাৎ মাদলত চাপৰ পৰিল। আমি ভাবিছিলো মাথোঁ চাহপাতৰ দৰে কেঁচা শৰীৰৰ গাভৰু ছোৱালীবোৰেহে নাচিব। পিছে দেখিলো ল'ৰা-ছোৱালী, ডেকা-বুঢ়া আনকি

পিঠিত শুই থকা কেঁচুৱা বাচ্চিও তিৰোতাই নাচত যোগ দিলে। মানুহক উন্মাদ কৰা মাদলৰ চেও। ক্ৰমান্বয়ে মাদলৰ শব্দ ডাঙৰ হৈ আহিল। খৰ হৈ আহিল। মাদলৰ চেৱে চেৱে গাভৰুহঁতৰ নূপুৰৰ শব্দই তাল মিলালে। শাৰী শাৰীকৈ নাচি সকলোৱে এটা গীত গাইছে। গীত লগাই দিছে ৰতনে। ৰতনৰ কণ্ঠ সুন্দৰ। চাওঁতে চাওঁতে সকলোৱেই নাচোনত যোগ দিলেগৈ মাথোঁ অৰুণাভ ছাৰ, সোণমণি আৰু মই তালে তালে হাত চাপৰি বজাই বজাই নাচ উপভোগ কৰি ৰ'লোঁ। মাজে মাজে সোণামণিয়ে পূৰ্ণ কৰি দিয়া হাৰিয়াৰ পাত্ৰ হাতত লৈ। এটা নাচ বহুপৰ ধৰি হয়। ক্ষন্তেক জিৰণি লৈ হাৰিয়াৰ সোৱাদ লৈ আকৌ আৰম্ভ হয়। মাদলৰ চেঁৱত সোণামণিৰ মনো থৌকি-বাথৌ। দেহাই নাচো নাচো কৰিছে। এনেকৈ বহি থকাৰ অভ্যাস জানো আছে। হয়তো কেতিয়াবা জৈন চাহাব নাচলৈ আহিলে— তাই কাষত এনেকৈ বহি থাকে। সোণামণিৰ ৰাগী লগা ওঁঠৰ পৰা প্ৰেমৰ কথা ওলাইছে টপ্‌টপকৈ। একোবত্ত শাড়ীখন কঁকালত খুঁচি সোণামণি থিয় হ'ল, অৰুণাভ ছাৰৰ হাতখন থাপ মাৰি ধৰিলে।

ঃ চাহাব, হাৰিয়াৰ সোৱাদ ল'লেই নহয়। লাইনত আহিলে নাচৰ সোৱাদো ল'ব লাগে। আহ আহ নাচোগৈ।

অৰুণাভ ছাৰে কিবা কোৱাৰ আগতেই তাই হাতত ধৰি টানি নি নাচৰ শাড়ী এটাত সোমালগৈ। গাভৰু ছোৱালীবোৰৰ শাৰীত সোণামণি আৰু অৰুণাভ ছাৰক পাই সিহঁতৰ উৎসাহ দুগুণে চৰিল। মাদলৰ চেৱ, গীতৰ সুৰ তীব্ৰ হ'ল— *সুৰুয উদয় ভেল/কামৰ সময় ভেল ৰে/চাউল ভাজা ঝা পানী খাইবো ৰে/আৰ নীলমণি সোণামণি বাগানে যা কত দেৰি কৰি*—। বৰ মিঠা সুৰ। পিছৰটো নাচত ৰাধামণিহঁতে মোকো টানি নিলে। কেইবাবাৰো তাল খোজ মিলাব নোৱাৰি উজুটি খাই খাই এসময়ত মই তাল মিলাব পৰা হ'লো।

আমি দুয়ো ভাগৰি পৰিছিলো। বহি পৰিলো। সোণামণিয়ে ভাগৰ পলুৱাবলৈ দুবাটি হাৰিয়া আকৌ আমাৰ হাতত তুলি দিলে। শেষলৈ দেখিলো বহু ডেকা-গাভৰুৱে শাৰীৰ পৰা ফালৰি কাটি আহি যোৰপাতি পাতি বাহিৰত নাচিছেহি। বুজা গ'ল হাৰিয়াৰ ৰাগীত নহয়, প্ৰেমৰ ৰাগীতহে সিহঁত মাতাল। পলক নপৰাকৈ এজনৰ চকু আনজনৰ চকুত স্থিৰ হৈ ৰৈছে। নাচোনৰ খোজো ইফাল-সিফাল হোৱা নাই। মাথোঁ মাজে মাজে কাতৰ চুম্বন আৰু আলিংগন। অন্য মানুহবোৰো নাচোনত এনেকৈ মগ্ন হৈ আছিল যে ভ্ৰূক্ষেপ নাছিল শাৰীৰ পৰা ফালৰি কাটি অহা ডেকা-গাভৰুহঁতলৈও। লণ্ঠনকেইটাৰনো জীৱনী শক্তি কিমান! সিহঁত নুমাইছিল তেতিয়ালৈ। সেইফালেও কাৰো ভ্ৰূক্ষেপ নাছিল। হাঁহি আছিল মাথোঁ আকাশৰ জোনমণিজনীয়ে। কেঁচা সেউজীয়া পাত আৰু কেঁচা যৌৱনবোৰ স্পৰ্শ কৰি কেঁচা সেউজীয়া বতাহবোৰ বিৰ্‌বিৰকৈ বলিছিল। অৰুণাভ ছাৰে কৈছিল—

ঃ বী এয়া সঁচাকৈ যুগনু নামৰ শিৰীষ গছত লতিকাৰূপী ৰাধাক স্বচক্ষে দেখিলোঁ।

ঃ সেইটো বাৰু বুজিলো। কিন্তু ছাৰ আপুনি সোণামণিৰ লগত এনেকৈ নচা দেখিলে জৈন চাহাবে আমাৰ কালিলৈকে খেদিব।

মোৰ চকুৰ পতা বাৰে বাৰে জাপ খাই আহিছিল। হয়তো মুখত কথাও নুফুটা হৈছিল। অৰুণাভ ছাৰৰ অৱস্থা কি হৈছিল জনাৰ শক্তিয়েই নাছিল মোৰ। কোনোবা সময়ত মই অৰুণাভ ছাৰৰ কোলাত ঢলি পৰিছিলো। টোপনিত নহয়, হাৰিয়াৰ ৰাগীত। কোনে, কেনেকৈ মোক আনি গাড়ীত উঠাইছিলহি। ওহোঁ— মোৰ কোনোদিনেই মনত নপৰিল। পুৱা সাৰ পাই লাহে লাহে কথাবোৰ মনত পৰিছিল— সোণামতী বাগিছা — জৈন চাহাব — সোণামণিৰ চোতাল — নাচ — হাৰিয়া — আস্ মই ক'ত শুই আছো? জৈন চাহাবৰ গেষ্ট হাউচত...। কিন্তু ওহোঁ মোৰ কোঠাত নহয়। অৰুণাভ ছাৰৰ কোঠাত — তেওঁৰ বিছনাত — তেওঁৰ কাষত — তেওঁৰ বুকুত মূৰ থৈ। উস্ মই ইমান অচেতন হৈ আছিলো নেকি? উঠিব খুজি মূৰটো বিৰাট গধুৰ যেন অনুভৱ হ'ল। অৰুণাভ ছাৰ তেতিয়াও টোপনিত। মোৰ দীঘল চুলিৰ আধাখোল খাই যোৱা বেণীডালে তেওঁক মেৰিয়াই ধৰি আছে। মই আকৌ এবাৰ উঠিব খুজিলো। বেণীডালে তেওঁক এৰি মোৰ লগত আহিবলৈ সাজু নহয়। যেন আউল লগা লতাডালহে। বেণীডালক লগত লৈ আহিবলৈ তেওঁক উঠাব লাগিব। মেল খোৱা-নোখোৱা চকুৰে মই কোনোমতে দেখিলো তেওঁৰ চাৰ্টৰ বুটাম দুটা খোল খাই বুকুৰ নোমবোৰৰ একাংশ ওলাই আছে। ভৰিত জোতা। মই আকৌ তেওঁৰ বুকুত মূৰটো পেলাই দিলোঁ। তেওঁ টোপনিতে হাত দুখন মোৰ পিঠিত থ'লে। টোপনিয়ে পুনৰ মোক আলিংগন কৰিলে।

জৈন চাহাব, সোণামণি, ৰাধামণি, ৰতন সকলোকে এৰি আমি পুনৰ ঘূৰি আহিছিলো আমাৰ কৰ্তব্যস্থানলৈ। দুদিনতে আমাৰ আপোন হৈ পৰা, আমাক অন্য এখন পৃথিৱীলৈ লৈ গৈ অন্য এক জীৱনৰ সোৱাদ দিয়া সোণামতী বাগিছাখনে বাৰে বাৰে আমাক কৈছিল— আকৌ আহিবা!

জৈন চাহাবে কৈছিল—

ঃ আপোনালোকৰ দৰে বন্ধু পোৱা টান। মনত পৰিলে আকৌ আহিব।

ঃ তেনেকৈ নক'ব মিঃ জৈন। আপোনালোকলৈ সদায় মনত পৰিব কিন্তু সদায় অহাটো জানো সম্ভৱ হ'ব!

বাগিছাৰ সীমা অতিক্ৰম নকৰালৈকে আমি দুয়ো প্ৰায় নীৰৱ হৈ আহিছিলো। বুকু ভৰাই লৈছিলো মাথোঁ সেউজীয়া তিতা ঘ্ৰাণ আৰু মিঠা মিঠা স্মৃতি। চকুযোৰে মাথোঁ সেউজীয়া দলিচা চাব খোজে। কাণ দুখনে মাথোঁ সোণামণি, ৰাধামণিহঁতৰ হাঁহিবোৰ শুনিব খোজে। হঠাৎ বাগিছাৰ কৃষ্ণচূড়াজোপাৰ দৰে মনটো হৈ উঠিব খোজে টিক্‌টিকিয়া ৰঙা। বাগিছাৰ মাজে মাজে সৰু সৰু ঝৰ্ণা। সিহঁত আমাৰ পাহাৰৰ ঝৰ্ণাবোৰৰ দৰে উত্তাল ক্ষিপ্ৰ নহয়, ধীৰ শান্ত লাজুকীয়া অথচ চঞ্চল। পাৰ হৈ যোৱা দুদিন ভৰ

দুপৰীয়া আমি এই ঝৰ্ণাবোৰৰ পাৰত বহিছিলো। ঝৰ্ণাৰ মাজত শিলত বহি ঝৰ্ণাৰ গীত শুনিছিলো। ঝৰ্ণাৰ পানী চলুৰে চলুৰে পি খাইছিলো। অৰুণাভ ছাৰে মোৰ পৰা নাও সাজিবলৈ শিকিছিল। সৰু সৰু কাগজৰ নাও। কৰ্মক্ষেত্ৰত অকল্পনীয় বিচক্ষণতাৰ পৰিচয় দিয়া অৰুণাভ ভাৰ্গৱক অৱশ্যে নাওসজা শিকাবলৈ বহু পৰ লাগিছিল। অৰুণাভ ছাৰে বাগিছা নেৰালৈকে যিমানকেইটা ঝৰ্ণা পাইছিল সিমানকেইটা ঝৰ্ণাৰ পাৰতেই গাড়ী ৰখাইছিল। আমি দুয়ো যে একেডাল সূতাৰেই গঁথা। ঝৰ্ণা দেখিলেই পিয়াহ লাগে! নাজানো আমাৰ পিয়াহ আচলতে জিভাৰ নে মনৰ! আমাৰ পিয়াহ পানীৰ নে প্ৰকৃতিৰ ৰূপসুধা পান কৰাৰ! উভতি অহাৰ পথত অৰুণাভ ছাৰে কৈছিল—

ঃ বী, আমিও বাগিছাৰ বনুৱা হোৱা হ'লেই ভাল আছিল নহয়নে?

মই নুবুজিলো কিয় বা অৰুণাভ ছাৰে তেনেকৈ কৈছিল। হয়তো খুবেই সহজ কথা— বনুৱাৰ সহজ-সৰল জীৱন, উদাৰ জীৱন দৰ্শনে তেওঁক আপ্লুত কৰি তোলাৰ বাবে। মোৰ কিন্তু মাজে মাজে সোণামণিজনীৰ কথা মনত পৰি থাকিল। জৈন চাহাবৰ কোঠা, সোণামণি আৰু পংগু দুৰ্গা।

আমি আকৌ ব্যস্ত হৈ পৰিছিলো। অফিচৰ সচৰাচৰ ফাইলকেইটাৰ কাম হোৱা হ'লে আমাৰ ইমান কাম নাবাঢ়িলেহেঁতেন। আমি চৰায়ে কুটা খোঁচৰাদি অন্যায়, অনীতি, দুৰ্নীতি খুঁচৰি ফুৰিছিলো। বহুতৰ বাবে অৰুণাভ ছাৰ হৈ পৰিছিল এটা আতংক। কেতিয়াবা অৰুণাভ ছাৰ হতাশ হয়, যেতিয়া তেওঁ মনে বিচৰা ধৰণে কামবোৰ হৈ নুঠে। যেতিয়া ক্ষমতাত থকা বিষয়াসকলে তেওঁৰ লগত সহযোগ নকৰি গা এৰা দিয়ে, যেতিয়া অন্যায়-দুৰ্নীতি দেখিও উদাসীন হৈ থাকে সাধাৰণ নাগৰিক। অৰুণাভ ছাৰ অস্থিৰ হৈ পৰে। তেওঁৰ অস্থিৰ হতাশজনক অৱস্থা দেখিলে ময়ো অস্থিৰ হৈ পৰো। সান্ত্বনাসূচক ভাষাৰে তেওঁৰ হাতখন খামোচি ধৰাৰ বাবে মই একো কৰিব নোৱাৰো। কথাবোৰ মই মোৰ বান্ধৱী ৰিনিয়া, জুম্পিহঁতক কওঁ। এদিন ৰিনিয়াই কৈছিল—

ঃ আচলতে আমাৰ কিহৰ অভাৱ বুজিছা মায়া। এই দেশখন সম্পূৰ্ণ নিকা কৰিবলৈ হ'লে বহুকেইজন অৰুণাভ ছাৰৰ প্ৰয়োজন। আমাৰ ৰাজ্যখনতে অন্ততঃ আৰু দুজনমান অৰুণাভ ছাৰ থকাহেঁতেন!

অৰুণাভ ছাৰক মই ৰিনিয়াৰ কথাবোৰ কৈছিলোঁ। তেওঁ কিন্তু মানি লোৱা নাছিল। কৈছিল—

ঃ নহয় বী — মাথোঁ অৰুণাভ ছাৰৰ নহয়, মায়াবী আৰু ৰিনিয়াৰো প্ৰয়োজন আছে।

ফাইলৰ মাজত ডুব গৈ থাকোঁতে এদিন হঠাৎ মোৰ টেবুললৈ আহিছিল চিলিকন ইণ্ডাষ্ট্ৰীৰ ফাইল এটা। চিলিকন ইণ্ডাষ্ট্ৰীৰ ফাইলটো খুলি চাই মই স্তম্ভিত হৈ পৰিলো। আমাৰ চহৰত চিলিকন ইণ্ডাষ্ট্ৰী এটা প্ৰস্তুত কৰিব খোজা ইণ্ডাষ্ট্ৰীয়েলিষ্টজন মোৰ পুৰণা চিনাকি। চিলিকন ইণ্ডাষ্ট্ৰীৰ প্ৰজেক্টটোৰ বিষয়ে অৰুণাভ ছাৰে তেওঁৰ লগত

বহুবাৰ কথা পতা মই শুনিছো। মোকো তেওঁ কেইবাবাৰো প্ৰজেক্টৰ লগত সংলগ্ন মেপখন দেখুৱাইছে। সাধাৰণভাৱে চাইছো। কিন্তু ফাইলটো পুট আপ হোৱাৰ পিছত প্ৰথমবাৰৰ বাবে এই মোৰ টেবুল পালেহি। ফাইলটো খুলি চাই মই ভাবিলো — হয়তো চাকৰি জীৱনত এনে নিষ্ঠুৰ সময় মোৰ বাবে আগতে অহা নাই। চিলিকন ইণ্ডাষ্ট্ৰীৰ বিষয়টো লৈ অৰুণাভ ছাৰ যথেষ্ট উৎসাহিত। তেওঁ কেইবাবাৰো ইন্টাৰকামত মোক ফাইলটো আহিছে নেকি সুধিলে। আহিছে বুলি কোৱাত তেওঁ ফাইলটো লৈ মোক আহিবলৈ ক'লে। কেইবাবাৰো কোৱাৰ পিছত মই ফাইলটো লৈ তেওঁৰ ৰুমত সোমালো। লগত মোৰ নোট-বুক আৰু কাঠ পেঞ্চিল। অৰুণাভ ছাৰে ফাইলটো হাতত লৈ ডিক্টেশ্যান দি গ'ল। মোৰ কাঠপেঞ্চিলে ষ্ট্ৰক আঁকি গ'ল নোট বুকত। জড়তাভৰা হাতেৰে মই কম্পিউটাৰৰ কী বৰ্ডত আঙুলি বুলালো। নিষ্ঠুৰ শব্দ কিছুমান টাইপ কৰিবলৈ। মই কেনেকৈনো সহ্য কৰো এসময়ৰ মোৰ সপোনপুৰীখনত ইণ্ডাষ্ট্ৰী এটা হ'ব লগা কথাটো। বাৰে বাৰে মোৰ আঙুলিবোৰে উজুটি খাইছিল। বাৰে বাৰে টাইপিঙত ভুল হৈছিল। অৰুণাভ ছাৰে মোৰ অনামনস্কতা লক্ষ্য কৰি সুধিছিল—

ঃ আৰ ইউ অ'কে?

ঃ য়েচ্ ছাৰ।

ঃ ন' — তুমি মিছা কৈছা, প্ৰব্লেমটো কি বী? মই জানিব পাৰোনে?

ঃ ছাৰ, চিলিকন ইণ্ডাষ্ট্ৰীটো হ'লে ভাল হ'ব জানো?

ঃ কিয়? খুউব ভাল হ'ব। চোৱাচোন এতিয়াও এইখন ইণ্ডাষ্ট্ৰীবিহীন ৰাজ্য।

ঃ নহয় ছাৰ — ইণ্ডাষ্ট্ৰীটো হোৱা উচিত নহ'ব। কাৰ্চিংচা ঠাইখন একান্তই মোৰ নিজৰ ঠাই। আপুনি নাজানে ছাৰ সেই ঠাইখনৰ লগত মোৰ জীৱনৰ এটা গোপন অধ্যায় জড়িত হৈ আছে।

অৰুণাভ ছাৰ আচৰিত হৈছিল। তীক্ষ্ণ দৃষ্টিৰে মোৰ চকুলৈ চাই সুধিছিল।

ঃ সম্পূৰ্ণ তোমাৰ ব্যক্তিগত স্বাৰ্থত?

মই মূৰ দুপিয়াইছিলো! হয়! অৰুণাভ ছাৰ বিবুধিত পৰা যেন ভাব হৈছিল। ঘৰলৈ আহি কঠোৰভাৱে কৈছিল—

ঃ চিলিকন ইণ্ডাষ্ট্ৰীৰ বিষয়টোত তুমি স্বাৰ্থপৰ হৈ পৰা যেন ভাব হৈছে। আচলতে কথাটো কি মই জানিব পাৰোনে বী? ইণ্ডাষ্ট্ৰীটো চৰকাৰ আৰু জনসাধাৰণৰ বাবে লাভজনক হ'ব। মইতো ইণ্ডাষ্ট্ৰীটোৰ বিপক্ষে কোনো কাৰণ নেদেখোঁ।

মই তেনেকৈ একো কোৱা নাছিলো। ক'বলৈ উপযুক্ত ভাষা, শব্দ বিচাৰি পোৱা নাছিলো। ইণ্ডাষ্ট্ৰীটো কিয় হ'ব নালাগে তাৰ কোনো যুক্তিসংগত কাৰণ মই দৰ্শাব পৰা নাছিলো। মোৰ মৌনতাই অৰুণাভ ছাৰক বিচলিত কৰিছিল। অৱশেষত ইণ্ডাষ্ট্ৰী প্ৰজেক্টৰ মেপখন উলিয়াই মোক ওচৰলৈ মাতি কৈছিল—

ঃ বী, এই ঠাইখনৰ বিষয়ে মোক ক'বানে?

ঃ ছাৰ, কাৰ্চিংচা বৰ সুন্দৰ ঠাই। এনেয়ে ঠাইখন ইমান আওহতীয়া নহয়। মূলপথৰ কাষতে। কিন্তু ঠাইখন প্ৰায়ে জনশূন্য হৈ থাকে। ৰাজধানী ইটানগৰলৈ সোমাই অহা মূল পথটোৰ বাওঁহাতে চহৰখনৰ এক তৃতীয়াংশ জুৰি থকা বৃহৎ পাহাৰটোৰ সেইখিনিতে অভিমান বেছি। বাৰিষাৰ দিনকেইটাটো কথাই নাই। হঠাৎ এনেকৈ খহিবলৈ আৰম্ভ কৰে যে ৰোৱাৰ নামেই নাই। পাহাৰটোৰ গাতে লাগি থকা নগৰখনৰ মূলপথটো সেইখিনিতে বন্ধ হৈ পৰে। পাহাৰৰ পৰা বিযাগোম মাটিৰ চপৰাবোৰ খহি পৰি পথৰ মাজতে আন এটা পাহাৰ সৃষ্টি কৰে। পথটোৰ আনফালে এখন পাহাৰীয়া খৰস্ৰোতা নদী। খঙাল জেদী অনমনীয়। নদীখন আৰু পাহাৰটোৰ কোনো কম নহয়। দুয়োৰে ওখোনা-ওখোনি বোধহয় জন্ম-জন্মান্তৰৰ। কাৰ প্ৰতি কাৰ কিমান আখেজ বুজা নাযায়। কিন্তু সিহঁত দুয়োৰে ৰোষৰ বলি হ'ব লগা হয় বেচেৰা নিৰপৰাধী পথটো। পানী বাঢ়িলেই নদীখনে পাহাৰটো খেদি যায়। পথটোত কৰ্ফাল খায়। আঘাত পাই পথটো আধালৈকে খহে। পাহাৰটোও খঙত অগ্নিশৰ্মা হৈ অবিৰাম খহিবলৈ ধৰে অসহায় পথটোৰ ওপৰতে। নদীখনে পথটো ছিঙি নি পাহাৰটো চুবৈগে। খহি খহি পথটোও দূৰলৈ গুচি যায়গৈ। যেন এক জীৱনজোৰা অভিমান। অন্তহীন খৰিয়াল। এইখিনিত পথ নিৰ্মাণ বিভাগ হাৰি গৈছে। বছৰি বনোৱা পথটো বছৰি ভাগে। এই সকলোবোৰ মোৰ কিন্তু খুউব ভাল লাগে ছাৰ।

আৱেগৰ বশৱৰ্তী হৈ হঠাৎ কৈ পেলাইছিলো। অৰুণাভ ছাৰে কৈছিল—

ঃ ভাল লাগে?

ঃ মোৰ আৰু মোৰ প্ৰেমিক সমীৰৰ। অভিমানী নদীখন আৰু পাহাৰটো আমাৰ বন্ধু। আমাৰ প্ৰেমৰ সাক্ষী। উত্তাল নদীখনৰ পাৰ দুটি কিন্তু বৰ শান্ত। বাওঁফালৰ পাৰটোৰ সুন্দৰ টিলা দুটি যেন সুগঢ়ী পাহাৰী ছোৱালীৰ বক্ষযুগলহে। সেইখিনিৰ পৰা গমকে পোৱা নাযায় যে ইমান ওচৰতে খঙাল পাহাৰটোৱে ৰুদ্ৰ ৰূপ লৈ বহি আছে। সেই টিলা দুটিৰ আঁৰতে সমীৰক মই প্ৰথম প্ৰেমৰ কথা কৈছিলো। মোৰ হাতত হাত থৈ সঁহাৰি দিছিল সমীৰে। সমীৰে মোক প্ৰথম চুমা খাইছিল। মোৰ হাতত-চকুত-ওঁঠত। লাজত সমীৰৰ বুকুত মুখ গুঁজি দিছিলো মই। মোৰ বাবে এই ঠাইখন পাহাৰ, টিলা আৰু নদীখনৰ গাত সকলো মানৱীয় অনুভূতি বিৰাজমান। সিহঁতে সকলো জানে — সকলো বুজে। শীতকালত নদীখনৰ পাৰ দুটি কিন্তু বনভোজ খোৱা মানুহেৰে ভৰি থাকে। তথাপি আমি ঠাই অকণ বিচাৰি লওঁৱেই।

অৰুণাভ ছাৰৰ আশ্চৰ্যৰ সীমা নাছিল। বহুসময়লৈ নিৰ্বাক হৈ ৰৈছিল। মাথোঁ সুধিছিল—

ঃ সমীৰ এতিয়া ক'ত বী?

মই একো কোৱা নাছিলো। অৰুণাভ ছাৰেও জোৰকৈ একো সোধা নাছিল। মাথোঁ চিলিকন ইণ্ডাষ্ট্ৰী হ'ব লগা ঠাইখন পৰিদৰ্শন কৰাৰ প্ৰস্তাৱ ৰাখিছিল। লগত ময়ো যাব

লাগে, গৈছিলো। অৰুণাভ ছাৰে খুউব চাইছিল ঠাইখন। নদীখন পাহাৰটো পথটো আৰু টিলা দুটি। মৌন হৈ আৰু চাইছিল দুখন সিংহাসনৰ দৰে প্ৰকাণ্ড শিল দুটি। মই কৈছিলো—

ঃ ছাৰ ইণ্ডাষ্ট্ৰীৰ মেইন কাৰখানাটো এই ঠাইতে নহ'বনে? ধোঁৱাবোৰে সৌ আকাশখন চুবগৈ চাওঁক... ঠিক সৌ আকাশ টুকুৰা আৰু আৱৰ্জনাবোৰ নলাৰে গৈ নদীখনৰ সৌখিনিত পৰিবগৈ। য'ত নিশা জোনটোৱে গা ধোৱে, দিনত বেলিটোৱে। য'ত গছবোৰে আইনা চায়, ৰূপৰ মাছবোৰ সাঁতুৰি-নাদুৰি ফুৰে। ষ্টাফ কোৱাৰ্টাৰ—টয়লেট—বাথৰূম...।

মোৰ কথাৰ কোনো উত্তৰ নিদি অৰুণাভ ছাৰ গৈ শিলৰ সিংহাসনখনত মৌন হৈ বহিছিল বহু সময়। ময়ো নিচেই কাষত বহি খং, ৰাগ, মান, অভিমান কি আছে পঢ়িবৰ যত্ন কৰিছিলো। অৰুণাভ ছাৰে মোৰ হাতৰ আঙুলি এটা অকণমানকৈ চুই কৈছিল—

ঃ বী মোক সমীৰৰ কথা ক'বানে? সমীৰ এতিয়া ক'ত আছে?

তেওঁ যেন মোৰ আঙুলিটোকহে সুধিলে। আঙুলিটোৰ নামহে যেন বী।

ঃ সমীৰ ক'ত হেৰাই গ'ল মই নাজানো ছাৰ।

ঃ সমীৰক বিচাৰি যাওঁ ব'লা।

ঃ নোৱাৰো ছাৰ। কাৰণ সমীৰৰ কোনো ঠিকনা মোৰ হাতত নাই। এবাৰ বনভোজ খাবলৈ আহি মই এই সুন্দৰ ঠাইখনৰ প্ৰেমত পৰিছিলো। মোৰ মনৰ মাজত অলেখ কল্পনাই নীড় সাজি বহিছিল। এই ঠাইখন—মই—আৰু জীৱনৰ সকলো নিঃসংগতা দূৰ কৰা মোৰ এজন প্ৰেমিক। তেওঁৰ নাম সমীৰ। যেতিয়াই একঘেয়ামী জীৱনে আমনি কৰিছিল, হতাশা নামি আহিছিল মই সকলো এৰি এই ঠাইখনলৈ গুচি আহিছিলো। মই আৰু সমীৰ। ঠাইখনত কৃষ্ণচূড়াবোৰ যিমানেই ফুলিছিল মোৰ কল্পনাবোৰো সিমানেই ফুলিছিল। কিছু সময়ৰ বাবে হ'লেও মোৰ নিঃসংগতা দূৰ কৰি সমীৰে মোক প্ৰেমৰ সাগৰত ডুবাই ৰাখিছিল। পৃথিৱীৰ সমস্ত দুখ, যন্ত্ৰণা, ক্ষোভ মই সমীৰৰ কোলাত মূৰ থৈ পাহৰি পেলাইছিলো। সমীৰ সকলোতকৈ বেলেগ। মোৰ কল্পনাৰ সমস্ত ৰহণ সানি মই সৃষ্টি কৰি লৈছিলো মোৰ সমীৰক। মই কেনেকৈ সমীৰক বিচাৰি যাম। বাস্তৱত সমীৰৰ কোনো অস্তিত্ব নাই।

ঃ হাউ ষ্ট্ৰেঞ্জ্! সমীৰ এজন কাল্পনিক পুৰুষ? কিন্তু তোমাৰ এই আকাশ কুসুম কল্পনা হঠাৎ থান-বান হ'ল কিয়? কেনেকৈ?

ঃ হঠাৎ মই নিঃসংগ নোহোৱা হ'লো আৰু সমীৰে মোক এৰি গ'ল। কিন্তু এই ঠাইখন মোৰ বুকুৰ আপোন হৈ থাকিয়েই গ'ল ছাৰ।

উভতি অহাৰ পথত অৰুণাভ ছাৰ উৎফুল্লিত আছিল। তেওঁ গানৰ ক'লি গুণগুণাইছিল আৰু ধীৰ গতিত গাড়ী চলাইছিল। হঠাৎ তেওঁ কৈছিল—

ঃ বী, সোণামতী বাগিছাত সেইদিনা সোণামণিৰ চোতালত মোক কিন্তু হাৰিয়াৰ ৰাগীয়ে বাৰুকৈয়ে ধৰিছিল জানা!

ঃ হয়? আপোনাৰ মনত আছেনে মোক কোনে, কেনেকৈ আনি গাড়ীত উঠালে?

ঃ ভাল কথা কৈছা বী। মোৰ মনত থাকিব! মোৰ অৱস্থাও আছিল তথৈবচ্।

ঃ সঁচাকৈ?

ঃ ওঁ পুৱা সাৰ পাই দেখিলো...

আমি দুয়ো খুউব হাঁহিছিলো।

ইণ্ডাষ্ট্ৰীয়েলিষ্টজন সদায়েই অফিচলৈ আহিছিল। মই বিভিন্ন কামৰ অজুহাত দেখুৱাই ফাইলটোৰ কামবোৰত হেমাহি কৰিছিলো। সাধাৰণ নোট এটা টাইপিওৰ বাবে মোৰ টেবুলত কেইবাদিনো ধৰি ফাইলটো পৰি থাকিল। মোৰ পুৰণা চিনাকি ইণ্ডাষ্ট্ৰীয়েলিষ্টজন আচৰিত হৈছিল। বিচলিত হৈছিল। অৰুণাভ ছাৰে ফাইলটোৰ বিষয়ে কোনো কথা উলিওৱা নাছিল। কিন্তু সুৰঙা পালেই সেই নিৰ্জন ঠাইখনলৈ গৈছিল। মোক কৈছিল—

ঃ বী, কাৰ্চিংচালৈ যাব লাগে।

চিয়াঁহী ছটিয়াই যোৱা আকাশখনৰ তলত আমি বহিছিলো। খঙাল পাহাৰটো আৰু অভিমানী নদীখন চাই চাই। লাহে লাহে কাৰ্চিংচাৰ প্ৰতিজোপা গছ প্ৰতিটো পাত ঠাল-ঠেঙুলি, প্ৰতিপাহ ফুল, প্ৰতিটো শিল অৰুণাভ ছাৰৰ চিনাকি হৈ পৰিল। কিমান যে হেঙুলীয়া আবেলি, নিৰ্জন দুপৰীয়া আমি সেই ঠাইখনত নিৰ্জনতা উপভোগ কৰি কটালো তাৰ হিচাপ নৰ'ল। মই মাজে মাজে আনমনা হৈ যাওঁ — ঠাইখন যে দুদিনৰ পিছত নোহোৱা হৈ যাব তাকে ভাবি।

অৰুণাভ ছাৰে এদিন ক'লে—

ঃ বী, ইণ্ডাষ্ট্ৰীটো হ'বগৈনে নাই ঠিক নাই। পৰ্যাপ্ত পৰিমাণৰ বিদ্যুৎ শক্তি যোগানৰ বাবে ঠাইখন সমুলি সুচল নহয়।

ভগৱানক ধন্যবাদ। পৰ্যাপ্ত পৰিমাণৰ বিদ্যুৎ শক্তি যাতে কোনোদিনেই যোগাৰ নহয়। লাগিলে গোটেই চহৰখন আন্ধাৰত ডুব যাওঁক। মই তাকেই আশা কৰিলো। মই একো নোকোৱা দেখি অৰুণাভ ছাৰে ক'লে—

ঃ বী, আচলতে তুমি কথাবোৰ ক'ব জানা নাছিলা— তুমি ক'ব লাগিছিল— কাৰ্চিংচাত ইণ্ডাষ্ট্ৰী এটা হ'লে নিৰ্জনতাৰে ভৰা সুন্দৰ ঠাই এখন প্ৰকৃতিৰ বুকুৰ পৰা চিৰদিনৰ বাবে হেৰাই যাব। চহৰখনত দিনে দিনে নিৰ্জনতাৰ অভাৱ হৈ আহিছে। ইণ্ডাষ্ট্ৰী এটা প্ৰতিষ্ঠা কৰিব পাৰি কিন্তু নৈসৰ্গিক সৌন্দৰ্যৰে ভৰা এনে এখন সুন্দৰ ঠাই মানুহে সৃষ্টি কৰিব নোৱাৰে। তুমি তাকেই বিচাৰিছিলা; নহয়নে বী?

ঃ হয় ছাৰ।

ঃ বী। মই ভাবিছো ইণ্ডাষ্ট্ৰীটো কাৰ্চিংচাত নোহোৱাই ভাল।

ঃ হা???

মই বিস্মিত হৈ হাঁহি থকা অৰুণাভ ছাৰলৈ চাই ৰৈছিলো।

তাৰো কেইদিনমানৰ পিছত কাৰ্চিংচাৰ চিলিকন ইণ্ডাষ্ট্ৰীৰ ফাইলটো আমি 'ক্লজ' কৰি আলমাৰীত সামৰি থ'লোঁ। অৰুণাভ ছাৰে ক'লে—

ঃ ইণ্ডাষ্ট্ৰীটো কাৰ্চিংচাত নহয়।

এনেকৈ আমি নিৰ্জন ঠাইবোৰ ৰক্ষা কৰি ফুৰিছিলো। ভৱিষ্যতে নিৰ্জনতাৰ অভাৱ হোৱাৰ আশংকাত আমি দুয়ো বাৰুকৈয়ে ভুগিছিলো। চহৰখন চহৰ নহয় যেন আমাৰ ঘৰৰ সযত্নপালিত ফুলনিখনহে। অৰুণাভ ছাৰে ৰাজ্যখনৰ অন্য জিলাসমূহলৈও চকু দিছিল। কামৰচোন অন্তই নাই। মাথোঁ আপোনপেটীয়াৰ দৰে নিজৰ জিলাখনতেই কাম থাকেনে! অৰুণাভ ছাৰৰ চখ্ দেখিয়েই নেকি জানো কেইবাটাও বিভাগৰ দায়িত্বৰ ওপৰত মুখ্য সচিবে তেওঁৰ ওপৰত আকৌ জাপি দিছিল ৰাজ্যিক পৰ্যটন বিভাগৰ দায়িত্ব। আগ্ৰহেৰে, আনন্দেৰে সেই দায়িত্ব স্বীকাৰ কৰিছিল তেওঁ। চিন্তিতও হৈছিল। এইবাৰ গোটেই ৰাজ্যখনেই সজাই পেলোৱাৰ দায়িত্ব তেওঁৰ। প্ৰকৃতিয়ে নিজ হাতে সজাই ৰখা সুন্দৰ সু-শোভিত ৰাজ্যখনৰ অনন্ত ৰূপৰ খনি সুৰক্ষিত কৰি কেনেকৈ ৰাখিব পাৰি তাৰ বাবে তেওঁৰ চিন্তা-চৰ্চাৰ শেষ নাই। মোৰ লগত এই বিষয়ে তেওঁ আলোচনা কৰিলে মই আনন্দিত হওঁ যদিও মাজে মাজে হতভম্বও হওঁ। তথাপি মোৰ সীমিত জ্ঞানেৰে মনত দোলা দিয়া প্ৰতিটো কথাই নিঃসংকোচে তেওঁক কওঁ। কিছুমান তেওঁৰ বাবে গ্ৰহণযোগ্য হয়, কিছুমান নহয়। কিন্তু তেওঁ সকলোবোৰ কথাই গুৰুত্ব সহকাৰে লয়। কৃতজ্ঞতাত মোৰ অন্তৰ ভৰি যায়। পৰ্যটন বিভাগৰ সচিব হোৱাৰ বাবে ৰাজ্যখনৰ বহুকেইখন জিলা তেওঁক ততালিকে পৰিদৰ্শন কৰাৰ বাবে মুখ্যসচিবে আদেশ জাৰি কৰিছিল। যিটো খুবেই প্ৰয়োজন আছিল।

আমি পশ্চিম চিয়াং জিলা পাইছিলোগৈ। শীতকাল আছিল — সোণোৱালী ৰ'দ পুৱাই অৰুণাচলৰ আঁজলী কোলাত আলফুলে ওমলি আছিল আলংখন। মুখ্য জিলা সদৰ আলং। আলং টুৰত আমাৰ লগত আছিল মোৰ বান্ধৱী জুম্পি। জুম্পি পৰ্যটন বিভাগৰ ফিল্ড ষ্টাফ। আলঙৰ ছোৱালী তাই। আদিগাল' জনজাতিৰ। তাই লগত থকা বাবে আমাৰ সুবিধা হৈছিল। যাৱতীয় অফিচিয়েল কামবোৰ শেষ কৰি আমি আলংখন দিহিঙে-দিপাঙে ঘূৰি ফুৰিছিলো। পৰ্যটকৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু হ'ব পৰা ঠাইবোৰ পৰ্যবেক্ষণ কৰিছিল অৰুণাভ ছাৰে। আমি আৰু চাই ফুৰিছিলো আলঙৰ গাঁওবোৰ আৰু কমলাৰ বাগিছাবোৰ। আলঙৰ বুকুতে আছিল জুম্পিৰো গাঁওখন। আমি জুম্পিৰ লগত তাইৰ গাঁওখন পাইছিলোগৈ। কমলা পকাৰ দিন আছিল। আলং কমলাৰ ঠাই। গোটেই আলঙ্খনেই কমলাবুলীয়া হৈ পৰিছিল। এনে লগা হৈছিল যেন থোপাথোপে ৰ'দহে ফুলি আছে। ৰ'দ ফুলি থকা আলঙ্খনতে চিৰসেউজীয়া এটা কোণত এঢলীয়া পাহাৰ এটাত জুম্পিৰ নিজাকৈ কমলা টেঙাৰ বাগিছা এখন আছিল। জুম্পিৰ কমলা টেঙাৰ বাগিছাখনত আমি পাৰ কৰিছিলো কমলাবুলীয়া এটা দিন। তাইৰ বাগিছাখনৰ

মাজেদি ঝৰ্ণা এটা বৈ গৈছে। আমি দেখিছিলো সূৰুয উঠাৰ আগেয়ে ঝৰ্ণাটোৰ পানীখিনি ৰূপোৱালী হয়। ৰ'দটো যিমানেই টান হৈ আহে তাইৰ ঝৰ্ণাটোৰ পানীবোৰ কমলাবুলীয়া হয়। আবেলিৰ লহিয়াবলৈ ধৰা বেলিটো কিছুসময় তাইৰ বাগিছাত থমকি ৰয়। ঝৰ্ণাটোৰ আটাইতকৈ ডাঙৰ শিলটোৰ ওপৰত। তাইৰ ঝৰ্ণাটোত ভিন্ন ৰঙী অসংখ্য শিল আছে। জুম্পিয়ে কৈছিল— জনমে জনমে হেনো ঝৰ্ণাটোৱে বুকুত সাৱটি ৰাখিছে শিলবোৰ। প্ৰতিটো শিলেই হেনো তাইৰ বুকুৰ আপোন। ক্ষণিকতে আমাৰো আপোন হৈ পৰিছিল শিলবোৰ। এই শিলবোৰত দেও দি দি খেলি-ধূলি জুম্পি ডাঙৰ হৈছে। বুকুৰ পিয়াহৰ সলনি মাকে অনেকবাৰ এই ঝৰ্ণাটোৰ পানী তাইৰ মুখত ঢালি দিছে। ঝৰ্ণাটো তাইৰ জীৱনৰ সমগ্ৰ সুখ-দুখ, উত্থান-পতনৰ সাক্ষী। ওঁঠৰ পিয়াহ পলুওৱা এই ঝৰ্ণাটোৱে অনবৰতে কুলুকুলুকৈ, ঝিৰঝিৰকৈ গীত এটা গাই থাকে। আচলতে জুম্পিৰ বাগিছাখন এঢলীয়া সেইবাবে তাইৰ বাগিছাৰ ভিতৰত ঝৰ্ণাটোৰ গতিবেগ তীব্ৰ। কোনোবাই যেন মুক্ত হাতে ঝৰ্ণাটোত এসোঁতা পানী ঢালি দিছে। মাথোঁ জুম্পিৰ বাগিছাতেই নহয় গোটেই আলঙ্খনতেই প্ৰাণভৰি কমলা লাগিছিল। পাইকাৰী বেপাৰীয়ে গাড়ীয়ে গাড়ীয়ে কমলাবোৰ আলঙৰ পৰা বাহিৰলৈ আনিছিল। আমিও ৰুমী-জিমি আৰু অফিচ ষ্টাফৰ বাবে গাড়ী ভৰাই কমলা আনিছিলো। আমি আৰু লগত লৈ আহিছিলো জুম্পিৰ বাগিছাৰ ঝৰ্ণাটোৰ গীতৰ সুৰটো। আলঙ্খনৰ আকাশে-বতাহে আৰু ওপগুি ফুৰিছিল গালং গাভৰুৰ হাতৰ পৰশ থকা অ'পৰ গোন্ধ। মিঠা গোন্ধ। জুম্পিৰ চাং ঘৰত বহি আমি অ'পৰ সোৱাদ লৈছিলো।

কমলাবুলীয়া আলঙ্খন এৰি অহা সময়ত অৰুণাভ ছাৰ হতাশ হৈছিল। মৌন হৈ পৰিছিল। কৈছিল—

ঃ মই হাৰি গ'লো যেন ভাব হৈছে।

ঃ হাৰি গ'ল? কাৰ ওচৰত ছাৰ?

জুম্পি আৰু মই আচৰিত হৈ সুধিছিলো।

ঃ প্ৰকৃতিৰ ওচৰত। আচলতে মই ভাবিবই পৰা নাই আলঙ্খনত নতুনকৈ সজাব লগা কি আছে। এই প্ৰকৃতি এনেকৈ কোনে সজালে? অজস্ৰ পাহাৰ, গছ-গছনিৰ মাজত কোনখিনিত এটা ঝৰ্ণা হ'ব লাগে — কোনখিনিত এটা জলপ্ৰপাত হ'ব লাগে আৰু এই বিশাল সেউজীয়াৰ মাজত কমলাবুলীয়া ইমানবোৰ ৰং — ৰহস্যময় নহয়নে? যিমানেই সিদ্ধহস্ত নহওক ইমান নিখুঁত ছবি এখন অঁকা কোনোবা শিল্পীৰ বাবে জানো সম্ভৱ? ভেনগঘ্ বা ক্ৰুচি লিওনাৰ্ডোৰ কাপেৰেও এনে সৌন্দৰ্য জানো নিগৰি ওলাব? আৰু মই এজন মাথোঁ মানুহে ইমান অপাৰ সৌন্দৰ্য সংৰক্ষণ কৰি ৰাখিবলৈ জানো সমৰ্থ হ'ম? এই সৌন্দৰ্য-সম্ভাৰ প্ৰকৃতিয়ে আলঙ্বাসীৰ হাতত সমৰ্পণ কৰিছে। কমলাবুলীয়া এই সৌন্দৰ্য-সম্ভাৰ ধৰি ৰখাৰ ক্ষমতা আচলতে আলঙ্বাসীৰহে। মোৰ দৰে এজন মাথোঁ প্ৰশাসনিক বিষয়াৰ নহয়।

মই নীৰৱে আছিলো। ভাবিছিলো, কথাবোৰ হয়। আলঙৰ জীয়ৰী জুম্পি আৱেগিক হৈ পৰিছিল। হয়তো হঠাৎ অনুভৱ কৰিছিল কি সীমাহীন সৌন্দৰ্যৰ আঁকৰ তাইৰ জন্মভূমি আলং। হয়তো আতংকিত হৈছিল ভাবি তাইৰ জন্মভূমিৰ এই অকৃত্ৰিম প্ৰাকৃতিক সৌন্দৰ্য নিৰাপদ হয়নে বা নহয় তাকে ভাবি। সচেতন হৈ উঠিছিল জুম্পি নামৰ নতুনকৈ চাকৰিত সোমোৱা কমবয়সীয়া ছোৱালীজনী। চিন্তিত হৈছিল সেই অপাৰ সৌন্দৰ্যৰ আঁকৰ ন্যস্ত কৰিব পৰাকৈ তাইৰ আলঙ্‌বাসী নিৰ্ভৰযোগ্য হয়নে বা নহয়!

অকপটে স্বীকাৰ কৰিছিল জুম্পিয়ে।

ঃ ছাৰ, আমাৰ আলঙ্‌খন যে ইমান সুন্দৰ মই কোনোদিনেই অনুভৱ কৰা নাছিলো। মানুহৰ মনে সদায় নতুনত্ব বিচাৰে। সদায় দেখি অহা আলঙ্‌খনত কোনো নতুনত্ব বিচাৰি পোৱা নাছিলো। আমাৰ অন্তৰ্দৃষ্টিৰ দিনে দিনে বৰ অভাৱ হৈ আহিছে ছাৰ।

জুম্পি অৰুণাভ ছাৰৰ ওচৰত খুউব সহজ হৈ পৰিছিল। সময়-সুবিধা হ'লেই বিভিন্ন বিষয় আলোচনা কৰিবলৈ আহিছিল। পৰামৰ্শ বিচাৰিছিল। অৰুণাভ ছাৰে জুম্পিৰ পৰা তাইৰ বাগিছাখনৰ খবৰ লৈছিল। ঝৰ্ণাটো আৰু আলঙৰ কমলাবোৰৰো।

সেউজীয়া উপত্যকা আপাটানি জনগোষ্ঠীৰ বসতিস্থল নামনি সোৱণশিৰি জিলাখনক অৰুণাভ ছাৰে 'শীতৰ ঘৰ' বুলিছিল। শীতত গোট মাৰিছিল পথাৰৰ পানী আৰু পথাৰৰ পানীত থকা মাছবোৰ শীতত ঠেৰেঙা লাগি জঠৰ হৈ পৰিছিল। ৰ'দ টান হোৱাৰ লগে লগে শিলৰ আকাৰ লোৱা পানীবোৰ লাহে লাহে জুলীয়া হ'বলৈ ধৰে। হঠাৎ জঠৰতা ভাগি মাছবোৰে টুলুপকৈ দৌৰ মাৰে। আপাটানি জনগোষ্ঠীৰ ঘৰবোৰত শীত খেদিবলৈ প্ৰকাণ্ড জুই জ্বলাই ৰাখে আৰু থাকে হাৰিয়ে হাৰিয়ে আপং, গাহৰিৰ মঙহ। আমাৰ সহকৰ্মী মোৰ বান্ধৱী ৰিনিয়াই আমাক নামনি সোৱণশিৰি ভ্ৰমণৰ সময়ত লগ দিছিল। নামনি সোৱণশিৰি এবাৰ সময়ত আমাৰ বুকুত গোট খাইছিল গোট মৰা শীত।

শীত নামি আহিছিল আমাৰ চহৰখনলৈও। প্ৰচণ্ড শীতে সাৱটি ধৰিছিল কণমাণি নগৰখনক। মই গম পাইছিলো শীত অৰুণাভ ছাৰৰ প্ৰিয় ঋতু। এগৰাকী পাৰ্চনেল এচিষ্টেণ্ট হিচাবে মোৰ কৰ্ম জীৱনৰ অভিজ্ঞতাৰ পৰা বুজি পাইছো অধিকাংশ উচ্চপদস্থ বিষয়াৰে শীত প্ৰিয় ঋতু। প্ৰিয় নহ'বই বা কিয় — শীতৰ ঠেৰেঙা লগা আঁচোৰে তেওঁলোকৰ শৰীৰত আঘাত হানিবলৈ জানো সমৰ্থ হয়! উচ্চ পদস্থ বিষয়াৰ অফিচ ৰূমত উচ্চক্ষমতা সম্পন্ন বৈদ্যুতিক হিটাৰে উত্তাপ বিলায়। কোঠাত সোমায়েই ভাল লাগে। ওলাই অহাৰ লগে লগে কিন্তু শীতে খামোচি ধৰে। বিশাল বাসভৱনবোৰত শীতে ভুমুকিয়াবলৈ সুৰুঙাই নাপায়। শীতে জোকাৰি যায় আমাক। মধ্যবিত্ত-নিম্নবিত্তক। শীতৰ প্ৰকৃত সংস্পৰ্শলৈ নহাকৈয়ে উচ্চবিত্তই শীত ভাল পায় বুলি গৌৰৱ কৰে। অৰুণাভ ছাৰে কিন্তু শীত ভাল পাইছিল অন্য ধৰণেৰে। মখমলী কাৰ্পেট শোভিত তেওঁৰ অফিচ ৰূমৰ কোঠাত তেওঁৰ চকীৰ একাষে থকা বহুমূল্যবান হিটাৰ এটা তেওঁ

কোনোদিনেই ব্যৱহাৰ কৰা নেদেখি মই আচৰিত হৈছিলো। এদিন মই নিজেই হিটাৰটো অন কৰি দিছিলো। সুধিছিলো—

ঃ ছাৰ, আপোনাৰ ঠাণ্ডা নালাগে নেকি?

ঃ লাগে।

ঃ তেন্তে হিটাৰটো ব্যৱহাৰ নকৰে কিয়?

ঃ হিটাৰেই যদি জ্বলালো তেন্তে শীতৰ স্পৰ্শ পালোনো ক'ত? শীতৰ স্পৰ্শ মোৰ ভাল লাগে। শীতৰ স্পৰ্শত দুখৰ ছায়া থাকে। তোমাৰ কোঠাত আছেনে বী?

ঃ নাই ছাৰ। মই কোনোদিনেই মোৰ কোঠাৰ বাবে হিটাৰ এটাৰ ডিমাণ্ডো কৰা নাই। হিটাৰৰ উম লৈ বহি বহি কাম কৰিবলৈনো মোৰ সময় ক'ত! কিমানবাৰ উঠিব লগা হয় মই, হাতত ফাইল লৈ ৰূমে ৰূমে দৌৰিব লগা হয়।

ঃ অফিচৰ অন্য কোঠাবোৰত?

মই মনত পেলালো। বৃহৎ জেনেৰেল ব্ৰাঞ্চটোৰ এচুকত হিটাৰ এটা আছে নেকি!

তেওঁ মানা কৰা সত্ত্বেও মই কেতিয়াবা হিটাৰটো জ্বলাই দিছিলো। মই বুজিছিলো— আচলতে সকলোকে উপেক্ষা কৰি হিটাৰৰ আমেজ ল'বলৈ তেওঁ বেয়া পায়। তেওঁৰ অন্যায় যেন লাগে। হয়তো অপৰাধ বোধ কৰে। কিন্তু তেওঁ যে সেই সুখ উপভোগৰ যোগ্য। তেওঁ আমাৰ দৰে হাজাৰজনৰ মাজৰ এজন নহয়। তেওঁ কিন্তু সদায় হাজাৰজনৰ মাজৰ এজনহে হ'বলৈ বিচাৰিছিল।

প্ৰচণ্ড শীতে আমাৰ কণমাণি চহৰখন সাৱটি ধৰিছিল। লগতে আমাকো। জোলোকা জোলোকে নামি আহিছিল মেঘ কুঁৱলী। ঘৰৰ দুৱাৰ-খিৰিকীবোৰ আমি নোখোলা হৈছিলো। হিটাৰৰ উম্ নোলোৱা অৰুণাভ ছাৰে কিন্তু জুইৰ কাষত বহি খুউব ভাল পাইছিল। কোঠাৰ ভিতৰত ইলেকট্ৰিক হিটাৰ নজ্বলাই আমি বাহিৰৰ চোতালত একুৰা জুই জ্বলাইছিলো। প্ৰথমে উমি উমি জ্বলি উঠি ক্ৰমান্বয়ে জুইকুৰা দপ্‌দপ্‌কৈ জ্বলিছিল। আমি দুয়ো জুইকুৰা মাজত লৈ দুকাষে বহিছিলো। এনেকৈ জুইৰ কাষত বহি থাকোতে এদিন আমাৰ শীতক লৈ খুউব বাক্ বিতণ্ডা হৈছিল। মই কৈছিলো—

ঃ ছাৰ, নগৰখনক এটা উলৰ চোলা পিন্ধাব পৰা হ'লে। নগৰখন শীতত এনেকৈ থৰথৰকৈ কঁপি থকাটো মোৰ সহ্য হোৱা নাই।

অৰুণাভ ছাৰে গৰজি উঠিছিল—

ঃ ন' ন' নেভাৰ। শীতে বেয়া পাব। নগৰখনক আলিংগন কৰিবৰ বাবেই শীত নামি আহিছে। শীতক এনেকৈ নিৰাশ কৰা উচিত নহ'ব বী।

ঃ তেন্তে আমি নিৰ্বিবাদে শীতক এৰি দিম নগৰখনক কৰ্কশভাৱে আঁচুৰিবলৈ?

ঃ শীতৰ স্পৰ্শ তুমি মাথোঁ কৰ্কশ বুলি কিয় ভাবিছা? শীতৰ স্পৰ্শত প্ৰেমো আছে। তুমি যিমানেই উলৰ চোলা নিপিন্ধোৱা কিয় শীতে নগৰখনক চুবই। কুৰুকি-কুৰুকি শীত নগৰখনৰ বুকুৰ ভিতৰলৈকে যাব আৰু শীত যেতিয়া গুচি যাবগৈ নগৰখনে

শীতক বিচাৰি ফুৰিব। তুমি চাবা— শীতে ৰিঙিয়াই ক'ব— মই আকৌ আহিম ইটানগৰ— আকৌ আহিম।

আমেজভৰা উম লাগি আমাৰ দুয়োৰে কোলাত ৰুমী-জিমি টোপনিত লালকাল দিছিল। মই বাৰে বাৰে থৰ লাগি অৰুণাভ ছাৰৰ কোলাত টোপনি যোৱা ৰুমীৰ জোনযেন মুখখন চাই ৰৈছিলো। হঠাৎ বিস্মিত হৈছিলো — ৰুমী আৰু অৰুণাভ ছাৰ দেখাত একে। কোলাত টোপনি যোৱা নিষ্পাপ শিশুটিৰে অৰুণাভ ছাৰক খুউব সুন্দৰ দেখিছে। মই তেওঁক কৈ পেলাইছিলো—

ঃ আপুনি বিয়া পাতা উচিত ছাৰ।

ঃ কিয়?

ঃ কোলাত সন্তান ল'লে আপোনাক ভাল দেখিব।

ঃ অ' তাৰ বাবেই? ৰুমীক মোৰ কোলাত বেয়া দেখিছে নেকি?

ঃ বৰ সুন্দৰ দেখিছে ছাৰ।

অৰুণাভ ছাৰৰ চকুযোৰ দপ্‌দপকৈ জ্বলি থকা জুইকুৰাৰ পৰা আকাশলৈ গুচি গৈছিল। হয়তো পুনৰ তেওঁ অকলশৰীয়া তৰা এটা বিচাৰি অনুসন্ধান আৰম্ভ কৰিছিল। ময়ো কাহানিও ঢুকি নোপোৱা আকাশখনলৈ চাই ৰৈছিলো আৰু ভাবিছিলো— নাই, মই আৰু তেওঁক কাহানিও বিয়াৰ কথা নকওঁ। মই নজনা কিবা কাৰণত বিয়াৰ কথা ক'লে তেওঁ বেয়া পায়। উদাস হৈ পৰে আৰু অকলশৰীয়া তৰা এটি বিচাৰি হঠাৎ যেন হাহাকাৰ কৰি উঠে তেওঁৰ হৃদয়।

শীতৰ দিনবোৰ বৰ দুষ্ট। অফিচত পৰ্যাপ্ত কাম নহয়গৈয়ে। হঠাৎ দিনটো জাঁপ মাৰি পাহাৰৰ সিটো পাৰে লুকাই পৰেগৈ। পাহাৰৰ সিটো পাৰৰ পৰা আমি নিয়ন্ত্ৰণ কৰিবলৈ ঢুকি নেপোৱা ৰ'দ চেৰেঙাই দুষ্টামি ভৰা হাঁহি মাৰে। ইটো পাহাৰৰ পৰা সিটো পাহাৰলৈ জাঁপিয়াই জাঁপিয়াই দুষ্ট বেলিটোৱে দিনটোক অন্য এখন দেশলৈ লৈ যায়গৈ। হঠাৎ আমি দেখোঁ দিনটো গ'লগৈয়ে। ততাতৈয়াকৈ অফিচৰ পৰা মানুহবোৰ যায়গৈ। কাৰোবাৰ বাছ ধৰিব লাগে। কাৰোবাক নিবলৈ আহি কোনোবা ৰৈ থাকে। সকলো গুচি যোৱাৰ পিছতো বহুখিনি কাম সামৰি অৰুণাভ ছাৰ আৰু মই যেতিয়া অফিচৰ পৰা ওলাওঁ তেতিয়া আমাৰ মৰম লগা অনিন্দ্য সুন্দৰ ইটানগৰখন অসংখ্য বিদ্যুৎ চাকিয়ে সামৰি লয়। কিন্তু ডিচেম্বৰ মাহটোৰ ইটানগৰখনৰ অন্য এক আকৰ্ষণ আছে। অজস্ৰ বিদ্যুৎ চাকিৰ মাজে মাজে জ্বলি উঠে বৰদিনৰ তৰাবোৰ। ৰং-বিৰঙৰ সৰু-বৰ অনেক তেজাল তৰা ইটানগৰখনত ওলমি থাকে। ঠাইখন ওখ-চাপৰ হোৱা বাবে তৰাবোৰ কোনোবা ঠাইত তলত, কোনোবা ঠাইত ওপৰত দেখি আৰু য'ৰ পৰা চাৰিওফালে দেখা যায় তাৰপৰাই দেখি। তেজৰঙা বৰদিনৰ তৰাবোৰ দেখিলে ৰক্তাক্ত কলিজা একোখন ওলমি থকা যেন দেখি। অৰুণাভ ছাৰে কৈছিল—

ঃ যীশুৰ কলিজা!

ডিচেম্বৰ মাহৰ দিনবোৰত বৰদিনৰ তৰা আৰু বৰদিনৰ বৃক্ষৰে ইটানগৰৰ বজাৰবোৰ উপচি পৰে। আমি বৰদিনৰ তৰা কিনো আৰু বৃক্ষও। ডিচেম্বৰ মাহৰ সন্ধিয়াবোৰত ইটানগৰৰ আকাশে-বতাহে বৰদিনৰ গীতবোৰ ওপঙি ফুৰে। গীৰ্জালৈ যাওঁতে আহোঁতে জাক পাতি পাতি খ্ৰীষ্টধৰ্মী লোকসকলে বৰদিনৰ গীত গাই যায়। আমি স্তব্ধ হৈ কাণ পাতি শুনোঁ। গীতটো ক্ৰমান্বয়ে আমাৰ পৰা দূৰলৈ যায়গৈ। যিমান দূৰলৈ যায়গৈ সিমান মধুৰ হৈ পৰে। বৰদিনত অৰুণাভ ছাৰৰ বহুঠাইত নিমন্ত্ৰণ থাকে। কোনোবা গীৰ্জাত প্ৰাৰ্থনা অনুষ্ঠিত হৈ থাকোঁতে আমি হঠাৎ গৈ ভাগ লওঁগৈ।

অৰুণাচলৰ জনজাতীয় উৎসৱবোৰত ভাগ ল'বলৈও অৰুণাভ ছাৰৰ খুউব আগ্ৰহ আছিল। আমি ম'পিন, ড্ৰী ন্যাকুম আদি উৎসৱবোৰত ভাগ লৈছিলো। অৰুণাভ ছাৰক প্ৰায়ে সন্মানীয় অতিথি হিচাবে নিমন্ত্ৰণ কৰা হৈছিল। আদি জনজাতিৰ ম'পিন উৎসৱে তেওঁক বৰ আনন্দ দিছিল। তেওঁলোকে ম'পিনত ফাকুৱা উৎসৱৰ দৰে এজনে আনজনৰ গালে-মুখে পিঠাগুড়ি সানে। উৎসৱৰ সামৰণিত অতিথি, দৰ্শক, কলা-কুশলী সকলোৱে নৃত্যগীতত অংশ গ্ৰহণ কৰা নিয়ম। আদি গাভৰুহঁতে অৰুণাভ ছাৰক তেওঁৰ সহজ-সৰল ফূৰ্তিবাজ ব্যৱহাৰৰ বাবে খুউব ভাল পাইছিল। আদি গাভৰুৰ জাকৰ মাজত পিঠাগুড়ি বুলোৱা মুখৰ অৰুণাভ ছাৰক মই কেমেৰাত ধৰি ৰাখিছিলো আৰু খুউব হাঁহিছিলো আমি।

অৰুণাচলৰ প্ৰকৃতি বৰ বৈচিত্ৰ্যময়। ৰাজ্যখনৰ এমূৰত গ্ৰীষ্মৰ উত্তাপে হাৰাশাস্তি কৰাৰ সময়তো শীতৰ খনি বিচাৰি উৰা মাৰিব পাৰি আন এটা মূৰলৈ। সেয়া অৰুণাচল প্ৰদেশৰ টাৱাঙ্। সমগ্ৰ ভাৰতবৰ্ষৰ ভিতৰতে এখন আকৰ্ষণীয় ঠাই। সৌন্দৰ্যৰ আঁকৰ। ছাৰপ্ৰাইজ দিয়াৰ চখ্ ৰখা অৰুণাভ ছাৰে হঠাৎ মোক এনে ছাৰপ্ৰাইজ দিছিল যে মই পাহৰি গৈছিলো সকলোবোৰ। পাহৰি গৈছিলো মই যে মায়াবী। মই অংশুমানৰ বিধৱা পত্নী, আজন্ম দুৰ্ভগীয়া, মই ৰুমী-জিমিৰ মাক। মেচিন ভৰা কোঠাটোত দিনৰ দিনটো কম্পিউটাৰৰ সন্মুখত ব্যস্ত। ফাইলৰ মাজত আবদ্ধ মই অৰুণাচল চৰকাৰৰ এজনী নগণ্য পাৰ্চনেল এচিষ্টেন্ট — মায়াবী শৰ্মা মই। মই হঠাৎ হৈ পৰিছিলো মেঘৰ দেশৰ এজনী পৰী। মই মেঘালী। অৰুণাভ ছাৰে মোক বৰফৰ দেশলৈ লৈ গৈছিল— সেয়া টাৱাং। ঐতিহ্যময় টাৱাং। সৌন্দৰ্যৰ এক অদ্ভুত উদাহৰণ আমাৰ টাৱাং। বগা মাথোঁ বগা হৈ পৰিছিল গোটেই টাৱাংখন। অবাক হৈ চাই ৰৈছিলো বৰফে ঢৌৱাই পেলোৱা প্ৰকৃতি। গছবোৰত ওলমি ৰোৱা বৰফৰ ফুলবোৰলৈ মই তধা লাগি চাই ৰৈছিলো। স্থান কাল পাহৰি অৰুণাভ ছাৰক সাৱটি ধৰি মই চিঞৰি উঠিছিলো।

ঃ ছাৰ বৰফৰ ফুল চাওঁক... বৰফৰ ফুল...

অৰুণাভ ছাৰৰ হাতত খামোচি ধৰি মই প্ৰথমে বৰফত খোজ দিছিলো। এখোজ-দুখোজকৈ। দৃষ্টিয়ে ঢুকি নেপোৱালৈকে মাথোঁ শুভ্ৰ বৰফে ঢাকি ৰখা প্ৰকৃতিত আমি

ঘৰ সাজিছিলো এটা-দুটা-বহুকেইটা। হাতকেইখন খাই পেলাইছিল বৰফে। আমি মাথোঁ আগবাঢ়ি গৈছিলো বৰফ ফালি। হাজাৰ বিজাৰ পাইন গছবোৰ ডুব গৈ আছিল বৰফৰ প্ৰেমত। দেখিছিলো গছবোৰৰ আগবোৰ প্ৰায় নাই। বৰফ পৰি ভাগি যোৱা। আই ঐ দেহি! বৰফৰ লগতে এইখন হ্ৰদ, ঝৰ্ণা, নদী আৰু জলপ্ৰপাতৰ দেশ। হ্ৰদৰ পানীবোৰ গোট মাৰি বৰফ হৈ আছে কিবা অভিমানত! বিশালকায় হ্ৰদবোৰৰ বুকুয়েদি আমি দৌৰিলো। বৰফত সোমাই যায় বুটজোতা কঢ়িওৱা ভৰি। কোনোবা অজান দেশৰ পৰা কাক বা বিচাৰি বৈ আহিছে অজস্ৰ ঝৰ্ণা এই বৰফৰ দেশলৈ আৰু গোট মাৰি বৰফ হৈ পৰিছে ঠায়ে ঠায়ে। বিস্মিত দৃষ্টিৰে জলপ্ৰপাতবোৰ চাই থাকিব পাৰি অন্তহীন সময়। টাৱাঙ্‌খন চাই চাই পাৰ কৰি দিব পাৰি এটা মানৱ জীৱন। অ'ত ত'ত সিঁচৰতি হৈ আছে অলেখ ওলোমা দলং। সেনাবাহিনীয়ে দলংবোৰ সযত্নে ৰাখিছে ৰং-বিৰং সানি। অৰুণাভ ছাৰ আৱেগত অভিভূত হৈ পৰিছিল যুদ্ধৰ বাংকাৰবোৰ দেখি। বৰফৰ মাজে মাজে গোটেই টাৱাঙ্‌খনতে সিঁচৰতি হৈ আছে অসংখ্য যুদ্ধৰ বাংকাৰ। শীতল বৰফৰ সাগৰৰ মাজতো যেন বাংকাৰসমূহৰ পৰা নিৰ্গত হ'ব খোজে তপত নিশ্বাস, গুলী-বাৰুদৰ শব্দ। ভয়ানক শব্দই কঁপাই তুলিব খোজে অনিন্দ্য সুন্দৰ স্বপ্নময়, মায়াময় এই বৰফ বিধৌত টাৱাং। ১৯৬২ চনৰ চীনাযুদ্ধৰ এই বাংকাৰসমূহৰ ভগ্নাবশেষে এতিয়াও জীৱন্ত কৰি ৰাখিছে সেই কৰুণ ইতিহাস। বৰফৰ এই প্ৰকৃতিত জাগ্ৰত প্ৰহৰী হৈ এতিয়াও সেনা-ছাউনীবোৰ আছে। সেনাৰে ভৰি আছে আৰু আছে বাষষ্ঠি চনৰ যুদ্ধত ব্যৱহৃত কিছুমান জীৰ্ণ হৈ যোৱা ঘৰ। তেনে এটি বৰফত পোত গৈ থকা ঘৰৰ ভিতৰত সোমাই যুঁজাৰুহঁতৰ হাতৰ পৰশবোৰ চুই চাইছিলো। তেওঁলোকৰ শৰীৰত সংমিশ্ৰিত বাৰুদৰ গোন্ধ বিচাৰি ফুৰিছিলো। আমি ব্যাকুল হৈ পৰিছিলো তেওঁলোকৰ অকণমান অস্তিত্ব বিচাৰি। যুদ্ধৰ বাংকাৰবোৰ চাই মাথোঁ ভাবিছিলো— নিটাল-নিস্তব্ধ হৈ পৰা এই বাংকাৰবোৰে এসময়ত হুংকাৰ কৰি আকাশ-বতাহ কঁপাই তুলিছিল। সুন্দৰ আকাশখন চাই ভাবিছিলো, এই হেন আকাশখনত বাৰুদৰ ধোঁৱা!

মূৰ দৌৰাইছিলো— যশোৱন্ত গড়ত। যশোৱন্ত সিং ৰাৱাট। ৰাইফল মেন্। এজন মহাবীৰ। বাষষ্ঠিৰ চীনা যুদ্ধত সহযোদ্ধাসকলক হেৰুৱাই নিঃসংগ হোৱাৰ পিছতো মহাপৰাক্ৰমেৰে অকলশৰে ছয়ত্ৰিশ ঘণ্টা যুঁজি চীনা সৈন্যৰ মাজত হাহাকাৰ লগাইছিল তেওঁ। শুনা যায় সেই সময়ত তেওঁক গুলী-বাৰুদৰ যোগান ধৰিছিল তেওঁৰ পাহাৰী প্ৰেমিকা চেলাই। বিভিন্ন দিশৰ পৰা আক্ৰমণ কৰি তেওঁ চীনা সৈন্যৰ চকুত ধূলি মাৰিছিল। বিপাণ্ডত পৰিছিল চীনা সৈন্য। যোদ্ধা এজন নে বহুজন? এসময়ত গুলী-বাৰুদ শেষ হৈছিল। চেলা ধৰা পৰি গৈছিল। নিঃসহায় নিৰুপায় হৈ পৰিছিল চেলা আৰু বীৰ যশোৱন্তই বাট চাইছিল চেলালৈ। চেলা আহিব — নাহিল। বীৰ যশোৱন্তক আৱৰি মাথোঁ নিৰ্বাক নিস্তব্ধ বৰফ — বৰফ — বৰফ আৰু যশোৱন্তক বিচাৰি পিয়াপি দি ফুৰা নিৰ্মম দুৰ্ধৰ্ষ চীনা সৈন্য। ওহোঁ যশোৱন্তই শত্ৰুৰ হাতত প্ৰাণ নিদিলে। তেওঁ

বন্দীও নহ'ল। শত্ৰুৰ হাতত পৰাৰ আগতে তেওঁ স্ব-ইচ্ছাই প্ৰাণ বিসৰ্জন দিলে। অৰুণাভ ছাৰে মোৰ চেঁচা হৈ যোৱা হাতখনত ধৰি কৈছিল—

ঃ অঃ যশোৱন্ত...। আহাঁ বী, যশোৱন্তৰ বাবে এটোপাল চকুৰ পানী...।

অজস্ৰ পৰ্যটকৰ সহস্ৰ অশ্ৰুৰ মুকুতা যশোৱন্ত গড়ৰ বৰফত বিলীন হৈ যায় প্ৰতিদিনে। য'ত বৰফৰ শীতল কোলাত যশোৱন্ত শুই আছে — নিটাল মাৰি। কিন্তু এই যশোৱন্ত গড়ত দিনে-নিশাই সাৰে থাকে সেনা। অতন্দ্ৰ প্ৰহৰী। যশোৱন্তৰ কণমাণি কোঠাটো সুসজ্জিত হৈয়েই আছে। এজন সেনা জোৱান দিনে-নিশাই কোঠাটোৰ পহৰাত থাকে। পৰিচৰ্যা কৰে। বীৰ যশোৱন্তৰ সাজ-পোছাক, টাৱেল পৰ্যন্ত পৰিষ্কাৰ কৰি ৰাখে। বিছনা পাৰে। পহৰাদাৰ জোৱানৰ পৰা শুনি আমি আচৰিত হ'লো যশোৱন্তৰ মৃত্যু হোৱা বুলি চৰকাৰীভাৱে ঘোষণা কৰা হোৱা নাই। তেওঁৰ দীঘলীয়া ছুটী এতিয়াও চৰকাৰে মঞ্জুৰ কৰে। জোৱানসকলে তেওঁৰ কথা কওঁতে 'যশোৱন্ত বাবা' বুলি সম্বোধন কৰে। তেওঁৰ পৰিয়ালত বৰ্তমান কোন কোন জীৱিত আছে সোধাত পহৰাদাৰ জোৱানে ক'ব নোৱাৰিলে যদিও আমাক জনালে যে এতিয়াও নিয়মীয়াকৈ তেওঁলৈ চিঠি আহে। পহৰাদাৰ জোৱানে তেওঁৰ বিছনাৰ কাষত বহি চিঠিবোৰ পঢ়ি শুনায়। আমি আচৰিত হৈছিলো এয়া অন্ধবিশ্বাস? এক বিৰল সন্মান প্ৰদৰ্শন নে স্মৃতি সংৰক্ষণ? কিন্তু আমি ক্ষণিকতে বুজি উঠিছিলো আচলতে বীৰ যশোৱন্ত এনে সন্মানৰ যোগ্য। তেওঁলোকে ভুলতো বাবাৰ মৃত্যু হোৱা বুলিবলৈ নিদিয়ে। চিঞৰি উঠে — বাবাৰ মৃত্যু হোৱা নাই। বাবা ইয়াতে আছে। এই ভূমি উদ্ধাৰৰ বাবে জীৱন দিয়া যশোৱন্তই এই ভূমি কেতিয়াও এৰি যাব নোৱাৰে। বাবাৰ নামত যশোৱন্ত গড়ত আছে সুসজ্জিত মন্দিৰ। ধূপ-ধূনা নৈবেদ্যৰে সকলো সময়তে সেই মন্দিৰ সুবাসিত হৈ থাকে। থাপনাত আছে বাবাৰ মূৰ্তি। অৰুণাভ ছাৰৰ কথা নাজানো মই কিন্তু প্ৰথমবাৰৰ বাবে কাল্পনিক ভগৱানক পূজা নিদি, মন্দিৰ নাপাতি এজন তেজ-মঙহৰ অমৰ বীৰৰ নামত ধূপ-দীপ দিয়া প্ৰত্যক্ষ কৰিলো। যশোৱন্ত গড় আৰু সেনাবাহিনীৰ বিৰল সন্মান প্ৰদৰ্শনে অহৰ্নিশে পৰ্যটকক চীনা আক্ৰমণৰ কথা সোঁৱৰাই থাকে। সজাগ-সচেতন কৰি ৰাখে সেনাবাহিনীৰ জোৱানসকলক। অৰুণাভ ছাৰে যশোৱন্ত গড় তথা ঠেৰেঙা লগা শীত আৰু বৰফৰ মাজত থকা সেনা ছাউনীবোৰ দেখি কৈছিল—

ঃ চোৱা বী, এনেকৈ সীমান্তত পহৰা দি সেনাবাহিনীয়ে কোটি কোটি জনতাক সুৰক্ষা দিয়ে। জাৰে-জহে তেওঁলোকৰ শৰীৰত নিৰ্বিবাদে অত্যাচাৰ চলায় আৰু দেশৰ ভিতৰত সুৰক্ষিত নাগৰিকে কৰ্তব্যত গাফিলতি কৰে। শীত-তাপ নিয়ন্ত্ৰিত কক্ষত বহি উচ্চ পদবীধাৰী বিষয়া, মন্ত্ৰী, আমোলাই দুৰ্নীতি কৰি সুখ-সম্ভোগৰ পাহাৰ সাজে। মই কেতিয়াও এইবোৰ সহ্য নকৰো বী — কেতিয়াও।

চেলাপাছ — চৈধ্য হেজাৰ ফুট উচ্চতাত অৱস্থিত এই চেলাপাছ হ্ৰদ এটাৰ মাজেৰে পাৰ হৈ গৈছে। গোট মাৰি বৰফ হৈ আছিল পেৰাডাইজ হ্ৰদৰ পানীবোৰ।

মই হ্ৰদৰ ওপৰেৰে খুউব দৌৰিলো। অৰুণাভ ছাৰে চাই ৰ'ল হাঁহি হাঁহি। মই তেওঁকো হাতত ধৰি টানি নিলো।

ঃ আহক ছাৰ দৌৰো — আহক!

দৌৰি দৌৰি আমি এসময়ত ভাগৰি পৰিলো আৰু বৰফত বাগৰি দিলো। পৃথিবীৰ ভিতৰত দ্বিতীয় উচ্চতম পথটোত থিয় হৈ আমি চাই ৰৈছিলো মাথোঁ — বৰফ আৰু কলিজালৈকে কঁপাই তোলা বতাহ — বতাহ। থৰ্থৰকৈ কঁপাইছিল আমাক শীত আৰু বতাহে। চুৱেটাৰ-অভাৰকোটৰ ওপৰতো গাত লোৱা গধুৰ উলৰ কাপোৰখন বাৰে বাৰে টানি-টুনি লওঁ — বাৰে বাৰে বতাহে উৰুৱাই নিয়ে। এনে উদণ্ড বতাহ মই আগেয়ে কাহানিও দেখা নাই।

অনিচ্ছাসত্ত্বেও চেলাক এৰি আহিবলৈ আমি বাধ্য। বাৰে বাৰে উভতি চাই হাত জোকাৰিছিলো।

ঃ বাই চেলা — বাই।

আমি চাইছিলো অগণন ফুলেৰে ভৰা পাহাৰবোৰ। অগণন ফুলৰ মাজত চকু কাঢ়ি নিয়ে তেজৰঙী ৰড'ড্ৰেনড'ন পাহাৰবোৰে। একেলগে কিমান ফুল পৃথিবীত থাকিব পাৰে? কিমান ফুলৰ কল্পনা মানুহে একেলগে কৰিব পাৰে? ভালুকপুঙৰ পৰা আৰম্ভ কৰি টাৱাঙলৈকে ইমান ফুল আছিল যে কল্পনা কৰাও অসম্ভৱ। মনৰ মাজত ৰহস্য মাথোঁ ৰহস্য। কেনেকৈ আহিল ইমান ফুল এই ঠাইলৈ? কোনে আনিলে ৰাঙলী ৰড'ডেনড্ৰ'নক ইয়ালৈ? আমি দুয়ো ফুলেৰে ভৰা পাহাৰবোৰ হিচাব কৰিবলৈ লৈছিলো এপাহাৰ ফুল — দুপাহাৰ ফুল — তিনিপাহাৰ ফুল — নাই আমাৰ হিচাব হেৰাই গৈছিল। টাৱাঙ বমডিলাৰ প্ৰকৃতিত উৰি আছিল ৰঙীণ টাৰ্চোবোৰ। তিব্বতীয় ভাষাত টাৰ্চোবোৰত লিখা প্ৰাৰ্থনাবোৰো উৰি ফুৰিছিল। ওম্ মনে পেমে হু...। অহিংসা পৰম ধৰ্ম — চুৰ নকৰিবা — পাপ নকৰিবা — বুদ্ধং শৰণং গচ্ছামি...।

সোণালী ৰ'দ পৰি বৰফবোৰ যেনেকৈ চিক্‌মিকাই উঠিছিল— জোনাকতো তেনেকৈয়ে তিৰবিৰাই উঠিছিল। ৰাতি যিমানেই গভীৰ হৈ আহিছিল বতাহ আৰু শীতৰ গতিবেগো তীব্ৰ হৈ আহিছিল। নিশাৰ টাৱাং — মাজনিশাৰ টাৱাং খিৰিকীৰ আইনাৰ মাজেৰে চোৱাৰ বাদে আমাৰ উপায় নাছিল। খিৰিকীৰ আইনাৰে বাগৰিছিল টায়াঙৰ অশ্ৰু। অৰুণাভ ছাৰক সুধিছিলো—

ঃ ছাৰ খিৰিকীৰ আইনাখন চাওক। মেঘত তিতা নিশাৰ টাৱাঙ্‌খনে কান্দে নেকি বাৰু?

অৰুণাভ ছাৰে আলফুলে আইনাখনত হাত বুলাই দিছিল। যেনেকৈ মৰমীয়াল প্ৰেমিকে ক্ৰন্দনৰত প্ৰেমিকাৰ গাত হাত বুলাই দিয়ে অতি মৰমেৰে। তেওঁ কৈছিল—

ঃ হ'ব পাৰে বী। দুখবোৰে নিশা আত্মপ্ৰকাশ কৰি ভাল পায়। নিশাৰ লগে লগে দুখবোৰো গভীৰ হৈ আহে। বেদনাবোৰ সাৰ পাই উঠে। টাৱাঙৰ বুকুতো কম দুখ

নাই। শ্বহীদ স্তম্ভৰে ভৰা এই টাৱাঙ্ যিমান গৌৰৱান্বিত সিমান দুখীও। নহয়নে?

খিৰিকী খোলাৰ উপায় নাছিল। খুলিলেই জোলোকা-জোলোকে সোমাই আহিব মেঘ বতাহ শীত। খিৰিকীৰ আইনাৰ মাজেৰে অৰুণাভ ছাৰে তেওঁৰ অকলশৰীয়া তৰাটো বিচাৰি উলিওৱাৰ যত্ন কৰিছিল। ময়ো, তৰাটো এতিয়া মোৰো বৰ আপোন হৈ পৰিছে। তাক এবাৰ নাচালে চকুলৈ টোপনিয়েই নামি নাহে। কি যাদু আছে জানো অকলশৰীয়া তৰাটোত। অৰুণাভ ছাৰে কৈছিল—

ঃ প্ৰকৃতি উপভোগ কৰিচোন জীৱনটো কটাই দিব পাৰি। মানুহৰ জীৱনবোৰ আমনিদায়ক হয় কেনেকৈ? আচলতে মানুহবোৰে জীৱনটো উপভোগ কৰিবই নাজানে।

এক কথাত ক'বলৈ হ'লে অৰুণাভ ছাৰে আমাৰ চহৰখন কঁপাই ৰাখিছিল। এফালে দুৰ্নীতিত লিপ্ত এটা দল যেনেকৈ থৰ্‌থৰকৈ কঁপিছিল। আনফালে সহজ সৰল সাধাৰণ নাগৰিকৰ বাবে অৰুণাভ ছাৰ হৈ পৰিছিল ত্ৰাণকৰ্তা। অৰুণাভ ছাৰক লগ ধৰিবলৈ অফিচলৈ, তেওঁৰ বাসভৱনলৈ মানুহৰ সোঁত বৈছিল। অৰুণাভ ছাৰৰ দায়িত্বত নথকা অন্য বিভাগৰ কামলৈয়ো মানুহ তেওঁৰ ওচৰলৈ আহিছিল। সকলোকে সমানে গুৰুত্ব দিছিল তেওঁ। তেওঁৰ বিভাগৰ কাম নহয় বুলি গা এৰা দিয়া নাছিল। প্ৰয়োজন অনুসৰি অন্য বিভাগৰ বিষয়াসকলৰ লগত আলোচনা কৰিছিল। আমাৰ বিভাগত বহুকেইজন কেজুৱেল ৱৰ্কাৰ আছিল। শিক্ষিত যুৱক-যুৱতী। এনে কেজুৱেল ৱৰ্কাৰে অৰুণাচলৰ বিভিন্ন বিভাগ ভৰি আছে। কেইটামান টকাৰ বিনিময়ত সিহঁতে দিনে-নিশাই কাম কৰিব লাগে। বৰং ৰেগুলাৰ ৱৰ্কাৰতকৈ বেছিকৈহে কৰিব লগাত পৰে কেতিয়াবা। ওপৰৱালা আৰু ষ্টাফক সন্তুষ্ট কৰি ৰাখিবলৈ। আমাৰ বিভাগৰ কেজুৱেল ৱৰ্কাৰ কেইজনৰ চাকৰি নিয়মীয়া কৰিবলৈ অৰুণাভ ছাৰ উঠি-পৰি লাগিছিল। কেনেকৈ কেইটামান টকা সিহঁতে বেছিকৈ পায় তাৰ বাবে তেওঁ আপ্ৰাণ চেষ্টা কৰিছিল।

দিনবোৰ তীব্ৰগতিত গৈ আছিল। বতাহৰ দৰে। মাথোঁ আমাৰ বাবে নহয়। আমাৰ ৰুমী-জিমিৰ বাবেও। দুয়োটা ডাঙৰ হৈছে। মোৰ বাবে নহ'লেও, মোৰ মনে মানি নল'লেও আনৰ বাবে সিহঁত ডাঙৰ হৈছে। ছোৱালী হোৱা বাবে মানুহে মোৰ ৰুমীজনীক বয়সতকৈ বেছিকৈ ডাঙৰ কৰি পেলাইছে। অৱশ্যে বয়সৰ তুলনাত তাই শাৰীৰিক মানসিক দুয়ো দিশতে বাঢ়িছেও বেছি আৰু মই লক্ষ্য কৰিছো পখিলাৰ দৰে উৰি ফুৰিব বিচৰা মোৰ চঞ্চলা ৰুমীজনী দিনে দিনে গহীন হৈ পৰিছে। যিটো মোৰ সমূলি ভাল লগা নাই। ৰুমী কিয়, পৃথিৱীৰ কোনো ল'ৰা-ছোৱালী এনেকৈ গহীন হৈ পৰাতো মোৰ ভাল নালাগে। এয়াটো আনন্দ ফূৰ্তি কৰা বয়স। সুস্থ সুঠাম বয়স — মই আশাকৰো মোৰ ৰুমী বতাহৰ লগত দৌৰক — পখিলাৰ লগত উৰক। বনৰীয়া চৰাইৰ মাত নকল কৰক — বোৱঁতী নদীৰ ঝৰ্ণাৰ লগে লগে গীত গাওঁক। পৃথিৱীৰ আটাইতকৈ সুখী আনন্দিত কিশোৰীজনী হৈ পৰক মোৰ ৰুমী। জিমিতকৈ তাইক মই বেছি গুৰুত্ব দিয়া হ'লো। বয়ঃসন্ধিৰ সময়। হয়তো মনত অজস্ৰ কৌতূহল-ৰহস্য-

প্ৰশ্ন। বাচি বাচি ভাল কিতাপ, চিনেমাৰ চিডি, গানৰ কেচেট, বাদ্যযন্ত্ৰ, খেলা-ধূলাৰ সামগ্ৰী সকলোবোৰেই যোগান ধৰিলো। সুযোগ পালেই ফুৰাবলৈ নিওঁ প্ৰকৃতিৰ বুকুলৈ। প্ৰকৃতিৰ সৌন্দৰ্যই মনলৈ অনাবিল আনন্দ আনে। সৰলতাৰে মন ভৰি পৰে। মই আশাকৰো মোৰ ৰুমী-জিমি বস্তুবাদী নহওঁক। অৰ্থভোগী নহওঁক। সিহঁতে মানুহৰ মাজত মৰমৰ উমত জীয়াই থাকিবলৈ শিকক। আনকি পঢ়াৰ বাবেও মই সিহঁতক ইমান তাগিদা দিয়া নাছিলো যাতে সিহঁতে পঢ়াশুনা এটা বোজা যেন অনুভৱ নকৰে। কিন্তু সকলোৰে পৰা ফালৰি কাটি তাই কিতাপতহে ব্যস্ত হৈ পৰিছিল। ৰুমী হৈ পৰিছিল স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰীৰ আটাইতকৈ প্ৰিয় ছাত্ৰী। স্কুলৰ পেৰেন্টচ মিটবিলাকলৈ গৈ মই গৌৰৱান্বিত হৈছিলো। ৰুমীৰ অগ্ৰগতি আছিল অতুলনীয়। বৃহৎ স্কুলখনৰ অগণন ছাত্ৰ-ছাত্ৰীৰ মাজত মোৰ ৰুমী-জিমিনো ক'ত সোমাই থাকে বিচাৰিয়েই নাপাওঁ। মোৰ চকুযোৰে ৰুমী-জিমিক বিচাৰি যেতিয়া পিত্‌পিতাই ফুৰে অৰুণাভ ছাৰে তেতিয়া কৌতুকৰ হাঁহি মাৰে। মোক অনুচ্চ স্বৰত সোধে—

ঃ ৰুমী-জিমিক বিচাৰিছা?

ঃ ওঁ।

ঃ ঠিক আছে ময়ো বিচাৰো, দেখা যাওঁক, কোনে বিচাৰি উলিয়াব পাৰে।

আমাৰ নীৰৱ প্ৰতিযোগিতা আৰম্ভ হয়। একে পোছাকেৰে সকলোকে ৰুমী-জিমিৰ দৰেই লাগে। হঠাৎ অৰুণাভ ছাৰে আঙুলিয়াই দিয়ে—

ঃ বী, সৌজনী কোননো চোৱাচোন!

ঃ অহ্! ৰুমী।

মই হাঁহি পেলাওঁ। নেভীব্লু স্কাৰ্ট আৰু বগা কামিজেৰে ৰঙীণ ক্লিপ্ মাৰি পৰিপাটীকৈ ফণিওৱা চুটি চুটি চুলিৰে তাইক পুতলাজনীৰ দৰে দেখি। মই তাইলৈ চাই হাত জোকাৰি দিওঁ। লগৰকেইজনী মোৰ ফালে দৌৰি আহে।

ঃ আন্টি আন্টি...

লগত তায়ো আহে। মই লক্ষ্য কৰো তাই অৰুণাভ ছাৰলৈ আঁৰ চকুৰে চায়। অৰুণাভ ছাৰে হঠাৎ তাইক আঁকোৱালি ধৰে — ৰুমী বেবী—। তাই অপ্ৰস্তুত হৈ পৰে নেকি! মোৰ সন্দেহ হয়। লগৰকেইজনীয়ে চিঞৰি উঠে।

ঃ গুড্ মৰ্ণিং অৰুণাভ আংকল...।

তাইৰ লগত ছোৱালীকেইজনী অৰুণাভ ছাৰৰ বন্ধু হৈ পৰিল। আমি প্ৰতিখন মিটিঙলৈকে যাওঁ। কিন্তু মই লক্ষ্য কৰিছিলো পেৰেন্টচ্ মিটবিলাকত ৰুমীয়ে অৰুণাভ ছাৰক এৰাই চলিব খোজে। প্ৰথমে কথাটো মই সহজভাৱে ল'বলৈ যত্ন কৰিছিলো যদিও পিছলৈ মোৰ সন্দেহ নাথাকিল। মনত ৰুমীক সুধিব নোৱাৰা অলেখ প্ৰশ্ন, কিয় নিবিচাৰে ৰুমীয়ে অৰুণাভ ছাৰ তাইৰ স্কুললৈ যোৱাটো। তেওঁ ৰুমীৰ পিতৃ নহয়, সেইবাবে? অংশু যদি জীয়াই থাকিলেহেঁতেন ৰুমীক অৰুণাভ ছাৰতকৈ বেছি মৰম,

বেছি তদাৰক নকৰিলেহেঁতেন। তাত মোৰ কোনো সন্দেহ নাই। লাহে লাহে ঠিক হৈ যাব বুলি মই সময়ৰ ওপৰত সকলো এৰি দিছিলো। বুজোৱা-বঢ়োৱাতকৈ কথাবোৰ তাই নিজে বুজা ভাল বুলি ভাবিছিলো। পেৰেন্টচ্ মিটবোৰলৈ আমি দুয়ো যোৱাটো অব্যাহত ৰাখিছিলো। পৰীক্ষাসমূহত ভাল ফল দেখুওৱা বাবে মোৰ কমী-জিমি দুয়ো পুৰস্কৃত হৈছিল। মোৰ সকলো ভাল লাগিছিল — মাথোঁ মোৰ ভাল লগা নাছিল মোৰ কমীজনী গম্ভীৰ হৈ পৰাটো। প্ৰধান শিক্ষয়িত্ৰীয়ে দিয়া ভাষণত মোৰ কমী-জিমিক খুউব প্ৰশংসা কৰিছিল। সিহঁতৰ ওপৰত থকা স্কুলৰ বহুত আশাবোৰৰ কথা গৈছিল। গণিতৰ কিমান গধুৰ গধুৰ ফৰ্মুলা, আনকি ওপৰ শ্ৰেণীৰ গণিতৰ ফৰ্মুলাও মোৰ জিমিয়ে কেনেকৈ আচৰিতজনকভাৱে সমাধা কৰিব পাৰে তেওঁ ভাষণত কৈছিল। তেওঁৰ গুৰুতৰ ভাষণত কাহ পৰি জিন্ গৈছিল ছাত্ৰ-ছাত্ৰী, অভিভাৱকেৰে ভৰি থকা বৃহৎ হলঘৰটো। মোৰ কিন্তু খুউব বিৰক্তি লাগিছিল— এই চিৰিয়াছ মহিলা গৰাকী আৰু তেওঁৰ অতিপাত চিৰিয়াছ ভাষণৰ প্ৰভাৱ মোৰ কমীজনীৰ ওপৰত খুউব পৰিছে। যাৰ বাবে মোৰ কণমান কমীজনী হঠাৎ ডাঙৰ হৈ পৰিছে। তেওঁচোন বিজ্ঞান, গণিত, কম্পিউটাৰৰ কথাহে কয়। ইতিহাস, ভূগোল, বিজ্ঞান, অৰ্থনীতি, ৰাজনীতিৰ কথাহে কয়। তেওঁ সাধুকথাৰ কথা নকয় কিয় — জোন, বেলি অগণন তৰাবোৰৰ সাধু তেওঁ নাজানে নেকি? তেওঁ মানুহৰ কথা নকয়। নকয় অন্ন-বস্ত্ৰ-বাসস্থানবিহীন মানুহ ভৰা ফুটপাথবোৰৰ কথা। তেওঁ নকয় ফুলৰ কথা, কবিতাৰ কথা। তেওঁ নাজানে নেকি সুৰীয়া কবিতা — *ভালপাওঁ মাক মোৰ অতি মৰমৰ / মোৰ বাবে যাৰ নাই চিন ডাগৰৰ...*

মই গুণগুণাই গাই পেলাইছিলো। অৰুণাভ ছাৰে সুধিছিল—

ঃ কী গাইছা বী?

ঃ পদ্য ছাৰ। অসমীয়া পদ্য। আপোনাকো শিকাই দিম। শিশুৰ পৰা বৃদ্ধলৈকে সকলোৰে ভালপোৱা পদ্য।

মোৰ অপেক্ষাৰ অন্ত পেলাই চিৰিয়াছ মানুহ গৰাকীয়ে কোনোদিনেই মানুহৰ কথা নক'লে। তেওঁ নক'লে অন্ন-বস্ত্ৰ-বাসস্থানবিহীন মানুহ ভৰা ফুটপাথবোৰৰ কথা।

ঘৰত আহি অৰুণাভ ছাৰক শিকাই দিছিলো। সঁচাকৈ তেওঁ খুউব ভাল পাইছিল। আমি দুয়ো সুৰ মিলাই গাইছিলো — *ভালপাওঁ দেউতাৰ স্নেহভৰা মুখ / মোৰ বাবে তেওঁ সহে কিমান যে দুখ / ভালপাওঁ লগৰীয়া সমনীয়াবোৰ...*

জিমি হৈ উঠিছিল বেপৰোৱা। খেলা-ধূলা, বন্ধু-বান্ধৱ ভালপোৱা জিমিৰ পঢ়াৰ তুলনাত ফলাফল আছিল খুবেই ভাল। আশাতীত। হঠাৎ সি মোক কম্পিউটাৰ এটা বিচাৰিছিল। মোৰ বাবে যদিও কম্পিউটাৰ এটাৰ দাম হঠাৎ যোগাৰ কৰাটো খুউব সহজ কথা নাছিল তথাপি নিদিওঁ বুলি মই ভবা নাছিলো। কিন্তু ভাবিছিলো অন্য বহু কথা — কম্পিউটাৰ এটাৰ বাবে জিমি বহুত সৰু হৈ আছে নেকি বাৰু? অৱশ্যে

স্কুলত সিহঁতে কম্পিউটাৰ ব্যৱহাৰ কৰিবলৈ শিকিছে। তথাপি মেধাবী ল'ৰা-ছোৱালীহালে কিয় আলমাৰী ভৰি থকা কিতাপবোৰৰ পৰা এখনো কিতাপ টানি লোৱা নাছিল মই বুজি পোৱা নাছিলো। সিহঁতে পঢ়িব পৰা বহুতো কিতাপ মই আনি দিছিলো। কিন্তু অকণমান ইফাল-সিফাল কৰি পাত লুটিয়াই সিহঁতে সেইবোৰ আৰু নুচুইছিল। সিহঁতে পৰীৰ দেশৰ কথা, আলাদ্দিনৰ আচৰিত চাকি, হাতেম টাই কিয় ভাল পাব নাজানে? কবিতাৰ সুৰে কিয় সিহঁতক স্পৰ্শ নকৰে? অৰুণাভ ছাৰে কৈছিল—

ঃ এয়া মাথোঁ তোমাৰ সমস্যা নহয় বী। তোমাৰ ভুলো নহয়। পৰীৰ দেশৰ সাধু কবিতাই... মানুহৰ মগজু স্পৰ্শ নকৰে। স্পৰ্শ কৰে হৃদয়। নৱপ্ৰজন্ম ক্ৰমান্বয়ে হৃদয়হীন হৈ আহিব ধৰিছে। মাথোঁ তোমাৰ ৰুমী-জিমি নহয়, সকলোৰে ৰুমী-জিমিহঁত দিনে দিনে বস্তুবাদী হৈ আহিছে— হৈ পৰিছে অনুভূতিবিহীন বুটামৰ দাস।

ঃ ইমান নিষ্ঠুৰ কথা নক'ব ছাৰ!

ঃ নিষ্ঠুৰ হ'লেও বাস্তৱক গ্ৰহণ কৰা সাহস থকা উচিত বী!!

অৰুণাভ ছাৰে কোৱা কথাষাৰ মই মৰ্মে মৰ্মে উপলব্ধি কৰিছিলো। বুকুখন বিষাইছিল। কোনোবাখিনিত কলিজাত ফুটা এটা ওলাইছিল। চকুবেদি দুটোপাল নিয়ৰ বাগৰি আহিছিল। আলফুলে নিয়ৰ দুটোপাল মচি দি অৰুণাভ ছাৰে কৈছিল—

ঃ দেয়াৰ ইজ আনাদাৰ অ'চেন!

তথাপি সুৰুঙা পালেই মই ৰুমী-জিমিক মাটিৰ কথা কৈছিলো। ধূলিৰে ধূসৰিত মোৰ শৈশৱৰ কথা কৈছিলো। কৈছিলো, কেনেকৈ আমি বালিয়ে-পানীয়ে লেটি লৈ হাও গুডু খেলিছিলো। টনা-আঁজোৰা কৰি স্কুলৰ কাপোৰ ফালি আনি ঘৰত মাৰ খাইছিলো। সোণগুটি সৰা গাঁৱৰ ধাননি পথাৰ — খাল-বিলৰ মাছ — সকলো শুনাইছিলো আৰু শুনাইছিলো সুৰীয়া গীতবোৰ। বিহুনাম, বিয়ানাম, আইনাম, ফুলকোঁৱৰ, মণিকোঁৱৰ, কমলা কুঁৱৰীৰ গীত। তলকা মাৰি শুনা নাছিল সিহঁতে যেনেকৈ শৈশৱত মই মা-দেউতাৰ শৈশৱৰ মনোৰম কথাবোৰ তলকা মাৰি শুনিছিলো। কথাবোৰ যে এসময়ত সিহঁতৰ বাবে আমনিদায়ক হৈ পৰে, উপায়বিহীন হৈ শুনি থাকে মই বুজি পোৱা হৈছিলো। শৈশৱৰ কথা, পিতৃ-মাতৃৰ কথা, অতীতৰ কথা কাৰোবাক ক'বলৈ দুৰ্বাৰ ইচ্ছা হয়। বিশেষকৈ নিজৰ সন্তানক। কওঁ। পিছলৈ সিহঁতে মোৰ কথাত গুৰুত্ব নিদি দেখা দেখিকৈয়ে আঁতৰি যোৱা হ'ল বা নিজৰ কামত লাগি থকা হ'ল। তথাপি বহু দেৰিলৈ মই কৈয়েই থাকোঁ। এসময়ত নিশ্চুপ হৈ যাওঁ। হঠাৎ বৰ নিঃসংগ অনুভৱ হয়। অৰুণাভ ছাৰৰ ফোনৰ বুটাম টিপোঁ। কেতিযাবা তেওঁৰ দৰেই আকাশখনলৈ চাই ৰওঁ — অকলশৰীয়া তৰাটো...!

ৰুমীহঁতৰ স্কুলৰ বাৰ্ষিক সভালৈ অৰুণাভ ছাৰ মুখ্য অতিথিৰূপে নিমন্ত্ৰিত হ'ল। মই ভালেই পালো। ভাবিলো, ৰুমীয়ে এইবাৰ বেয়া পোৱাৰ প্ৰশ্নই নুঠে। বৰং ৰুমীয়ে গৌৰৱ বোধ কৰিব। শাৰীৰিক অসুস্থতাৰ বাবে মই যাব নোৱাৰিলো। কোনো কথা নাই

— অৰুণাভ ছাৰে নিজ হাতে তেওঁৰ মৰমৰ ৰুমী-জিমিক বছৰটোৰ শ্ৰেষ্ঠ ছাত্ৰ-ছাত্ৰীৰ পুৰস্কাৰ বিতৰণ কৰিব আৰু সভাৰ শেষত দুয়োটাকে নিজৰ গাড়ীত উঠাই লৈ আহিব। ৰাস্তাত সিহঁতে চক্‌লেট খাব। স্কুলৰ পৰা অহাৰ পিছত মোক তাই কথাবোৰ ক'ব। মই আগ্ৰহেৰে বাট চাই ৰৈছিলো। কিন্তু সেইদিনা ৰুমী ঘৰৰ সন্মুখত স্কুল বাছৰ পৰা নামিল। স্কুল বেগটো বিছনালৈ দলিয়াই দিলে। জোতা-মোজা আৰু ইউনিফ্ৰমজোৰো। ডাইনিং টেবুলত বহাৰ সলনি তাই নিজৰ কোঠালৈ গৈ দুৱাৰ বন্ধ কৰি শুই পৰিল। মই বাহিৰৰ পৰা দুৱাৰ ঢকিয়াই মাতিলো—

ঃ ৰুমী, ৰুমী দুৱাৰ খোলা মাজনী। কি হ'ল তোমাৰ? তুমি দুৱাৰ কিয় বন্ধ কৰিছা? ভাত খোৱাহি মা!

ৰুমীয়ে মোৰ আকুল আহ্বান গ্ৰাহ্যই নকৰিলে। দুৱাৰ নুখুলিলে তাই আবেলিলৈকে। জিমিক সুধিলো—

ঃ ৰুমীৰ কি হ'ল জিমি?

সি জঁপিয়াই জঁপিয়াই ক'লে—

ঃ ৰুমী বাই স্কুলৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ পাইছে। ইমান ডাঙৰ পুৰস্কাৰ লৈ আহিছে।

ঃ পুৰস্কাৰ বিতৰণ কোনে কৰিছিলে?

ঃ অৰুণাভ আংকলে মাম্মী।

বুজিলো জিমিয়ে একো নাজানে। আবেলিলৈ খবৰ নিদিয়াকৈ মই ওলাই গ'লো অৰুণাভ ছাৰৰ ঘৰলৈ। অৰুণাভ ছাৰ ঘৰতে আছিল। কাম কৰা ল'ৰা এটাই ক'লে—

ঃ চাহাব আহিয়েই কোঠাত সোমাল।

তেওঁ কলিং বেল নিদিলে ঘৰৰ চাকৰ-নাকৰ সাধাৰণতে তেওঁৰ কোঠালৈ নাযায়। তেওঁৰ কোঠালৈ নিৰ্বিবাদে যাওঁ মাথোঁ মই। দুৱাৰখন ঠেলি মই সোমাই গ'লো— তেওঁৰ নিচেই কাষত বহিলো কিছু সময়। ওপৰমুৱাকৈ তেওঁ শুই আছে। এখন হাত কিলাকুটীৰ পৰা আঙুলিলৈকে তেওঁৰ কপালত। হাতখনেৰে চকুযোৰ ঢাক খাই আছে। তেওঁ টোপনিত নে সাৰ পাই আছে মই ধৰিব নোৱাৰিলো। বহুসময়ৰ পিছত হতাশজনক মাতেৰে তেওঁ মোক মাতিলে—

ঃ বী।

ঃ ছাৰ।

ঃ কিয় আহিলা বী? তুমিতো অসুস্থ আছিলা। গা ভাল পাইছা জানো?

মই তেওঁৰ প্ৰশ্নৰ উত্তৰ নিদি সুধিলো—

ঃ আজিৰ মিটিং কেনে হ'ল ছাৰ?

ঃ মিটিং — খুউব ভাল হৈছে বী। ৰুমীয়ে স্কুলৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ পাইছে। মই নিজহাতে তাইক প্ৰাইজ দিছোঁ।

ঃ তাই আনন্দিত হৈছিল নে ছাৰ?

অৰুণাভ ছাৰে বহু সময় একো নক'লে। বহু সময়ৰ পিছত ভাগৰুৱা কণ্ঠেৰে ক'লে—

ঃ তাই অকণো আনন্দিত নহ'ল বী! মই ভাবিছিলো পুৰস্কাৰ গ্ৰহণ কৰাৰ পিছত মোক তাই সাবটি ধৰিব। চিঞৰি উঠিব... অৰুণাভ আংকল! গৌৰৱান্বিত হৈ ভাষণ প্ৰসংগত মই কৈ পেলাইছিলো যে মই আজি মাত্ৰ মুখ্য অতিথি হৈ এই সভালৈ অহা নাই। মই আহিছো এজনী মৰম লগা ছোৱালীৰ অভিভাৱক হৈ। যিজনী ছোৱালী এই স্কুলখনৰ গৌৰৱ। তাইৰ নাম— মিচ্ ৰুমী শৰ্মা। মই ভাবিছিলো ৰুমীয়ে জাক জাক ছোৱালীৰ মাজৰ পৰা কণ কণ হাত দুখন জোকাৰিব। কিন্তু বী মই লক্ষ্য কৰিলো অজস্ৰ হাত চাপৰি পৰিল মাথোঁ ৰুমীৰ হাতদুখনহে জঠৰ হৈ থাকিল। মোক আশ্চৰ্যৰ সাগৰত ডুবাই তাই তলমূৰ কৰি বহি থাকিল। সভাৰ শেষত ল'ৰা-ছোৱালীবোৰে মোক বেৰি ধৰিলেহি— অট'গ্ৰাফ প্লিজ — অট'গ্ৰাফ প্লিজ — তাই নাহিল। স্কুলৰ গে'টৰ সন্মুখত তাই স্কুল বাচত উঠিবলৈ লাইন পাতি থাকিল। মই চিঞৰি মাতিলো—

ঃ ৰুমী মাজনী — আহাঁ মই লৈ যাম।

তাই কোনো উত্তৰ নিদি আনফালে মুখ ঘূৰালে। মই আগবাঢ়ি গৈ মাতিলো—

ঃ ব'লা ৰুমী।

তাই তেতিয়াও একো নক'লে। মই দেখিলো ল'ৰা-ছোৱালীবোৰে আমালৈ চাই আছে। লগত মোক গাড়ীলৈকে আগবঢ়াবলৈ অহা শিক্ষকৰ দলটোৱেও। ইতিমধ্যে স্কুল বাছখন ৰ'লহি। ল'ৰা-ছোৱালীবোৰে তৎক্ষণাত শাৰী ভাঙি গাড়ীত উঠিবলৈ হেতা-ওপৰা লগালে। ৰুমীয়ে অকণো খৰখেদা নকৰি সকলোতকৈ শেষত গাড়ীত উঠিল। বহিবলৈ চিট নাপালে। থিয় হৈয়ে- গ'লগৈ।

অৰুণাভ ছাৰ আকৌ মনে মনে ৰ'ল। মই মাথোঁ ক'লো—

ঃ তাৰমানে ৰুমীয়ে আপোনাক অপমান কৰিলে ছাৰ!

ঃ অহ! বী, মোক অপমান কৰাটো সমস্যা নহয়। সমস্যাটো হ'ল, ৰুমীৰ হ'ল কি? তাইৰ কি সমস্যা? হয়তো তাইৰ মনে মোৰ অভিভাৱকত্ব স্বীকাৰ কৰি ল'ব খোজা নাই। হয়তো তোমাৰ পৰিয়ালত মোৰ এৰাব নোৱাৰা অৱস্থিতি, মোৰ হস্তক্ষেপ তাই স্বীকাৰ কৰি ল'ব পৰা নাই। তাইৰ জীৱনটো আৰু জীৱনধাৰণ পদ্ধতিটো সহপাঠীহঁতৰ লগত একাকাৰ কৰি পেলাব খোজে। সহপাঠীহঁতৰ পিতৃ আৰু মাতৃক একেলগে দেখে বা কোনোবা এজনকহে দেখে। বিপৰীতে তোমাক আৰু মোক একেলগে দেখে। এই বয়সত তাইৰ জীৱনবোধ এনে হোৱা স্বাভাৱিক। যিখন সমাজত, যি পৰিৱেশত ৰুমী ডাঙৰ হৈছে, তুমি আৰু মই বাস কৰো, তাত এনে হোৱাটো খুবেই সাধাৰণ কথা। মাথোঁ এখন সমাজৰ আবহাৱাৰ কথা নহয় গোটেই ভাৰতবৰ্ষৰে বিশেষকৈ ভৈয়ামৰ মানুহখিনিৰ ধ্যান-ধাৰণা এনেধৰণেৰে। কোনো কথাই সহজভাৱে গ্ৰহণ নকৰি জীৱনৰ মধুৰ সময়বোৰ গধুৰ কৰি তোলা অভ্যাস।

অৰুণাভ ছাৰৰ সামাজিক ব্যাখ্যা শুনাৰ আগ্ৰহ মোৰ সমূলি নাছিল। মোৰ বাবে মাথোঁ অসহনীয় আছিল তেওঁৰ প্ৰতি প্ৰদৰ্শন কৰা ৰুমীৰ ৰূঢ় ব্যবহাৰ। ৰুমীক বাৰু কোনোবাই সোধে নেকি অৰুণাভ ছাৰ কি সূত্ৰে তাইৰ অভিভাৱক? অৰুণাভ ছাৰ তাইৰ কি হয়? মোৰ কি হয়? কয় নেকি কোনোবাই যে এয়া এজনী তৃতীয় শ্ৰেণীৰ চাকৰিয়াল আৰু বচৰ মাজৰ সম্পৰ্ক নে? ৰুমীৰ বয়স হোৱা নাই এক অগতানুগতিক সম্পৰ্ক বুজি পোৱাৰ। মানুহবোৰৰ মতেতো সম্পৰ্কবোৰ গতানুগতিক হ'ব লাগে। এজন পিতৃ মাথোঁ পিতৃ, তেওঁ কেতিয়াও বন্ধু হ'ব নোৱাৰে। এজন বন্ধু মাথোঁ বন্ধু, তেওঁ কেতিয়াও অভিভাৱক হ'ব নোৱাৰে। এজন স্বামী মাথোঁ স্বামী, তেওঁতো আন একো হ'ব নোৱাৰে। কিন্তু কোনোবাই সুধিলেই বা! ৰুমীকতো আমি মৰমত বুৰাই ৰাখিছো। তাই কেনেকৈ আমাৰ মৰম নেওচি এনেধৰণৰ কটু কথা ভাবিব পাৰে!

মই অৰুণাভ ছাৰৰ চকুযোৰ ঢাকি ৰখা হাত দুখন লাহেকৈ আঁতৰাই দিলো। তেওঁৰ চকুযোৰ সেমেকা, ঢলঢলীয়া। প্ৰথমবাৰৰ বাবে মই তেওঁৰ চকুযোৰ মচি দিলো। এই চকুযোৰে মোক এদিন হাঁহিবলৈ শিকাইছিল। মই এই চকুযোৰ সেমেকি উঠা চাব নোৱাৰো। ক'লো—

ঃ ছাৰ মই ৰুমীক সুধিম। কথাবোৰ বুজাম। চব্ ঠিক হৈ যাব। আকৌ আগৰ দৰে ৰুমী, জিমি, আপুনি আৰু মই কেৰেম খেলিম। এতিয়া উঠক না — আকাশদ্বীপ মাৰ্কেটৰ কফি হাউচত একাপ কফি খাই আহোঁ।

আমি দুয়ো আকাশদ্বীপ মাৰ্কেটত সোমাইছিলোগৈ। কফি হাউচত এখনো চকী খালী নাছিল। কিন্তু অৰুণাভ ছাৰক দেখাৰ লগে লগে বহুকেইখন চকী তৎক্ষণাত খালী হৈ পৰিল। নমস্কাৰ গুড্ ইভিনিঙৰ সোঁত বৰলৈ ধৰিলে আৰু এসময়ত আমি দুয়ো গুড্ ইভিনিঙৰ পৰা ৰক্ষা পালো। দুকাপ কফি ল'লো আৰু মাৰ্কেটলৈ অহা মানুহবোৰলৈ চাই ৰ'লো। অৰুণাভ ছাৰে সুধিলে—

ঃ চপিং কৰিবা বী?

ঃ কৰিবলগীয়া নাই ছাৰ।

ঃ নাথাকক। বজাৰত ফুৰো। কিবা ভাল লাগিলে কিনিম।

ঃ বেছ্।

আমি বজাৰত ফুৰিছিলো। অৰুণাভ ছাৰে চাই থাকিল, মই মাছৰ দৰ-দাম কৰিলো। শাক-পাচলিৰ এখন স্থানীয় বজাৰ আছে। আমি দুয়ো সেই বজাৰখনলৈ গ'লো। শাৰী-শাৰীকৈ পাহাৰী ছোৱালী, তিৰোতাবোৰে স্থানীয় উৎপাদিত সামগ্ৰী বেচিবলৈ আনে। বিশেষকৈ শাক-পাচলি। পাচলি লওঁতে লওঁতে সিহঁতৰ মাজৰে ৱামী নামৰ ছোৱালীজনী আপোন বান্ধৱী হৈ পৰিল। অৰুণাভ ছাৰক মই আগতেও তাইৰ কথা আৰু সিহঁতৰ বজাৰখনৰ কথা কৈছো। শীতকালত বজাৰখনৰ শোভা বাঢ়ে বেছিকৈ। শীতকালত সেউজীয়া শাক-পাচলিৰ উৎপাদন ভাল। সিহঁতৰ দোকান ঘৰ নাই। মূৰৰ ওপৰত

চালিও নাই। চালি মাথোঁ আকাশখন। বিদ্যুৎ বাতি, লণ্ঠন আনকি কেৰাচিনৰ চাকিও নজ্বলে। ওচৰৰে ডাঙৰ দোকানবোৰৰ পৰা উফৰি অহা বিদ্যুৎ চাকিৰ পোহৰতে সিহঁত জিলিকি থাকে। য়ামি কম বয়সীয়া ছোৱালী। অৰুণাচলৰ ছোৱালী এনেয়ে হাঁহিৰ নিজৰা। য়ামি কিন্তু নিজৰাবো অন্যতম। তাই হাঁহিৰ এখন খৰস্রোতা নদী। তাইৰ পৰা শাক-পাচলি কিনা মাদকতাই বেলেগ। দৰ-দাম কৰাৰো অন্য এক সোৱাদ। আঙুলিৰ মূৰতেই তাইৰ যোগ বিয়োগ, পূৰণ হৰণ সমস্ত। পলকতে কৰি পেলায় জীৱনৰ সমস্ত হিচাপ। দৰদাম কৰিলে সিহঁতে কিনো ফূৰ্তি পায় নাজানো। হাঁহিত বাগৰি পৰে। যথেষ্ট সস্তাতো দিয়ে বস্তু। সিহঁতৰ বজাৰখনত ইমূৰৰ পৰা সিমূৰলৈ কেইবা পাকো মাৰো মই। কেইবাখনো দোকানৰ পৰা পাচলি লওঁ। কচু, ঢেঁকীয়া, খুতৰা, জিলমিল আৰু সজীৱ-সতেজ লাই। য়ামিৰ দোকানত মই থমকি ৰওঁ। তাই বৰ ধুনীয়া। পাচলিৰ সলনি তাইৰ কঁহুৱাবু দৰে কোমল ঢকঢকীয়া বগা মুখখনতহে গ্ৰাহকৰ চকু থমকি ৰয়। মোৰো। চকুৰে মুখে তাইৰ মাথোঁ উপচি পৰে হাঁহি, আনন্দ। তাইক দেখিলে হঠাৎ যেন মই সলনি হৈ যাওঁ। এনে লগে ক্ষণিকতে যেন অণু-পৰমাণু হৈ মোৰ শিলাময় দুখবোৰ উটি গুচি যায়। সোণসেৰীয়া হাতেৰে মুঠিয়ে মুঠিয়ে তাই আগবঢ়াই দিয়া লাইবোৰলৈ চাই মোৰ এনে লাগে তাইৰ বুকুতেই যেন গজালি মেলে এমুঠি সেউজীয়া লাই-পালেং-মধুসুলেং পৃথিৱীৰ সমস্ত সেউজ। ওহোঁ তাইক দেখিলে ধাৰণাই নহয় যে তাই ব্যৱসায় কৰে। এনে লাগে সন্মুখত সেউজীয়া কিছুমান লৈ তাই যেন ওমলিহে থাকে। তাইৰ লগত মোৰ মাথোঁ দৰ-দামেই যে হয় এনে নহয় লাহে লাহে আমি দুয়ো কেতিয়া বান্ধৱী হৈ পৰিলো গমকে নাপালো আৰু বান্ধৱীৰ মাজততো বিভিন্ন কথা-বতৰা হয়। আমাৰ মাজতো হয়। মোৰ ৰুমী-জিমিৰ কথা, তাইৰ মনৰ মানুহজনৰ কথা, তাইৰ ঝুমখেতিখনৰ কথা। কোনখন পাহাৰতনো তাইৰ ঝুম খেতিখন আছে তাই মোক অতি আগ্ৰহেৰে কয়। নাই — কোনদিশে আছে ক'ব নাজানে। আঙুলিয়াই দিয়ে।

ঃ সৌফালে — সৌ পাহাৰটো য'ত শেষ হৈছেগৈ তাতেই, য'ত ডাঙৰ ডাঙৰ শিলবোৰ আছে — ঝৰ্ণা আছে, চৰাই আছে...

কেতিয়াবা মই গৈ দেখোঁ য়ামি বজাৰলৈ অহাই নাই। এনে লাগে বজাৰখন যেন নিষ্প্ৰাণ হৈ আছে। তাইলৈ বৈ থাকো মই। হঠাৎ দেখোঁ মূৰত হোৰা লৈ য়ামি বজাৰলৈ আহিছে। মেটমৰা বোজা কঢ়িয়াই তাই হাঁহি হাঁহি আহিছে। কুঁজা হৈ আহিছে। প্ৰচণ্ড শীততো তাই ঘামি-জামি আহে। তাইক বিৰল ছবি এখন যেন লাগে। শীতৰ বজাৰখনলৈ উম এজোলোকা নামি অহা যেন লাগে। তাইৰ পোন পোন কান্ধলৈকে পৰা চুলিকোছা প্ৰায়ে খোল খাই থাকে। মোৰ খুউব হাঁহি উঠে — কেতিয়াবা তাই ভৰাদুটিৰ দৰে সৰু সৰু চকুদুটাত কাজল অকণ সানে। কাজলৰ ৰেখাডাল তাই মসৃণকৈ সুন্দৰকৈ আঁকিব নাজানে। কাজল সানোতে বোধহয় তাইৰ

হাতখন কঁপে। কাজলৰ ক'লা অকণ আহি বাহিৰতো লাগেহি। কিন্তু তাইৰ ৰূপ দুগুণে চৰে। মই তাইলৈ বৈ থকা দেখি তাই হাঁহি হাঁহি থাকিবই নোৱাৰা হয়। তাই অহাৰ লগে লগে গ্ৰাহকে ভিৰ কৰেহি। পাচলিৰ গ্ৰাহকো, তাইৰ ৰূপৰ উপাসকো। তাই কিন্তু আগতে হাঁহি লয়। কোবাল হাঁহি। বুকুৰ পাৰাপাৰহীন নিঃসংগতা ধৌৱাই নিয়া হাঁহি।

তাইৰ বিষয়ে অৰুণাভ ছাৰক মই অলেখবাৰ কৈছো আৰু সিহঁতৰ বজাৰখনৰ বিষয়ে। অৰুণাভ ছাৰে সিহঁতক প্ৰাণ ভৰি চালে। য়ামিকো চালে মুগ্ধ হৈ। দুয়ো তৎক্ষণাত বহুত কথা পাতিলে। আমি পাচলি লৈ উভতি আহোঁতে য়ামিয়ে পিছফালৰ পৰা চিঞৰিলে—

ঃ চাহাব — আকৌ আহিবি!

কিয় জানো য়ামিৰ মাতটো কাণত নহয়, বুকুত সোমাই পৰিল। বুকুত খুন্দা খাই বাৰে বাৰে প্ৰতিধ্বনিত হৈ থাকিল—

ঃ চাহাব আকৌ আহিবি!!

অন্তৰত আকুল আহ্বান থকা য়ামিৰ অনুৰোধ, একেই আন্তৰিকতা ভৰা অৰুণাভ ছাৰৰ উত্তৰ—

ঃ আহিম য়ামি — আকৌ আহিম!

অৰুণাভ ছাৰক সুধিছিলো—

ঃ য়ামিক কেনে লাগিল ছাৰ? তাই মই কোৱাৰ দৰে হয়নে?

ঃ এক্সিলেন্ট — য়ামিৰ যি বন্য সৰলতা এই সৰলতা আধুনিক ভাষাৰে বৰ্ণনা কৰা নাযায়। এই সৰলতা মাথোঁ অনুভৱহে কৰা যায়। য়ামি আজীৱন শিশু। শিশুৰ দৰে সৰল। নহয়নে?

ঃ হয় ছাৰ।

আমি এনেয়ে বজাৰত ঘূৰি ফুৰিছিলো। ভাল-লগা বস্তু কিনিছিলো। জিমিৰ বাবে খেলৰ সামগ্ৰী কমীৰ বাবে খাৰু, মণি, ক্লিপ আৰু কলম, পেঞ্চিল। কমীৰ বাবে, বস্তু কিছুমান বাছি লৈ অৰুণাভ ছাৰ অন্যমনস্ক হৈ পৰিল। মই কিছুসময় তেওঁৰ আলেখলেখ লক্ষ্য কৰি সুধি পেলালো—

ঃ কি হ'ল ছাৰ?

ঃ বী, আমি হয়তো কথাবোৰ বৰ বেছিকৈ ভাবিছো। কমীৰ কোনোবা সহপাঠীৰ লগত কাজিয়া-পেচালো হ'ব পাৰে।

ময়ো ভাবিলো, হ'ব পাৰে। ভবাৰ লগে লগে মনটো কিছু পাতল হ'ল। আমি উভতিলো, একেই পথেৰে। বিদ্যুৎ চাকিৰে ইটানগৰখন সেইদিনাও তিৰ্‌বিৰাই উঠিছিল। মোৰ প্ৰথম দিনাৰ কথা মনত পৰিছিল। যিদিনা অৰুণাভ ছাৰৰ গাড়ীত মই প্ৰথম ঘৰলৈ উভতিছিলো, বিদ্যুৎ চাকিৰ মাজেৰে — মেঘৰ মাজেৰে। মই তেতিয়া এতিয়াৰ এই টপ্ টপকৈ কথা কোৱা মায়াবীজনী নাছিলো। মই আছিলো মৌন ম্ৰিয়মাণ

সংকুচিত মায়াৰী। ভাবি মোৰ হাঁহি উঠিল। মই হাঁহি দিলো। অৰুণাভ ছাৰে সুধিলে—

: কি হ'ল বী?

: ছাৰ, প্ৰথম দিনা আপোনাৰ গাড়ীত ঘৰলৈ অহাৰ কথা মনত পৰিছে।

হঠাৎ ব্ৰেক মাৰি অৰুণাভ ছাৰে পথৰ দাঁতিত গাড়ী ৰখাইছিল। চাৰিওফালে চাইছিল। এনেদৰে যেন তেওঁ এই নগৰখন প্ৰথমবাৰৰ বাবে দেখিছে। তেৰোঁ হাঁহিলে। আবেগ ভৰা হাঁহি। ক'লে—

: বী সেইদিনা এই নগৰখন দেখি ইমান অভিভূত হৈ পৰিছিলো যে মই তোমাক বুজাব নোৱাৰো। আবেগ মিশ্ৰিত আনন্দত মই বহু কথাই কৈছিলো। বহুকথাই সুধিছিলো তোমাক। তুমি কিন্তু এষাৰ কথাহে বেছিকৈ কৈছিলা। কি কথা কোৱাচোন!

: কি কথা ছাৰ?

: 'মই নাজানো ছাৰ' হয়নে?

হাঁহিছিলো আমি দুয়ো। কৈছিলো—

: সঁচাকৈ তেতিয়া মই একো জনা নাছিলো ছাৰ।

বিদ্যুৎ চাকিবোৰৰ পৰা চকু আঁতৰাই আনি আমি দুয়ো দুয়োলৈ চাই ৰৈছিলো। হয়তো সেই দিনটোলৈ উভতি যাব খুজিছিলো। চকুৰ আইনাৰ মাজেৰে। ক'ৰবাৰ পৰা অকাৰণ দুখৰ বতাহ এচাটি উফৰি আহি আমাক কোবাইছিল। সেমেকি উঠিছিল চকু। এই যেন বৰষুণ হ'ব। মই অৰুণাভ ছাৰৰ হাতখনক কৈছিলো—

: ছাৰ, বলক এতিয়া যাওঁ।

অৰুণাভ ছাৰ কিন্তু হঠাৎ সেই দিনটোত এনেকৈ সোমাই পৰিছিল যেন ওলাই অহা পথ ৰুদ্ধ। সেইদিনা অৰুণাভ ছাৰক মই য়ামিৰ দৰে কোৱা নাছিলো — ছাৰ আকৌ আহিব। কোনোদিনেই কোৱা নাই। তেৰোঁ কোনোদিনেই নহাকৈ থকা নাই।

: সেইদিনা তোমাৰ ৰুমী-জিমিক মই প্ৰথমবাৰৰ বাবে দেখিছিলো। কপাহৰ পুতলা যেন তোমাৰ সন্তান দুটি দেখি মোৰ খুউব ভাল লাগিছিল। হয়তো তোমালৈ মোৰ অকণমান ঈৰ্ষাও হৈছিল কোনোবাখিনিত। সিহঁতক চুই চাবলৈ মোৰ খুউব মন গৈছিল।

তেওঁ লাহে লাহে গাড়ী চলাইছিল আৰু স্মৃতিৰ কৰণিৰ পৰা সৰু সৰু ৰঙীণ ফুল কিছুমান বুটলি আনিছিল এপাহি দুপাহিকৈ।

এসময়ত মোৰ ঘৰৰ সন্মুখত গাড়ী ৰ'লহি। অৰুণাভ ছাৰ সেইদিনা মোৰ ঘৰত নোসোমাল। ক'লে—

: আজি আৰু নোসোমাও বী, অ'কে?

মই জোৰ নকৰিলো। তেওঁ গ'লগৈ। কিছু সময় মই পদূলিতে ৰৈ থাকিলো। আকাশত সেইদিনাও বহুত তৰা আছিল। মই অকলশৰীয়া তৰা এটি বিচাৰিবলৈ ধৰিলো। জোনটি অৰুণাভ ছাৰৰ পিছে পিছে ঢপলিয়াইছিল।

ৰুমী-জিমি পঢ়া টেবুলত। মই সিহঁতলৈ চাহ-মিঠাই তৈয়াৰ কৰাত লাগিলো।

জিমি পাকঘৰলৈ আহি চাহ-মিঠাই খালে। কমী নাহিল। তাই স্কুলৰ পৰা আহিও ভাত খোৱাহি নাই। মই চাহ-মিঠাই লৈ তাইৰ কোঠাত সোমালো। তাই একান্ত মনে কিবা লিখি আছে। মই তাইৰ জোপোহা চুলিকোছাত হাত বুলাই দিলোঁ।

ঃ তুমি হেনো স্কুলৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ পাইছা? মোক পুৰস্কাৰ কিয় দেখুওৱা নাই?

তাই টেবুলত থোৱা ধুনীয়া পুৰস্কাৰটো নীৰৱে মোৰ হাতত তুলি দিলে।

ঃ বাঃ ইমান সুন্দৰ। ৰ'বা মই তোমালৈ কি আনিছো চোৱাচোন।

মই বজাৰৰ পৰা তাইলৈ অনা খাৰু, মণি, ক্লিপবোৰ দেখুৱালো। তাই লিৰিকি-বিদাৰি চালে।

ঃ ধুনীয়ানে?

তাই মূৰ জোকাৰিলে। ধুনীয়া। তাই নীৰৱে চাহ-মিঠাই খোৱাৰ সময়ত মই ফণিখন লৈ তাইৰ জধলা হৈ থকা চুলিকোছা ফণিয়াবলৈ ধৰিলো। সুধিলো—

ঃ মনটো মাৰি আছা কিয়? তুমি আজি স্কুলৰ পৰা আহি ভাতো খোৱা নাই। কাৰোবাৰ লগত কিবা লাগিছে নেকি?

তাই মূৰ জোকাৰিলে, নহয়।

ঃ তোমালোক এনেকৈ থাকিলে মই বৰ কষ্ট পাওঁ। তোমালোকৰ মুখত হাঁহি নেদেখিলে মোৰ চকুৰে আন্ধাৰ দেখা যেন লাগে। তোমালোকে ভাত নাখালে মই বৰ আঘাত পাওঁ। দিনে-নিশাই মই তোমালোকৰ কথাকে চিন্তা কৰি থাকোঁ। তোমালোকে যাতে দুখ নোপোৱা তাৰেই যত্নত থাকোঁ। মোক জানো তোমালোকে ভাল নোপোৱা? কিবা সমস্যা হ'লে মোক খোলাখোলিকৈ কোৱা। মোলৈ ভয় কৰি, মই বেয়া পাওঁ বুলি কোনো কথা নুলুকুৱাবা কমী।

কমীয়ে চাৎ কৰি মূৰ তুলি মোলৈ চাই সুধিলে—

ঃ তুমি আজি স্কুললৈ নাহিলা কিয় মা?

ঃ মোৰ গাটো ভাল লগা নাছিল সোণ।

ঃ কিন্তু মোৰ অভিভাৱক হৈ অৰুণাভ আংকল কিয় আহিল?

ঃ তাতে কি হ'ল? তেওঁ তোমালোকৰ অভিভাৱক হয় কমী। মোৰ বাদে তোমালোকৰ খবৰ ৰখা মানুহ এই পৃথিৱীত মাথোঁ তেৱেঁই আছে।

ঃ সকলোৰে মাক দেউতাক আহে। নহ'লে কোনো ন'হে।

ঃ সিহঁত দুৰ্ভগীয়া কমী। সিহঁতৰ কাৰো 'অৰুণাভ আংকল' নাই।

কমীক আৰু একো বুজাব পৰা মোৰ শক্তি নাছিল। মোৰ মুখৰ মাত হেৰাই গৈছিল। ডিঙিত দুখে সোপা মাৰি ধৰিছিল। চকুযোৰ বৰবিছিল। মই বাহিৰলৈ ওলাই আহিছিলো। শেৱালিজোপাৰ তললৈ। টপ্ টপ্‌কৈ চকুৰ পৰা পানী দুটোপাল মান সৰি পৰিল। অৰুণাভ ছাৰ ওচৰত নাছিল। থকাহেঁতেন ক'লেহেঁতেন—

ঃ দেয়াৰ ইজ্ আনাদাৰ অ'চেন।

যন্ত্ৰচালিতৰ দৰে ৰন্ধা-বঢ়া কৰিছিলো। মই যন্ত্ৰ নে মানুহ তাৰ খবৰ ৰখাৰ ৰুমী-জিমিৰ বোধহয় প্ৰয়োজন নাছিল। সময়ো নাছিল সিহঁতৰ। সিহঁতে নিৰ্বিবাদে ভাত খালে। উঠি গ'ল। ময়ো কোঠাত সোমাই লাইটটো অফ কৰিলো। ভাল লাগিল। ইমান সময়ে অকণমান আন্ধাৰৰ বাবে মই হাহাকাৰ কৰিছিলো। যেন আন্ধাৰত নিজক লুকুৱাব পাৰিলেই মোৰ সকলোবোৰ সমস্যাৰ সমাধান হৈ যাব। আন্ধাৰতেই যেন লুকাই আছে অপাৰ শান্তি। ইমানদিনে মই বুজিহে পোৱা নাছিলো। আন্ধাৰবোৰ ভাল, বিশ্বাসঘাতকতা নকৰে। কাকো একো কৈ নিদিয়ে। চকুৰ পানীবোৰ কাকো নেদেখুৱায়।

আনদিনৰ দৰে বহুৰাতিলৈ ৰুমীয়ে পঢ়ি থাকিল। জিমি শুলে। শেষ ৰাতি মই এটা অদ্ভুত সপোন দেখিলো। য়ামিৰ দোকানত তাইৰ সলনি মই। অৰুণাভ ছাৰে দোকানৰ পৰা সেউজীয়া পাচলিবোৰ মোনা ভৰাই লৈছে। চাওঁতে চাওঁতে মোৰ দোকানখন উদং হ'লগৈ। সকলোবোৰ লৈ পিছলৈ ঘূৰি চাই চাই অৰুণাভ ছাৰে গৈছেগৈ। মোক শূন্যতাই হঠাৎ বেৰি ধৰিছে। সেউজীয়া শাক পাচলিবোৰ যেন মোৰ বুকুতহে গুঁজি উঠিছিল। হঠাৎ লৈ যোৱাত বুকুখন খালী হৈ গ'ল। তেওঁ মোলৈ চাই হাত জোকাৰিছে। মই হৃদয়ৰ সমস্ত আৱেগ ঢালি চিঞৰিছো—

ঃ আকৌ আহিব ছাৰ — আকৌ আহিব...

সাৰ পাইছিলো। সহ্য হোৱা নাছিল শব্দকেইটা। বৰ নিষ্ঠুৰ শব্দ... 'ছাৰ আকৌ আহিব।' সেইকেইটা অৰুণাভ ছাৰক কেনিবা লৈ গুচি যোৱা শব্দ।

অফিচত পুৱা মোক দেখাৰ লগে লগে অৰুণাভ ছাৰে সুধিছিল ৰুমীৰ কথা।

ঃ ৰুমীয়ে তোমাক কিবা ক'লেনে বা?

ঃ অহ! সাধাৰণ কথা ছাৰ, আমি এনেয়ে ব্যস্ত হৈছিলো। মই নোযোৱাৰ বাবে বেয়া পাইছে। অভিমান! আৰু জানে ছাৰ কালি আমি কিনি অনা বস্তুবোৰ তাই খুউব পছন্দ কৰিছে। চুলিত ক্লিপযোৰ মাৰি পখিলাজনীৰ দৰে স্কুললৈ গৈছে।

ঃ হয়?

অৰুণাভ ছাৰে হাঁহি হাঁহি ক'লে। মোৰ অভিনয় ধৰা পৰি যায় বুলি তৎক্ষণাত মই ফাইলৰ কথা উলিয়ালো। অৰুণাভ ছাৰে কোনোমতেই অফিচত কাম কমিবলৈ নিদিছিল। এক কথাত ক'বলৈ হ'লে তেওঁ খুঁচৰি খুঁচৰি কাম উলিয়াইছিল। জীৱনত যেন অৱকাশৰ কোনো স্থানেই তেওঁ থাকিবলৈ নিদিব। হঠাৎ এদিন মই পুৱাতে তেওঁক ফোন কৰিলো—

ঃ ছাৰ।

মোৰ মাতটো ভাগি পৰিছিল। তেওঁ ব্যস্ত হৈ সুধিলে—

ঃ কি হ'ল বা?

ঃ ছাৰ, মই কেইদিনমান অফিচলৈ যাব নোৱাৰিম।

ঃ কিয়? কি হ'ল বী?

ঃ ছাৰ ৰুমী...

ঃ কি হ'ল ৰুমীৰ বী? গা ভাল নহয় নেকি?

ঃ হয় ছাৰ।

কেইটামান মুহূৰ্ত মই একো ক'ব নোৱাৰিলো।

ঃ কি হৈছে?

তেওঁ কেইবাবাৰো সুধিলে—

ঃ ছাৰ, ৰুমী ঋতুমতী হ'ল।

তেৰোঁ কেইটামান মুহূৰ্ত একো নক'লে। টেলিফোনৰ দুয়ো দিশত দুয়োৰে নিশ্বাসে মাথোঁ পৰম্পৰক সাঁহাৰি দিলে। অৰুণাভ ছাৰে সুধিলে—

ঃ ৰুমীৰ বয়স কেইবছৰ হ'ল বী?

ঃ মাথোঁ এঘাৰ বছৰ ছাৰ।

ঃ হয়তো! সৌ সিদিনাহে তাই দহবছৰীয়া বাৰ্থডে হ'ল। নহয়? মই প্ৰথম দেখোঁতে তাই ছবছৰীয়া আছিল নহয়?

ঃ হয় ছাৰ।

দুপৰীয়া অৰুণাভ ছাৰ আহিছিল। ঘৰৰ ভিতৰত তেতিয়া এক উলস্থলীয়া পৰিৱেশ। ভিতৰত আছিল চুবুৰীয়া আয়তীসকল আৰু তেওঁলোকৰ উৰুলী। ৰুমীৰ বাবে ধানখেৰৰ আছুতীয়া এখন শয্যা — মাটিৰ শীতল পৰশ থকা। মোৰ বুকুখন সেমেকি উঠিছিল। অৰুণাভ ছাৰ অহা গম পাই মই ড্ৰয়িং ৰুমলৈ আহি ক'লো—

ঃ আপুনি বহক ছাৰ। জাতিগত প্ৰথা কিছুমান আছে। ৰুমীক সাতদিনলৈকে ভিতৰত ৰাখিব লাগিব। সাতদিনলৈ তাই জোন, বেলি, তৰা আৰু পুৰুষক মুখ দেখুৱাব নোৱাৰিব। মজিয়াত শুব। ফলমূল খাব।

ঃ আই চী! তাই কষ্ট নাপাব?

ঃ পাব ছাৰ। তথাপি যৌৱনক আদৰি অনা আমাৰ জনমে জনমে চলি অহা এয়া জাতিগত পৰম্পৰা।

ঃ অৱশ্যে, তথাপি বী, তুমি শিক্ষিত নাৰী। জাতিগত প্ৰথা হ'লেও অবিজ্ঞানসন্মত নিয়ম বিসৰ্জন দিয়া উচিত। যাতে তাইৰ স্বাস্থ্যহানি নহয়।

ঃ নিশ্চয়, মই খেয়াল ৰাখিম ছাৰ।

অৰুণাভ ছাৰ যাবলৈ উঠিল। হঠাৎ তেওঁ আগবাঢ়ি আহি মোৰ চকুযোৰ মচি দিলে। মই অপ্ৰস্তুত হ'লোঁ। সেমেকা চকুযোৰ কেতিয়ানো ভৰি আহিছিল গমকে নেপালো।

সেইকেইদিন মই ঘৰতে থাকিলো। ৰুমীৰ মূৰৰ শিতানত মাটিৰ চাকি এগছি জ্বলি থাকিল। দুণৰিত। মই তাইক কেঁচা ফলমূল, কেঁচা বুটমাহ খাবলৈ দিওঁ। তাই এটি

এটিকৈ মুখলৈ নিয়ে। মই তাইৰ মুখখনলৈ চাই ৰওঁ। তাই হঠাৎ ডাঙৰ হোৱাৰ দুখ মোৰ বুকুত শিল এটাৰ দৰে গধুৰ হৈ আছে। মোৰ কাণত এতিয়াও তাইৰ মাতকেইটা থুন্‌পাক হৈ বাজে। অৰুণাভ ছাৰে ফোন কৰে। মই কওঁ কেনেকৈ আয়তীসকলে দুণৰিটো সজালেহি। কেনেকৈ দুণৰিটোত মাটিৰ চাকিটো জ্বলি থাকে দিনে-নিশাই। অৰুণাভ ছাৰে কাণ পাতি শুনে।

নিৰ্দিষ্ট দিনত আয়তী-নামতীসকল পুৱাতে আহি পালেহি। তিৰোতা-ছোৱালীৰে ঘৰখন উদুলি-মুদুলি লাগিল। ঘৰৰ পৰা মা আৰু কাবেৰী আহিল। পদূলিত এযোৰ কলপুলি পুতিলে। শাৰী শাৰীকৈ আমডালি গাঁথিলে। চাৰিওফালে চাৰিটা কলপুলি পুতি বেই এখন সাজিলে আৰু এটা কলপুলি পোতা হ'ল বেইৰ সন্মুখত। সময়ত ৰুমীক আয়তীসকলে আঁৰ-বেৰ দি নোৱাবলৈ নিলে। মাহ, হালধি অকণ তাইৰ ভৰি হাতত সানি দিবলৈ লৈ মই ভাগি পৰিলো। কান্দি পেলালো। একো নুবুজি তায়ো কান্দি পেলালে। তাই আয়তীসকলে শিকাই দিয়া ধৰণে সন্মুখৰ কলপুলিটোত মালা এধাৰী পিন্ধাই সেৱা এটা কৰিলে। কাবেৰীয়ে তাইক দাঙি লৈ আহিল আমাৰ সৰু চোতালখনৰ সৰু ৰভাখনিৰ তললৈ। আয়তীয়ে জোলোকা-জোলোকে উৰুলী দিলে। নামতীয়ে নাম জুৰিলে। *টেবুলৰ ফুলদানী হাতলৈ লোৱা / দেউতাৰাই সুধিছে কি লাগে কোৱা / দেউতা শব্দটোহে কেনেবা লাগিল।* ৰং-ৰহইচ কৰিলে ছোৱালীবোৰে। কাবেৰীয়ে ৰুমীক সজাই দিলে। খমখমীয়া পাটৰ সেউজীয়া বুটা-বছা ৰঙা ৰিহা মেখেলাৰে। সুবাসিত তেল ঢালি তাইৰ চুটি জোপোহা চুলিকোছা পৰিপাটীকৈ ফণিয়াই খোপা বান্ধি দিলে। আখৈৰ মালা এডালে আলফুলে সাৰটি ধৰিলে খোপাটি। ৰঙাকৈ সেন্দূৰৰ ফোঁট এটাও দি দিলে। ৰুমীজনীক পুতলা কইনা যেন দেখা গৈছিল। তাইৰ গাৰ পৰা কেঁচা মাহ, হালধিৰ ফুৰফুৰীয়া গোন্ধ এটা ওলাই আছিল। কোলাৰ কইনাটোনো কি তাই সমূলি বুজি নাপায়।

নিশালৈ যেতিয়া সকলো নিয়ম-নীতি শেষ হ'ল অৰুণাভ ছাৰক মই এবাৰ আহি যাবলৈ ক'লো — একাপ চাহ খাই যাবলৈ। অৰুণাভ ছাৰ আহিছিল। ৰঙা ৰিহা মেখেলা, ফুলাম খোপা, ৰঙা সেন্দূৰৰ ফোঁটেৰে ৰুমীজনীলৈ তেওঁ তধা লাগি চাই ৰ'ল। কাবেৰীৰ নিৰ্দেশত ৰুমীয়ে তেওঁলৈ তামোল-পাণ-মছলাৰ বটাখন আগবঢ়াই দিলে। তেওঁ দুটা আঙুলিৰে মচলা দুটামান লৈ তধা লাগি ৰুমীলৈ চাই ৰ'ল। চায়েই ৰ'ল। তেওঁ ৰুমীলৈ অনা বিৰাট উপহাৰটো তাইৰ হাতত তুলি দিলে। এটা মস্ত টেডী বিয়েৰ। ইমান ডাঙৰ টেডী বিয়েৰ যে ৰুমীৰেই সমান। ঘৰখনত গোট খোৱা সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ মাজত টেডী বিয়েৰটোৱে হুলস্থুল লগালে।

ঘৰখন এসময়ত শান্ত, নীৰৱ হ'ল। পুৱাৰ ভাগত মই ব্যস্ত ৰন্ধা, বঢ়া, অফিচ, স্কুল, টিফিন ইত্যাদি এশ এবুৰি কামত। দিনৰ দিনটো অফিচত ব্যস্ত। স্কুলৰ পৰা আহি ভাত-পানী খাই ৰুমী-জিমি শোৱে। সন্ধিয়া নৌহওঁতেই দুয়োটা ওলাই যায় টিউচনলৈ।

অফিচ ছুটীৰ পিছত মানুহবোৰ যেতিয়া যায়গৈ অৰুণাভ ছাৰ আৰু মই কাম কৰিবলৈ ফাইল খুলি লৈ এনেকৈ কথা পাতিবলৈ আৰম্ভ কৰো যে কেতিয়াবা খোলা ফাইল খোলাতেই থাকি যায়। আমি আগৰ দৰে সময় নোপোৱা হ'লোঁ। কোনেও কাকো একো নোকোৱাকৈ কোনো কৈফিয়ৎ নৰখাকৈ কোনেও কাৰো ওচৰত কোনো আক্ষেপ নৰখাকৈ আমি একেলগে কটোৱা সময়বোৰ কমি আহিবলৈ ধৰিলে। বন্ধৰ দিন হ'লেই আমি অৰণ্য, ঝৰ্ণা, চৰাই বিচাৰি নোযোৱা হ'লো। চাহ বাগিছালৈ, সোণগুটি ফুলা ধাননি পথাৰ চাবলৈ নোযোৱা হ'লো। ব্যস্ততো আমি আগেয়েও আছিলো। তথাপি ব্যস্ততাৰ মাজতে সময় উলিয়াই লৈছিলো। এতিয়া যেন অকাৰণতে সময়বোৰ কমি আহিল। মাজে মাজে ভাবো, কিয়? হঠাৎ ৰুমী ডাঙৰ হৈ যোৱাৰ পৰাই নেকি? অৰুণাভ ছাৰ আহে যদিও আগৰ দৰে সদায়েই নাহে। ঘণ্টাৰ পিছত ঘণ্টা মোৰ ঘৰত নবহে। ৰুমী-জিমিও আগৰ দৰে অৰুণাভ আংকলৰ পিছে পিছে নুঘূৰে। দুয়োটা নিজৰ কোঠাত পঢ়াত ব্যস্ত থাকে। সিহঁতৰ সৰু সৰু ৰঙীণ পেঞ্চিলবোৰ, সুৰীয়া ৰাইমছ্বোৰ এতিয়া জানো ক'ত হেৰাই গ'ল! লুডু, কেৰম্, বেড্‌মিণ্টন কেতিয়াবা জিমিয়ে অৰুণাভ ছাৰৰ লগত খেলে। আগৰ দৰে খেলা সময়ত ঘৰখন তালফাল নাথায়। দুৰ্বাদল কাজিয়াও নহয়। বৰং অৰুণাভ ছাৰ আহিলে ঘৰখন হঠাৎ গধুৰ হৈ পৰে। মই এটা বোজা ব'ব লগাত পৰে। তেওঁ গুচি যোৱাৰ পিছত বোজাটো পাতল হৈ পৰে কিন্তু দুখৰ পোক এটাই মোক কুটিবলৈ আৰম্ভ কৰে। তথাপি অৰুণাভ ছাৰক মই মোৰ ঘৰত চাহ একাপ খাবলৈ মাতিবই লাগিব। নমতাকৈ মই নোৱাৰো। মই মাতিলে নহাকৈ তেওঁ থাকিবও নোৱাৰে। দুখৰ বোজা আমি ব'বই লাগিব। কলিজাখন যেন দুখৰ কীটক কুটিবলৈ এৰি দিবৰ বাবেই আমি সযতনে ৰাখিছিলো। তেওঁ গুচি যোৱাৰ পিছত মই মাথোঁ আকাশখন চাওঁ — অকলশৰীয়া তৰা এটি...

আমি দুয়ো অফিচ ছুটীৰ পিছত প্ৰাণভৰি কথা পাতোঁ আৰু আমি বিদ্যুৎ চাকি ভৰা আকাশ দুখনৰ মাজেৰে সদায় ঘৰলৈ উভতো। কেতিয়াবা ৰেলিঙ্‌বিহীন ছাঁদত থকা সৰু হোটেলখনত চাহ খাওঁ। দূৰলৈ চাওঁ... বহুত দূৰলৈ! ধীৰ গতিত অৰুণাভ ছাৰে গাড়ী চলায়। যেন সময়বোৰ ধৰি ৰখাৰ অন্তিম প্ৰয়াস। অৱশ্যে তেওঁৰ ঘৰলৈ মই যাওঁ। যদিও আগৰ দৰে নিশাৰাণী ফুলালে মই ছাঁদত বহি বাট নাচাওঁ। ৰুমী-জিমি দিনে দিনে ডাঙৰ হৈ আহিছে। দিনে দিনে সিহঁতৰ ব্যস্ততাও বাঢ়ি আহিছে। আগৰ দৰে সিহঁত স্কুল বন্ধ হ'লেই মোমায়েকৰ ঘৰলৈ যাবলৈ নিবিচাৰে। বৰং গাঁৱৰ মোমায়েকৰ ঘৰখনৰ কথা ক'লে একপ্ৰকাৰ বিৰক্তি প্ৰকাশ কৰা যেনহে লাগে। এৰা, গৰম ভাতৰ ধোঁৱাই খোৱাৰ দৰে সিহঁতক মৰমে আমুৱালে। মৰমতকৈ বহুতো মূল্যবান বস্তু এই পৃথিৱীত আছে যিবোৰ সিহঁতে কণ কণ হাতেৰে এতিয়াই চুকি পাইছে। আমি নাপালো। নুবুজিলো। দুদিনমানৰ কাৰণে মোমায়েকৰ ঘৰলৈ গ'লে এসময়ত মোৰ টোপনি নহা ৰুমী-জিমি কিন্তু কিছুদিনৰ বাবে কেনিবা যোৱাটো মই বিচৰা হ'লো। হাঁহিবলৈ-

কান্দিবলৈ মোক অকলশৰীয়াকৈ ঘৰখন লাগে। স্বাধীনভাৱে, কোনো দায়বদ্ধতা নথকাকৈ। মোক একান্ত ব্যক্তিগত কিছু সময় লাগে অৰুণাভ ছাৰক দিবলৈ। তেওঁৰ বাবে একাপ কফি বনাবলৈ। একেলগে কিছুসময় বহিবলৈ। নিশাৰাণী ফুলা চাবলৈ আৰু ... আৰু অকলশৰীয়া তৰা এটি বিচাৰি উলিয়াবলৈ।

জিমিক কম্পিউটাৰ আনি দিবলৈ মই বাধ্য হৈছিলো। কিছুদিনৰ পিছত সি দাবী কৰিলে ইণ্টাৰনেট্ সংযোগ। অৰুণাভ ছাৰক সুধিলো দিয়া উচিত হ'বনে! তেওঁ ক'লে—

ঃ তুমি মাক বী। এইক্ষেত্রত মই অজ্ঞ। মোতকৈ তুমি অধিক বিবেচনা কৰিব পাৰিবা— ইণ্টাৰনেটৰ যোগেদি জিমিয়ে গোটেই পৃথিৱীখন চাব পাৰিব। বেয়া দিশবোৰৰ ভয়ত তাক ভাল দিশবোৰৰ পৰা বঞ্চিত কৰা উচিত হ'ব জানো?

অৱশ্যে যদিও অৰুণাভ ছাৰক সুধিছিলো মই ভালকৈয়ে জানিছিলো সাময়িকভাৱে এৰাই চলিলেও ৰুমী-জিমিয়ে যি বিচাৰে দিবলৈ এসময়ত মই বাধ্য হওঁ। সিহঁতৰ গোমোঠা মুখে মোক ঘৰখনৰ ভিতৰত খন্তেকো শান্তিত থাকিবলৈ নিদিয়ে। সিহঁতে হাঁহি মাতি ঘৰখনৰ পৰিৱেশটো সহজ কৰি নাৰাখিলে মই বৰ কষ্ট পাওঁ। বৰ অশান্তি পাওঁ। সিহঁতৰ বয়সত মই কান্দি কাটি নতুন কাপোৰ বিচৰাৰ দৰে সিহঁতে এতিয়া মোক কম্পিউটাৰ, ইণ্টাৰনেট বিচাৰে। এদিন ইণ্টাৰনেট্ সংযোগ লৈ দিলো। দুয়োটা খুউব আনন্দিত হ'ল। সিহঁতৰ আনন্দ দেখি মই সকলো পাহৰি পেলালো। ভাবিলো— ভালেই হ'ল। আধুনিক ল'ৰা-ছোৱালী সিহঁত। যুগৰ লগত খোজ মিলাবই। অৰুণাভ ছাৰে কোৱা দৰে ইণ্টাৰনেটৰ যোগেদি জিমি সঁচাকৈয়ে গোটেই পৃথিৱীখনৰ কাষ চাপি গ'ল। মাথোঁ সি দূৰলৈ গ'ল ঘৰখনৰ পৰা৷ মোৰ বুকুত সোমাই থকাৰ পৰা। মোৰ বুকুখনতকৈ ইণ্টাৰনেটৰ পৃথিৱীখন হাজাৰ গুণে ডাঙৰ। মই তাৰ আব্দাৰ-আমনিবোৰৰ অভাৱ বৰকৈ অনুভৱ কৰিবলৈ ধৰিলো। সি ক্রিকেট বেট্‌কেইডাল এৰিলে। বহুত কথা জনা হ'ল কণমানি জিমিটোৱে। মই লক্ষ্য কৰিছো সি কম্পিউটাৰতে বিভোৰ হৈ থাকে। তাৰ আন কোনো খাম-খেয়ালী নাই। কোনো খবৰ নাই। কাৰো প্ৰতি আগ্ৰহ নাই। কেতিয়াবা মোৰ অসুখ হয়। কেতিয়াবা খুউব ভাগৰি — কেতিয়াবা খুউব মন বেয়া লাগি মই ভাগি পৰো। নীৰৱে থাকোঁ। নাই জিমিৰ কোনো পৰিৱৰ্তন নাই। কোনো খবৰ নাই। কোনো কথালৈ সি উৎকণ্ঠিত নহয়। সি নিজক লৈ সকলো সময়তে ব্যস্ত। মই সিহঁতৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ খুউব যত্ন কৰোঁ। মনে মনে মই আশা কৰো মোৰ বাবে সিহঁত উদ্‌গ্ৰীৱ হৈ পৰক। ৰুমীৰ চৰিত্ৰ সুকীয়া। দিনে দিনে তাই যিমান ধুনীয়া হৈ পৰিছে সিমান মেজাজী হৈ উঠিছে। অৰুণাভ ছাৰ আহিলে তাইৰ মুখৰ ভাব-ভংগী সলনি হৈ যায়। কিবা এক অসন্তুষ্টি-অভিমানে তাইৰ ধুনীয়া মুখখন গোমোঠা কৰি পেলায়। পঢ়া কোঠাৰ পৰা ওলাই নাহে। অৰুণাভ ছাৰে দি যোৱা চকলেট এদম হয়গৈ। তাই এটাও নাখায়। আগৰ দৰে আংকল আংকল কৰি

দৌৰি অহা দূৰৰ কথা। কেতিয়াবা অৰুণাভ ছাৰে তাইক খেলিবলৈ মাতে। তাইৰ কোঠালৈ সোমাই যায়, খেমালি কৰে। দুৱাৰ মুখত বৈ কয়—

ঃ মে আই কাম ইন মেম্?

তাই জোৰ কৰি কেতিয়াবা হাঁহো নাহাঁহো কৰে। কেতিয়াবা একো নকয়। অৰুণাভ ছাৰে চিঞৰি উঠে—

ঃ মাই গড্ এই কণমনি ছোৱালীজনীয়ে ইমানবোৰ কিতাপ কেনেকৈ পঢ়িব — ইমান ডাঙৰ ডাঙৰ কিতাপ! কেতিয়াবা খেলিবও লাগে। আজি তেন্তে বেড্‌মিণ্টন।

ঃ ছৰী আংকল— মোৰ বহুত হ'মৱৰ্ক আছে।

ৰুমীয়ে কেতিয়াবা কয়, পঢ়িবলৈ আছে, কেতিয়াবা টায়াৰ্ড আদি অনেক অজুহাত দেখুৱাই তাই অৰুণাভ ছাৰৰ লগত নেখেলে। অৰুণাভ ছাৰে আঘাত পায়। যদিও তেওঁ হাঁহি-মাতি থাকে, তেওঁৰ চকুযোৰে মোক ফাঁকি দিব নোৱাৰে। তাতকৈ তেওঁ মোৰ ঘৰলৈ নাহিলেই মই ভাল পাওঁ। মই বুজি নাপাওঁ আঘাত পাবলৈ তেওঁ কিয় বাৰে বাৰে মোৰ ঘৰলৈ আহে। তেওঁৰ টেবুলৰ জাপ জাপ নিমন্ত্ৰণী-পত্ৰবোৰত তেওঁৰ বাবে থাকে বিনোদনৰ অজস্ৰ ৰহ্‌ঘৰা। তেওঁ যিমান ইচ্ছা সিমান আনন্দ কৰিব পাৰে। তেওঁ যিমান ইচ্ছা সিমান বেড্‌মিণ্টন খেলিব পাৰে। তেওঁক সংগ দিবলৈ সমকক্ষ বহুতো বিষয়া আছে। আছে স্বপ্না মেম্, ৰুবী মেম্, পূৰবী মেম্‌হঁতৰ দৰে পূৰ্ণ যৌৱনা যুৱতী। অৰুণাভ ছাৰ বাৰু ইন্দিৰা গান্ধী পাৰ্কৰ টেনিছ ক'ৰ্টখনলৈ খেলিবলৈ কিয় নাযায়! পুৱা-গধূলি তাত উচ্চ বিষয়াসকলে খেলি থকা প্ৰায়ে দেখা যায়। ৰাজভৱনৰ বেড্‌মিন্টন ক'ৰ্ট বা ইন্‌ডৰ ষ্টেডিয়ামলৈও তেওঁ যাব পাৰে। লেজী কমপ্লেক্স বা বিবেক বিহাৰৰ পুল ৰুমতো অফিচাৰসকলে খেলি সময় কটায়। কিয় বা তেওঁ নাযায় মই নোসোধো। সুধিলে হঠাৎ যদি তেওঁ বেজাৰ পায়! আকাশত অকলশৰীয়া তৰা এটি বিচৰা আৰম্ভ কৰি দিয়ে।

ৰুমীৰ অসন্তুষ্টি কিহত মই বুজি নাপাওঁ। মই বিচাৰি ফুৰো সেই দিনটো — কোনদিনা কোন মুহূৰ্তৰ পৰা ৰুমী হঠাৎ গোমোঠা-গহীনজনী হোৱা আৰম্ভ হৈছিল। তাইৰ মৰমৰ অৰুণাভ আংকলক বেয়া পোৱা হৈছিল— মা মা কৰি মোক ব্যতিব্যস্ত কৰি নোতোলা হৈছিল — জিমিৰ লগত কাজিয়া-পেছাল কৰি ঘৰখন উত্তাল কৰি নৰখা হৈছিল। নাই সেই নিষ্ঠুৰ দিনটো মই বিচাৰি উলিয়াব নোৱাৰো। মাজে মাজে মোৰ ভয় হয় অন্য মানুহৰ দৰে অৰুণাভ ছাৰ আৰু মোৰ সম্পৰ্কটো যদি তাই বুজি নাপায়? যদি তাই ভুল বুজি পেলায়? যদি এক অহেতুক জিদত তাই বেয়া পথত ভৰি দিয়ে আৰু তাইক শাসন কৰাৰ ক্ষমতা মই হেৰুৱাই পেলাওঁ?

অৰুণাভ ছাৰক হঠাৎ খুউব ভাগৰুৱা হৈ পৰা যেন আবিষ্কাৰ কৰিছিলো। প্ৰথমবাৰৰ বাবে মই লক্ষ্য কৰিলো তেওঁৰ টেবুলত ফাইলবোৰ আমন-জিমনকৈ শুই আছে। সন্মুখত মেলা কিতাপ — বৃহৎ এখন কিতাপ। গভৰ্ণমেণ্ট অৱ ইণ্ডিয়াৰ ৰুল-বুক।

ভাবিলো, তেওঁ গভীৰ কিবা বিষয় চিন্তা কৰি আছে। মই কেইবাবাৰো গৈ উভতি আহিলো। তেওঁ মগ্ন। মোৰ সন্দেহ হ'ল। এবাৰ মই গৈ তেওঁৰ কিতাপখনৰ পৃষ্ঠা নম্বৰটো চাই আহিলো। মই আচৰিত হ'লো যেতিয়া ঘণ্টাৰ পিছত গৈয়ো মই দেখিলো যে তেওঁ কিতাপখন এটা পাতো লুটিওৱা নাই। মই অধৈৰ্য হৈ উঠিলো। কাষলৈ গৈ কিতাপখনৰ পৃষ্ঠাটো লুটিয়াই দিলো। তেওঁ চমকি উঠিল। মোলৈ চাই ৰ'ল নীৰৱে।

ঃ কি হ'ল আপোনাৰ ছাৰ?

ঃ একোতো হোৱা নাই বী। মাথোঁ ভাগৰ অনুভৱ কৰিছোঁ।

ঃ ভাগৰ? শাৰীৰিক নে মানসিক?

ঃ নিঃসন্দেহে মানসিক। শাৰীৰিক পৰিশ্ৰমেই বা আছে কি!

ঃ সন্মুখত কিতাপ মেলি লৈ ঘণ্টাৰ পিছত ঘণ্টা বহি থাকিলে জানো ভাগৰ উপশম হ'ব ছাৰ?

ঃ কেতিয়াও নহয় বী।

ঃ তেন্তে ছাৰ বাহিৰলৈ যাব? ফুৰিবলৈ?

ঃ যাম দিয়া—

অৰুণাভ ছাৰ যোৱা নাছিল। তেওঁ ভাগৰুৱা কণ্ঠেৰে কৈছিল—

ঃ বহুত ফাইল পেণ্ডিং হৈ গ'ল নহয় বী?

তেওঁ ফাইল এটা টানি ল'বলৈ হাত মেলিছিল। মই ফাইলটো খুলি তেওঁলৈ আগবঢ়াই দিলো। তেওঁ তলমূৰ কৰি এটা ফাইল চাই মনে মনে আন এটা ফাইল খুলি ল'লে। নীৰৱে চালে, নোট লিখিলে, চহী কৰিলে, মই আন এটা ফাইল খুলিলো। তেওঁ মোৰ লগত কিছুমান সৰু সুৰা আলোচনা কৰি ফাইল চাবলৈ ধৰিলে। ফাইল চাই চাই তেওঁ মোক সুধিলে—

ঃ তোমাৰ ঘৰখন কেনে চলিছে বী? ৰুমী-জিমি?

হয়, অৰুণাভ ছাৰ কেইবাদিনো মোৰ ঘৰলৈ যোৱা নাই। এই কেইদিন ৰুমীৰ মনটো মুকলি। হাঁহি-ফূৰ্তি কৰিছে। খোৱা-বোৱা কৰিছে ভালকৈ। টিভি চাইছে, কম্পিউটাৰ ইণ্টাৰনেট্ খুলিছে। আবেলি লগৰ ল'ৰা-ছোৱালীৰ লগত বেড্‌মিণ্টন খেলিছে। পঢ়া-শুনা কৰিছে মাজনিশালৈকে। অৰ্থাৎ অৰুণাভ ছাৰ আহিলেহে ৰুমীৰ মন বেয়া হয়। তাইক মই প্ৰত্যক্ষভাৱে সোধা ভাল হ'ব নেকি অৰুণাভ ছাৰক তাই কিয় বেয়া পোৱা হ'ল? অৰুণাভ ছাৰ আৰু মোৰ মাজৰ নিষ্পাপ মধুৰ সম্পৰ্কৰ কথা তাইক বুজাই কোৱা উচিত হ'বনে? বুজিবনে তাই? তাই বুজিবনে অৰুণাভ ছাৰৰ সততাৰ কথা? তেওঁৰ দৰে এজন অসাধাৰণ মহান্ ব্যক্তিৰ সংস্পৰ্শত থকাৰ আমাৰ সৌভাগ্যৰ কথা? তাই বুজিবনে যাদু-কাঠীৰ পৰশৰ দৰে অৰুণাভ ছাৰে মোৰ বিৰক্তিকৰ নীৰস জীৱনটো যে দ্ৰুতগতিত সলাই পেলালে? বুজিবনে কেনেকৈ তেওঁ মোৰ উকা জীৱনটো ৰঙেৰে ভৰাই তুলিলে? কেনেকৈ অৰুণাভ ছাৰে জগাই তুলিলে মোৰ

জীয়াই থকাৰ হাবিয়াস? মোৰ তেজ-মঙহেৰে গঢ় লৈ উঠা, মোৰ গৰ্ভত জীৱন্ত হৈ উঠা তাই মোৰ সন্তান। মোৰেই আন এক প্ৰতিমূৰ্তি। কিয় নুবুজিব তাই? তাইক মই ক'ম মোৰ চকুলোবোৰ অৰুণাভ ছাৰে কেনেকৈ মচি দিয়ে। ৰুমীয়ে বুজিব। মোৰ দুখ-সুখৰ কথা তায়েই যদি নুবুজে কোনে বুজিব।

মই একো নোকোৱা দেখি অৰুণাভ ছাৰে আকৌ সুধিলে—

ঃ বী, একো নক'লা যে? কিবা সমস্যা...?

ঃ নাই ছাৰ, কোনো সমস্যা নাই। ৰুমী-জিমি আনন্দেৰে আছে। খেলিছে-পঢ়িছে-ফুৰিছে। টিভি, ৰেডিঅ...

ঃ তাৰ মানে বী, ৰুমীৰ অসন্তুষ্টি মাথোঁ মোক লৈ। কথাটো তুমি মন কৰিছানে বী?

ঃ হয় ছাৰ, মই বুজিছো।

ঃ আৰু তাৰ বাবেই তোমাৰ ঘৰখনত গধুৰ পৰিৱেশ এটাই বিৰাজ কৰে। সিহঁতৰ অসন্তুষ্টি তোমাৰ বাবে বৰ কষ্টকৰ বিষয়। মই জানো, মই বুজো বী। সেয়েহে এইকেইদিন মই তোমাৰ ঘৰলৈ যোৱা নাই।

ঃ ছাৰ মই ভাবিছো, ৰুমীক মই সকলোবোৰ কথা বুজাই ক'ম। মেধাবী ছোৱালী ৰুমী, তাই বুজিব ছাৰ।

ঃ হৃদয়ৰ কথাবোৰ বুজিবলৈ মেধাশক্তি নালাগে বী। লাগে সূক্ষ্ম অনুভূতি। তাইক তুমি কোনো কথা বুজোৱাৰ প্ৰয়োজন নাই যেতিয়ালৈকে তাই অনুভৱ কৰিব নোৱাৰিব তোমাৰ নিঃসংগতা, তোমাৰ শূন্যতা, তোমাৰ প্ৰেমহীনতা। যেতিয়ালৈকে তাই অনুভৱ কৰিব নোৱাৰিব যে তাইৰ মাতৃত্বৰ বাদেও তোমাৰ এক সুকীয়া অস্তিত্ব আছে। সুখ-দুখ আছে।

ঃ আপুনি ঠিকেই কৈছে ছাৰ, কিন্তু তাৰ বাবে ৰুমী খুউব সৰু নহয়নে?

ঃ বোধহয় অনুভূতি প্ৰৱণতাৰ লগত বয়সৰ প্ৰশ্ন নাই। তথাপি সেই দিনটোলৈ মই অপেক্ষা কৰিম বী। মোৰ বাবে তুমি কেতিয়াও দুখ নকৰিবা, কেতিয়াও ব্যস্ত নহ'বা।

মই সৰু অৰুণাভ ছাৰক কল্পনা কৰিছিলো। নিৰ্বাক আকাশলঙ্ঘী অট্টালিকাৰ মাজতো, নিষ্প্ৰাণ পুতলাৰ মাজতো সেই শিশুটিৰ মনৰ জগতখন আবেগেৰে ভৰি উঠিছিল। অকাল বিধৱা মৌন মাতৃৰ বুকুৰ হাহাকাৰে শিশু অৰুণাভক আমনি কৰিছিল। ৰুমী-জিমি নিৰ্বাক প্ৰাচীৰৰ আবেষ্টনীত ডাঙৰ হোৱা নাই। চাৰিওফালে মধ্যবিত্ত শ্ৰেণীৰ অগণন মৰমীয়াল মানুহৰ মাজত সিহঁত ডাঙৰ হৈছে। এজাক সমনীয়া শিশুৰ কল-কাকলি, খাম-খেয়ালীৰ মাজত ডাঙৰ হৈছে। তাতকৈও ডাঙৰ কথা সিহঁত অৰুণাভ ছাৰৰ মৰমৰ পৰশ পাই ডাঙৰ হৈছে। অথচ সিহঁত সমূলি আবেগ প্ৰৱণ নহয় কিয়?

ঃ তুমি ৰুমীৰ লগত কম্প্ৰমাইজ কৰা উচিত বী। যদি কেতিয়াবা তাই বুজি উঠে, মোক নিশ্চয় তাই তোমাৰ ঘৰলৈ মাতিব। মই সেইদিনটোলৈ অপেক্ষা কৰিম বী। তোমাৰ ঘৰত মই ঘণ্টা ধৰি নবহিলোৱেই বা তোমালোকৰ প্ৰতি মোৰ মৰম নোহোৱা

হ'বনে! মাথোঁ মোৰ ভয় হয়, সিহঁতৰ যান্ত্রিক ভাবধাৰাৰ মাজত তুমি যদি ক'ৰবাত হেৰাই যোৱা। ৰুমী-জিমিৰ লগত একেলগে থাকিও একেখন ঘৰতে থাকিও তুমি যদি বহুদূৰলৈ গুচি যোৱা! মই জানো বী তুমি বৰ অভিমানী — ঠিক মোৰ দৰে।

অৰুণাভ ছাৰৰ মাতটো ভাগিছিল। চকুৰে পানী বাগৰি আহিছিল। তেওঁ উঠি আহিছিল মোৰ কাষলৈ। ছাৰৰ চকুৰ পৰা বাগৰি অহা পানীৰ টোপাল দুটা মচি দিছিল। বাহুত ধৰি তেওঁ তুলি ধৰিছিল মোক।

ঃ ন' বী ন'।

তেওঁৰ বুকুত মূৰ থৈ মই উচুপি উঠিছিলো। সাৱটি ধৰিছিল তেওঁ মোক। বুকুৰ সমগ্ৰ আৱেগ ঢালি। পৃথিৱীৰ সবাতোকৈ নিষ্পাপ আছিল সেই আলিংগন।

মোক ঘৰৰ সন্মুখত নমাই থৈ অৰুণাভ ছাৰ গৈছিল গৈ। অকলে। দৰদ্ ভৰা গানৰ ক'লি এটা গুণগুণাই। মোৰ নিশাৰ আহাৰ খোৱাৰ ইচ্ছা নহ'ল। ৰেষ্টুৰেণ্টত ফোন কৰি ৰুমী-জিমিলৈ দুটা ভাতৰ পেকেট অনোৱালো। অভ্যাসবশতঃ গা ধুই নিশাৰ পোছাক পিন্ধি কোঠাত সোমালো। টোপনি জানো আহিব ইমান সোনকালে? মোৰ যে অৰুণাভ ছাৰৰ লগত নিশা ফুলবোৰলৈ চোৱাৰ অভ্যাস। সংগীতৰ চেনেল এটাত টিভিটো লগাই দিলো। ৰুমী আহি সুধিলে—

ঃ মা তুমি ভাত নোখোৱা?

ঃ মোৰ ভোক নাই মাজনী, তোমালোকে খোৱাগৈ।

বহু ৰাতিলৈ ৰুমীৰ পঢ়াৰ গুণগুণনি মোৰ কাণত পৰি থাকিল। চলি থকা টিভিটোত ইমানপৰে মোৰ একোৱেই চোৱা নহ'ল। মাথোঁ কথাবোৰ ভাবি থাকিলো। কি হৈ গ'ল? কিয় হৈ গ'ল? জীৱনটো কিয় এনে হ'ল? এসময়ত ৰুমী শুলে। ক্ষণিকতে মই তাইৰ টোপনি অহা উমান পালো। ভাবিলো, এবাৰ বাহিৰলৈ ওলাই যাওঁ নেকি? জোনটো... অকলশৰীয়া তৰা এটি... নাহৰকেইজোপা... নিচ্যি জনজাতিৰ চাংঘৰটোৰ চালত ওপচি পৰা জোনাকবোৰ...। কিন্তু ইমানবোৰ বস্তু অৰুণাভ ছাৰ নোহোৱাকৈ অকলে উপভোগ কৰিব পাৰি জানো? জোনাকবোৰ অকলে পান কৰিব পাৰি জানো? হঠাৎ কান্দি উঠিল ফোনটোৱে। অৰুণাভ ছাৰৰ ফোন।

ঃ টোপনি ভাঙিলো নেকি বী?

ঃ টোপনি অহাই নাছিল ছাৰ। ভাবিছিলো বাহিৰলৈ ওলাই যাওঁ।

ঃ হয়? ছাৰপ্ৰাইজ দিওঁ বী?

ঃ দিয়ক ছাৰ।

ঃ ময়ো এইমাত্ৰ ভাবিছিলো জানা বাহিৰলৈ ওলাই যোৱাৰ কথা।

ঃ হয়? আমি তেন্তে একেলগে ভাবিছিলো।

ঃ ব'লা বী, বাহিৰলৈ ওলাই যাওঁ।

ওলাই আহিছিলো। জোনাক, আকাশ, তৰা, ফুল আৰু এক অদ্ভুত শিহৰিত অনুভৱ।

মই মোৰ নিচেই কাষতে অৰুণাভ ছাৰৰ অস্তিত্ব এনেকৈ অনুভৱ কৰিছিলো যেন তেওঁৰ উশাহ-নিশাহে মোক চুই গৈছিল। মই তেওঁৰ হাতখন খামোচি ধৰিছিলো। শীতল বতাহজাকে আমাক কোবাইছিল। ঠাণ্ডা লাগিছিল। মোৰ গাত পাতল উলৰ কাপোৰ এখন আছিল। অৰুণাভ ছাৰৰ গাত নাছিল। তেওঁ কৈছিল—

ঃ বী মোকো দিয়াচোন! তোমাৰ চাদৰখনৰ একাংশ।

আমি দুয়ো এৰেকখন কাপোৰকে টানি-টুনি লৈছিলো। জোন, তৰা, জোনাক সকলো আগৰ দৰেই আছিল। অৰুণাভ ছাৰ আৰু ময়ো।

দিনবোৰ গৈ আছিল। আমি দিনত কামত ডুবি থাকো। অৰুণাভ ছাৰৰ সকলোৰে লগত স্বাভাৱিক ব্যৱহাৰ, কামৰ তৎপৰতা। মাথোঁ সন্ধিয়া মোক থ'বলৈ অহাৰ পৰত তেওঁ যেন হঠাৎ দুৰ্বল হৈ পৰে। ময়ো। মোক ঘৰৰ সন্মুখত নমাই থৈ তেওঁ গুচি যোৱাৰ পৰত মনটো কিবা কিবি লাগে। বৰ কষ্ট হয়। দিনটোৰ কৰ্মব্যস্ততাৰ পিছত মোৰ হাতৰ একাপ চাহ! কিন্তু ৰুমীক অসন্তুষ্ট কৰি তেওঁক মাতি আনিবলৈ মই সাহ নকৰো। সঁচা অৰ্থত মই ৰুমীক ভয় কৰো। ভয় কৰো — তাইৰ গোমোঠা মুখখনিলৈ। তাইৰ অসন্তুষ্টিলৈ আৰু এক আশংকা আতংকগ্ৰস্ততাত ভুগো। তাইৰ কোমল অপূৰঠ মানসিকতাত আঘাত লাগে বুলি। যিমানেই আবেগ বিহ্বল নহওঁ কিয় ৰুমী-জিমিৰ ওচৰত কোনো কাৰণতেই মই স্থানচ্যুত হ'ব নোখোজো। হয়তো মাতৃ হোৱাৰ এয়াই দুখ। মাতৃ হোৱাৰো যে দুখ থাকে মই অনুভৱ কৰিলো। উস্ কি যন্ত্ৰণা! তেওঁ আহিলেও দুখৰ বোজা, নাহিলেও দুখৰ বোজা!

অৰুণাভ ছাৰে দীঘলীয়া ছুটী লোৱাৰ কথা ক'লে। কিছুদিন মাকৰ ওচৰত দীঘলীয়াকৈ থাকিবলৈ যোৱা তেওঁৰ ইচ্ছা। মই হয়ভৰ দিলো। নিশ্চয় যোৱা উচিত। তেওঁ ক'লে—

ঃ বী, এইবাৰ মাক ছাৰপ্ৰাইজ দিম। হঠাৎ গৈ ওলাম আৰু বহুদিন থাকিম। একেবাৰে মাৰ হেঁপাহ পলোৱাকৈ।

ঃ খুউব ভাল। ছাৰ, এইবাৰ চাব মায়ে আপোনাক একেবাৰে এৰাল বান্ধি দিব।

তেওঁ কৃত্ৰিম খঙেৰে মোলৈ চালে। মই গুৰুতৰভাৱে তেওঁৰ হাতখন চুই কাণৰ কাষলৈ মুখখন নি সুধিলো।

ঃ ছাৰ আপুনি বিয়া নাপাতে কিয়?

ঃ বিয়া? পাতিম দিয়া বিয়া। মায়েতো সদায় বিয়া পতাৰ কথা কৈয়েই থাকে।

অৰুণাভ ছাৰে সাধাৰণভাৱে কৈছিল আৰু ভাল লগাকৈ মোলৈ চাই হাঁহিছিল। কেইদিনমানৰ পিছত অৰুণাভ ছাৰে দীঘলীয়া ছুটী ল'লে। মই দেখাত সেয়াই তেওঁৰ প্ৰথম দীঘলীয়া ছুটী।

তেওঁ নথকা দিনবোৰ বৰ অসহজ লাগিছিল। প্ৰথমদিনাতো এনে লাগিছিল যেন অফিচটোত কোনোৱেই নাই। সেইদিনা মই সহজভাৱে কাম কৰিব নোৱাৰি বিবুধিত পৰিছিলো। কম্পিউটাৰ কী বৰ্ডত আঙুলি বুলাই প্ৰয়োজনীয় কামৰ ঠাইত লিখিছিলো—

'অৰুণাভ ছাৰ আজি নাই। ৰূমটো উকা হৈ আছে। বীৰ যে একোকে ভাল লগা নাই। তেওঁ নাথাকিলে বীয়ে কাম কৰি বেয়া পায়। অৰুণাভ ছাৰ এতিয়া ছাগে ৰাস্তাত আছে, আকাশীযানত। বীয়ে কল্পনা চকুৰে চাই আছে তেওঁক। বীয়ে কল্পনা কৰিছে কোনটো চাৰ্ট বা পিন্ধি গৈছে অৰুণাভ ছাৰে? আকাশীযানৰ পৰা তেওঁ অকলশৰীয়া তৰাটো থকা আকাশখন চাইছে নে বী থকা পৃথিৱীখন চাইছে? মায়াবীয়ে অৰুণাভ ছাৰক খুউব ভাল পায়, খুউব ভাল পায়।' অৰুণাভ ছাৰৰ ফন্ডাৰত ফাইল এটা বনাই ভৰাই থৈছিলো। তেওঁক ক'বলৈ মন যোৱা কথাবোৰ মই লিখিছিলো আৰু ছেভ কৰিছিলো। মই কল্পনা কৰিছিলো তেওঁ আহি কেনেকৈ পঢ়িব আৰু হাঁহিব।

অৰুণাভ ছাৰৰ দীঘলীয়া ছুটীত দায়িত্বভাৰ গ্ৰহণ কৰিছিল স্বপ্না মেমে। তেওঁ প্ৰায়ে পিছবেলা আহি লৰালৰিকৈ ফাইলবোৰ চাই গুচি গৈছিল। অৰুণাভ ছাৰ বিহীন কোঠাটোত মই ইফালৰ পৰা সিফাললৈ ঘূৰি ফুৰিছিলো। সেইখন খিৰিকীৰে দূৰৰ পাহাৰবোৰলৈ, চৰাইৰ ঘৰবোৰ থকা দিশলৈ চাই ৰৈছিলো যিখন খিৰিকীৰে তেওঁ বাহিৰলৈ চায়। তেওঁ ব্যৱহাৰ কৰা সুগন্ধি অকণমানে হঠাৎ মোৰ গালে-মুখে হাত বুলাই যায়। তেওঁৰ বিদেশী চিগাৰেটৰ সুবাস অকণ কোঠাটোত পিয়াপি দি ফুৰে। এচট্ৰেটোত তেওঁ চিগাৰেটৰ অৱশিষ্ট আৰু অকণ ছাই আছিল। কোনেও নেদেখাকৈ এচট্ৰেটো লুকুৱাই থৈছিলো পিয়ন, চুইপাৰে পেলাই দিব পাৰে বুলি। সুযোগ বুজি চাইছিলো ছাইখিনি আৰু চিগাৰেটৰ টুকুৰাটো। তেওঁৰ চকীত পাৰি থোৱা টাৱেলখন আঁতৰাই স্বপ্না মেমৰ বাবে এখন নতুন টাৱেল পাৰিবলৈ দিলো। স্বপ্না মেম তেওঁৰ চকীত বহা দেখিলে হঠাৎ মোৰ এক অবুজ কষ্ট হৈছিল। মই আৰু সহ্য কৰিব পৰা নাছিলো স্বপ্না মেমে ব্যৱহাৰ কৰা সুগন্ধি। অৰুণাভ ছাৰৰ পৰা মোৰ অহৰ্নিশে কাম কৰা অভ্যাস হৈছিল। মই কাম উপভোগ কৰিবলৈ শিকিছিলো। তেওঁৰ পৰা আয়ত্ত কৰা কামৰ কৌশলে মোক দিনটো ব্যস্ত কৰি ৰাখিছিল সঁচা — কিন্তু তাৰ মাজতে হঠাৎ মই থমকি ৰৈছিলো। এই যেন নিচেই কাষতে অৰুণাভ ছাৰৰ মাত।

ঃ বী...বী...বী...

আজৰি পৰত কিতাপ এখন হাতত তুলি লওঁ। মনোনিবেশ কৰিবৰ যত্ন কৰোঁ। কিন্তু তাৰ মাজতো অৰুণাভ ছাৰৰ গানৰ ক'লি এটাই মোক চুই যায়হি। আচৰিত হৈ ইফালে সিফালে চাওঁ। ওঁহো অৰুণাভ ছাৰ নাই। মোৰ মনৰ ভ্ৰম। অন্তৰৰ আৱেদন।

অধীৰ আগ্ৰহেৰে ফোনটোলৈ চাই ৰওঁ। এটা ৰিং হওঁতেই তোলো। প্ৰায়ে অৰুণাভ ছাৰ নহয় আৰু হঠাৎ যেতিয়া অৰুণাভ ছাৰৰ মাতটো ভাঁহি আহে—

ঃ হায় বী... কি খবৰ?

মই স্থান কাল পাহৰি চিঞৰি উঠো—

ঃ ছাৰ! মোৰ ভাল... আপোনাৰ শুনাওঁক। ছুটীৰ দিনবোৰ কেনেদৰে পাৰ কৰিছে?

ঃ খুউব ভাল বী। মাৰ লগত সময়বোৰ খুউব এঞ্জয় কৰিছো। জানা! বজাৰ-সমাৰ,

উৎসৱ-পাৰ্বণ একেবাৰেই বাদ পৰা নাই আৰু জানা, মাৰ হাতৰ খুউব সুস্বাদু আহাৰ। আকৌ এবাৰ মই তাহানিৰ শিশুটি হৈ পৰিছো বী। মাথোঁ...

অৰুণাভ ছাৰ বৈ যায়। যেন কিবা এটা আক্ষেপ।

ঃ মাথোঁ কি ছাৰ?

ঃ মিচ্ কৰিছো — সেউজীয়া পাহাৰবোৰ — ঝৰ্ণাবোৰ — নদীবোৰ — চৰাইৰ ঘৰবোৰ — অফিচ কোঠাটো — খিৰিকীখন — আইনাৰ মাজেৰে বাহিৰৰ সেউজীয়া প্ৰকৃতি আৰু — আৰু আৰু — তোমাক বী।

অৰুণাভ ছাৰৰ ফোন বৰ বেছিকৈ অহা নাছিল। ময়ো তেওঁক ফোন কৰা নাছিলো। ভাবিছিলো— তেওঁ দীঘলীয়া ছুটী লৈ মাকক লগ দিবলৈ গৈছে হয়তো মোৰ ফোনে তেওঁক সহজ হ'বলৈ নিদিব। মনটো গধুৰ কৰি তুলিব। মই আশা কৰিছিলো বিৰতিৰ এই সময়বোৰ তেওঁ খুউব উপভোগ কৰক আৰু যদি তেওঁৰ সঁচাকৈ বিয়া হৈ যায় — যাওঁক। জীৱন সংগী হওঁক। তেওঁ কেতিয়াও নিঃসংগ নহওঁক।

অৰুণাভ ছাৰ নথকা দিনবোৰত মই অফিচৰ পৰা বাচেৰে আহি কিছু খোজকাঢ়ি ঘৰ পাইছিলোহি। পাহাৰীয়া পথ আৰু মোৰ ঘৰটো টিলা এটাত হোৱা বাবে খোজকাঢ়ি উঠিবলৈ বৰ কষ্ট হয়। মই ঘামি-জামি আহি ঘৰ পাওঁহি। আহোঁতে বজাৰ-সমাৰ কৰি গধুৰ বেগ এখন কঢ়িয়াই আনিব লগাত পৰে। অৰুণাভ ছাৰৰ লগত তেওঁৰ গাড়ীত আহোঁতে আহোঁতে খোজকঢ়া আৰু মোনা কঢ়িওৱা অভ্যাস মোৰ নোহোৱা হৈছিল। হঠাৎ তেওঁ নোহোৱা হোৱাত মই যেন বাস্তৱলৈ উভতি আহিলো। অনুভৱ কৰিলো এইটোহে মোৰ আচল জীৱন। ইমানদিনে মই যেন সুন্দৰ কল্পনা ৰাজ্যত বিচৰণ কৰি আছিলো। মাজে মাজে ভাব হয় অৰুণাভ ছাৰে দীঘলীয়া ছুটী লৈ ভালেই কৰিলে। গধুৰ বোজা কঢ়িয়াই খোজকাঢ়ি অহা দেখিলে ৰাস্তাত মোৰ চিনাকি মানুহবোৰে সোধে—

ঃ খোজকাঢ়ি আহিছে যে? ছাৰ নাই নেকি?

ঃ নাই, ছাৰ দীঘলীয়া ছুটীত গৈছে।

সহজভাৱেই কওঁ। অফিচত ষ্টাফ কিছুমানে টিট্‌কাৰী মাৰি কথা কয়। কওঁক। মোৰ ক'তো অকণো হানি-বিঘিনি নহয়। লক্ষ্য কৰিছিলো অৰুণাভ ছাৰ নথকা দিনবোৰত ৰুমীৰ মুখখন খুউব উৎফুল্লিত। সিহঁতৰ হাঁহি-ধেমালি, আব্দাৰ-অভিমানে মোক বোজা কঢ়িওৱাৰ যন্ত্ৰণা, খোজ কঢ়াৰ কষ্ট সকলো পাহৰাই পেলায়। সিহঁতৰ বাবে ভাল লগাকৈ জুতি লগাই ৰান্ধো। দিনটোৰ সমস্ত ভাগৰ কাতি কৰি থৈ পঢ়া টেবুলত গাখীৰ, পানী যোগাৰ দিওঁ। বিছনা তৈয়াৰ কৰি দিওঁ। কাপোৰ-কানি ধুই-পখালি দিওঁ। মই মাথোঁ পাহৰিব নোৱাৰো অৰুণাভ ছাৰক। প্ৰতিনিশা মই অকলশৰীয়া তৰা এটি বিচাৰি উলিয়াও। তেওঁ যে ইমান দূৰত!

অৰুণাভ ছাৰ অহা দিন পাৰ হৈ গৈছিল। ছুটী শেষ হৈছিল তেওঁৰ। ফেক্স মেচেজ

এটা প্ৰেৰণ কৰি কিছুদিন ছুটী বঢ়াই লৈছিল তেওঁ। মই আচৰিত হৈছিলো। ছুটী কিয় বঢ়াব লগা হ'ল সেই বিষয়ে মোক একো কোৱা নাছিল তেওঁ। বহুদিনেই ফোন কৰা নাছিল। ইমান ব্যস্ততনে তেওঁ? মাজে মাজে মোৰ সন্দেহ হৈছিল তেওঁৰ এই দীঘলীয়া ছুটীৰ অন্তৰালত অন্য কিবা ৰহস্য? তেওঁক বুজা টান। তেওঁ মোৰ পৰা তেওঁৰ অভ্যাস আঁতৰাব খুজিছে নেকি? তেওঁ কাষত নথকাকৈ মই জীয়াই থকাৰ বাবে সাজু হোৱাৰ অভ্যাস কৰাৰ এক প্ৰয়াস? হ'ব পাৰে। বৰ দূৰদৰ্শী মানুহ তেওঁ। এদিন কিন্তু এটা ফেক্স মেচেজ আহিল। — মই অহাকালিলৈ আহি আছো। নিৰ্দিষ্ট সময়ত হেলিপেডলৈ গাড়ী পঠিয়াবা। অৰুণাভ ছাৰৰ ফোনো আহিল।

ঃ বী মই কালিলৈ আহি আছো।

ঃ ইউ আৰ মষ্ট ৱেল্‌কাম ছাৰ!

হেলিপেডলৈ অহাৰ দুৰ্বাৰ ইচ্ছা আছিল যদিও জোৰ কৰি সেই ইচ্ছা মই দমন কৰিলো যেনেকৈ তেওঁক চী অফ কৰিবলৈও মই যোৱা নাছিলো। হেলিপেডৰ পৰা বাহিৰে বাহিৰে অৰুণাভ ছাৰ মোৰ ঘৰলৈ আহিল। ৰুমী-জিমি ঘৰত নাছিল। স্কুলৰ পৰা শিক্ষামূলক ভ্ৰমণত গৈছিল। ৰবিবাৰ আছিল। আমি দুপৰীয়াৰ সাঁজ একেলগে মোৰ ঘৰতে খালোঁ। তেওঁ আমালৈ কিছুমান উপহাৰ আনিছিল। এটা এটাকৈ দেখুৱাইছিল। চালো। আবেলিলৈ আমি লং ড্ৰাইভত গৈছিলো। মই সুধিছিলো—

ঃ ঘৰত আপোনাৰ বিয়াৰ কথা ওলাইছিলনে ছাৰ?

ঃ বিয়া? বিয়াতো মোৰ হৈ গৈছে বী!

ঃ হৈ গৈছে? ইমান ডাঙৰ কথা এটা আপুনি মোক জনোৱা নাই?

মোৰ চকুযোৰ ভৰি আহিল। তেওঁ মোৰ মুখখন তুলি ধৰি ক'লে—

ঃ ছাৰপ্ৰাইজ!

ঃ ছাৰপ্ৰাইজ! যাওঁক ছাৰ— আপোনাৰ ছাৰপ্ৰাইজৰ বাদে একো নাই।

ঃ বী, এয়াতো একোৱেই নহয়, চাই থাকা এদিন তোমাক এনে ছাৰপ্ৰাইজ দিম যে একেবাৰে শিল হৈ যাবা।

হঠাৎ মই বুজি উঠিছিলো কিয় তেওঁ ছুটী বঢ়াই লৈছিল। কিয় তেওঁ বহুদিন ধৰি ফোন কৰা নাছিল। বুজা নাছিলো কিয় তেওঁ মোক বিয়াৰ বিষয়ে এষাৰো কথা কোৱা নাছিল। বোধহয় তেওঁ স্বপ্না মেমকো কোৱা নাছিল। কিন্তু কিয়? তেওঁক সুধিছিলো—

ঃ ছাৰ — প্লীজ আপোনাৰ পত্নীৰ কথা কওঁক!

ঃ মোৰ পত্নীৰ কথা। শুনা বী, তেওঁ খুউব ভাল। পৃথিৱীখনৰ সমান ভাল। শিশুৰ দৰে সৰল, প্ৰকৃতিৰ দৰে নিৰ্ভেজাল, ঝৰ্ণাৰ দৰে স্বচ্ছ। তেওঁৰ হৃদয়খন কিন্তু বৰ থুনুকা। অভিমানী মৰমীয়াল।

ঃ ছাৰ, তেওঁৰ নাম কি? দেখাত কেনে? আপুনি আমাৰ ওচৰলৈ তেওঁক কেতিয়ালৈ আনিব? মই তেওঁক কি বুলি মাতিম?

একেলগে বহুকেইটা প্ৰশ্ন সুধিছিলো। তেওঁ কিন্তু কৈছিল—

ঃ কথা দিয়া বী এই বিষয়ে মোক তুমি একো নুসুধিবা। কেতিয়াও। সময় আহিলে এটা এটাকৈ মই নিজেই তোমাক সকলোবোৰ ক'ম।

ঃ কিন্তু কিয় ছাৰ?

ঃ কিয় মানে মই নিজেইতো একো বুজি পোৱা নাই। বুজিবলৈ কিছু সময়তো দিয়া।

ঃ আপুনি সুখীতো ছাৰ?

ঃ বহুত সুখী বী।

অৰুণাভ ছাৰে মোৰ হাতত হাত থৈ, চকুত চকু থৈ কৈছিল যে তেওঁ সুখী। অৰুণাভ ছাৰৰ বিয়াৰ খবৰটোৱে দিয়া আনন্দ আৰু দুখে একেলগে মোক কাবু কৰি পেলাইছিল। আনন্দতো লগাৰে কথা। কিন্তু দুখ কিয় লাগিছিল — মই নুবুজিলো। বাৰে বাৰে আকাশৰ কোটি কোটি তৰাৰ মাজৰ অকলশৰীয়া তৰা এটিলৈ মোৰ চকু গৈছিল। চাই ৰৈছিলো তৰাটো।

অৰুণাভ ছাৰৰ কথা ৰাখি মই তেওঁক কোনোদিনেই তেওঁৰ পত্নীৰ বিষয়ে কোনো কথা সোধা নাছিলো। মাথোঁ মই বাৰে বাৰে লক্ষ্য কৰিছিলো। অৰুণাভ ছাৰ সলনি হৈছে নেকি? প্ৰতিবাৰেই মোৰ দৃঢ় বিশ্বাস হৈছিল— নাই অৰুণাভ ছাৰ একেই আছে। যিমানখিনি সলনি হৈছে সেয়া মাথোঁ কৰ্মীৰ ব্যৱহাৰৰ বাবে। তেওঁ সলনি হ'বলৈ বাধ্য। মই পাহৰিয়েই পেলাওঁ যে তেওঁ বৰ্তমান এজন বিবাহিত ব্যক্তি। মাজে মাজে ভাবো মই সময়ে-অসময়ে তেওঁক আমনি দিয়া এতিয়া আৰু উচিত নহয়। তেওঁ হয়তো একান্ত নিজৰ বাবে কিছুমান সময় বিচাৰে। দূৰত থকা নৱবিবাহিতা পত্নীৰ লগত মৰমৰ কথা পাতিব। কিন্তু নিজেইচোন তেওঁ নিজক অকলশৰীয়াকৈ এৰি নিদিয়ে — অনেক বাৰ চিএৰে— বী...বী...বী। কেতিয়াবা মোৰ তেওঁক একান্ত ব্যক্তিগত কিছুমান কথা সুধিবলৈ মন যায়—

— ছাৰ আপোনাৰ পত্নীৰ কথা মনত পৰেনে? নিঃসংগ নিশাবোৰত আপোনাৰ তেওঁক কাষত পোৱাৰ দুৰ্বাৰ ইচ্ছা নহয় জানো?

সুধিবলৈ মন যায় ফুলশয্যাৰ নিশাটো তেওঁৰ কেনেকৈ পাৰ হ'ল। হঠাৎ মোৰ সুধি পেলাবৰ মন যায় — সেইৰাতি তেওঁৰ মোৰ কথা এবাৰলৈও মনত পৰিছিল নেকি? পত্নীক তেওঁ কৈছিল নেকি মায়াবী শৰ্মা বা বীৰ কথা? যদি কৈছিল কেনেকৈ কৈছিল— এই পৃথিৱীৰ আটাইতকৈ দুৰ্ভগীয়া মানুহজনী মায়াবী শৰ্মা — তাই মোৰ পিএ। ওহোঁ, তেনেকৈ কথা কোৱা নাযায়। তেওঁ হয়তো কৈছিল মায়াবী নামৰ তেনেই নিষ্প্ৰভ মৌন মানুহজনীৰ বিবৰ্ণ জীৱনটোত মই ৰং সানি দিলো। তাইক জীয়াই থাকিবলৈ শিকালো। তাইৰ স'তে মোৰ বৰ পবিত্ৰ নিষ্পাপ সম্পৰ্ক। সুধিবলৈ মন যায় ফুলশয্যাৰ নিশা তেৰোঁ মোৰ দৰে মকৰা এটা দেখিছিল নেকি? খোপাত কি ৰঙৰ ফুল বা পিন্ধিছিল তেওঁৰ কন্যাজনীয়ে?

একেবাৰেই সোধা নহয় গৈ। তেওঁ যে মানা কৰি থৈছে। আগৰ দৰেই আমি ৰুমী-জিমি নথকা দিনবোৰত নাইট কুইন ফুলালে ছাঁদত বৈ অপেক্ষা কৰোঁ। সকলো একেদৰেই আছিল। মাথোঁ আমি ৰুমী-জিমিক অসন্তুষ্ট কৰিবলৈ সাহস নকৰো। সিহঁতৰ অকণমান হাঁহিৰ বাবে জীৱনৰ সকলো আনন্দ বিসৰ্জন।

এদিন অফিচ ছুটীৰ পিছত ফাইল কেইটামান লৈ গৈ অৰুণাভ ছাৰৰ কোঠাত সোমাই দেখিলো— তেওঁ চকু মুদি চকীত হেলান দি আছে। আঙুলিৰ ফাকত জ্বলন্ত চিগাৰেট। মই একো নকৈ সন্মুখৰ চকীত বহিলো। চকু নেমেলাকৈয়ে তেওঁ ক'লে—

ঃ বী।

ঃ ছাৰ।

ঃ এটা বিশেষ কথা আছে বী। ভাবিব পৰা নাই তোমাক কেনেকৈ কওঁ।

ঃ এনে কি কথা ছাৰ? যি কথাই নহওঁক মোক সোনকালে কওঁক। মই ইমান ধৈৰ্য ধৰিব নোৱাৰো।

ঃ তুমি ধৈৰ্য ধৰিব লাগিব বী।

মই আচৰিত হৈ তেওঁৰ মুখলৈ চাই ৰ'লো। তেওঁ মোৰ চকুৰে চকু মিলাব পৰা নাই। তললৈ চকু নমালে। মই একো নুসুধিলো। তেওঁ চছমাযোৰ খুলি থ'লে। মই ভয় খালো। হঠাৎ আৱেগিক হৈ পৰিলে, অতিশয় আনন্দ, দুখ বা উষ্মাত তেওঁ চছমাযোৰ খুলি পেলায়। আনন্দ, উষ্মা বা খঙৰ কোনো আৱেশ তেওঁৰ কথাত নাই। তেন্তে তেওঁক দুখে বোবা কৰি পেলাইছে নেকি? কিন্তু কিয়? তেওঁ উঠি আহিল। মই বহি থকা চকীখনৰ পিছফালে বৈ মোৰ বাহু দুটিত হাত থ'লে। এইবাৰ তেওঁৰ চকুলৈ চাবলৈ মোৰ সাহস নহ'ল। মই তলমূৰ কৰি বহি থাকিলো। তেওঁ খুউব সৰুকৈ ক'লে—

ঃ মই ইয়াৰ পৰা যামগৈ বী। মোৰ ট্ৰেন্সফাৰ হৈছে।

মই উচাৎ মাৰি উঠিলো। হঠাৎ যেন গোটেই কোঠাটো ঘূৰিব ধৰিলে। বতাহত কঁপি কঁপি বলিয়া ঘণ্টা কিছুমান বাজিল। তৎমুহূৰ্তত কলিজাখন ছিৰা-ছিৰ হৈ দুসোঁতা পানী চকুলৈ নামি আহিল। সাৱটি ধৰিছিলো অৰুণাভ ছাৰক।

ঃ ছাৰ, এনে ধেমালি নকৰিব ছাৰ। মোৰ বৰ কষ্ট হয়। আন কিবা ছাৰপ্ৰাইজ দিয়ক... আপোনাৰ যি ইচ্ছা তাকেই কওঁক। কিন্তু...

অৰুণাভ ছাৰৰ চকুৰেও পানী বাগৰি আহিল।

ঃ নহয় বী — ধেমালি নহয় — সঁচাকৈ। মই কি ইমান হৃদয়হীন? তোমাৰ মনত আঘাত দিবলৈ ধেমালি কৰিম?

মোৰ বাগৰি অহা চকুপানীৰ ধাৰ দুটি মচি দি থোকাথোকি মাতেৰে তেওঁ ক'লে—

ঃ দেয়াৰ ইজ আনাদাৰ অ'চেন।

ওঁহো, সাগৰখনে তেওঁৰ বাধা নামানিলে। তেওঁৰ বুকুখন তিয়াবলৈ উদ্যত হৈ উঠিল সাগৰখন। তেওঁ মোক সাৱটি ধৰি কৈ গ'ল—

ঃ বী, এদিনতো যাবই লাগিব। তুমিও জানা, ময়ো জানো। মোৰ কাৰ্যকাল শেষ হৈছে কোন কাহানিবাই। বহু যত্নৰ মূৰত মই ইমান কেইটা বছৰ ইয়াত থাকি গৈছো। উচিত আছিল আগৰে পৰা আমি মানসিকভাৱে প্ৰস্তুত হোৱা।

মানসিক প্ৰস্তুতি? অৰুণাভ ছাৰক বিদায় দিবৰ বাবে? ইমান নিষ্ঠুৰ কামৰ বাবে মানসিকভাৱে প্ৰস্তুত হোৱা যায়নে? কি কথা কয় তেওঁ? অৰুণাভ ছাৰক মই ইমান কঠোৰভাৱে সাৱটি ধৰিছিলো যেন সেই বান্ধোন এৰুৱাই তেওঁ কোনোদিনেই গুচি যাব নোৱাৰিব। আজীৱন বৃহৎ অফিচ বিল্ডিঙটোৰ তৃতীয় মহলাৰ এই শেষ কোঠাটোত আমি দুয়ো আবদ্ধ হৈ থাকিম। মোৰ চুলিৰ মাজেৰে বগাই বগাই তেওঁৰ নিষ্পাপ আঙুলিবোৰে মোক সান্ত্বনা দিয়াৰ যত্ন কৰিলে যদিও টোপটোপকৈ তেওঁৰ চকুৰ পৰা দুটোপাল নিয়ৰ সৰি মোৰ চকুৰ পানীৰ লগত একাকাৰ হৈ গ'ল। মই উচুপিব ধৰিলো। অৰুণাভ ছাৰেও। কোনেও কাকো একো কোৱাৰ প্ৰয়োজন নাছিল। ভাগৰি নপৰালৈকে আমি কান্দি থাকিলো।

সেইদিনাও আমি একেই পথেৰে বিদ্যুৎ চাকি ভৰা আকাশখনৰ মাজেৰে উভতিছিলো। বিদ্যুৎ ভৰা আকাশ দুখন দেখি বুকুখন সেইদিনা বৰকৈ পুৰিছিল। প্ৰথমদিনা 'অৰুণাভ ছাৰৰ লগত অফিচৰ পৰা অহা দিনটো মনত পৰিছিল। কুঁচি-মুচি মই তেওঁৰ কাষত ফ্ৰণ্ট চিটত বহিছিলো। সেইদিনা মই মাথোঁ অৰুণাভ ছাৰৰ ওচৰতে নহয় গোটেই পৃথিৱীখনৰ ওচৰতে খুউব সংকুচিত আছিলো। তীব্ৰ গতিত মোৰ পৃথিৱীখন সলাই তেওঁ এতিয়া বহুত দূৰলৈ গুচি যাবগৈ। মই 'বী'ৰ সলনি আকৌ 'মায়াবী' হৈ যাম নেকি?

সেইদিনা ৰাতি শুই শুই মই ভাবিছিলো কিয় গুচি নাযাব অৰুণাভ ছাৰ! তেওঁৰ পত্নীয়ে ইমান দূৰত তেওঁৰ বাবে অপেক্ষা কৰি আছে। হয়তো মোৰ লগত তেওঁৰ এয়াই শেষ অধ্যায়। এবাৰ গুচি যোৱাৰ পিছত কেতিয়াও তেওঁক মই হয়তো দেখা নাপাম। তেওঁৰ পত্নীয়ে জানো সহজভাৱে ল'ব মোক? এজনী বিধৱা, দুটি সন্তানৰ মাতৃক? পত্নীৰ মৰম তথা বিশ্বাসৰ তাগিদাত তেওঁ মোৰ পৰা আঁতৰি থাকিব লগা হ'ব। হয়তো আমাৰ এই নিভাঁজ মৰম আৰু নিষ্পাপ সম্পৰ্কত [illegible]ৰে বুলিয়েই তেওঁ পত্নীক লগত অনা নাই। তেওঁ যাওঁকগৈ। ইমানদিনে তেওঁৰ পৰা যি পালো সেয়া কি এটা জীৱনৰ বাবে কম হ'ব? কেতিয়াও নহয়! যথেষ্ট। এই পৃথিৱীত এজন অৰুণাভ ছাৰ আছে। জীয়াই থাকিবলৈ পৃথিৱীখনত আৰু কি থাকিব লাগে? তেওঁ যাওঁকগৈ। জোন, তৰা, জোনাক, চৰাই, ৰাতিফুলা ফুল, বিদ্যুৎ চাকি ভৰা আকাশ সকলোবোৰ মোৰ বাবে এৰি যাব। ওহোঁ অৰুণাভ ছাৰক বিদায় দিয়াৰ বাবে মই কেতিয়াও মানসিক প্ৰস্তুতি নচলাও। মই পাহৰি থাকিব লাগিব যে অৰুণাভ ছাৰ গুচি

যাবগৈ আৰু যি কেইদিন অৰুণাভ ছাৰ থাকিব প্ৰাণভৰি তেওঁৰ মধুৰ সংগ মই উপভোগ কৰিম। তেওঁৰ নিস্পাপ নিষ্কলুষ মৰমৰ এটা বিন্দুও যাতে অপচয় নহয়। হঠাৎ যেতিয়া তেওঁ গুচি যাবগৈ সেই অকল্পনীয় দুৰ্ঘটনা মই মানি ল'ম! সহ্য কৰি ল'ম।

অৰুণাভ ছাৰ ট্ৰেন্সফাৰ হোৱা কথাটো অফিচত জনাজাত হৈছিল। অৰ্ডাৰটোৰ নকল কপি টেবুলে টেবুলে গৈছিল। বহুতে আনন্দ পাইছিল — বহুতে দুখ পাইছিল। মোৰ টেবুললৈয়ো আহিছিল এটা কপি। অৰ্ডাৰটোত কি আছে মই কোনোদিনেই পঢ়ি চোৱা নাছিলো। মোৰ ৰুমলৈ আহি প্ৰায় প্ৰতিজন ষ্টাফেই তেওঁ ট্ৰেন্সফাৰৰ বিষয়টো আলোচনা কৰাৰ যত্ন কৰে। ব্যস্ততাৰ অজুহাতত বিষয়টো মই এৰাই চলো। অৰুণাভ ছাৰে যিমান পাৰে জটিল ফাইল কিছুমান মীমাংসা কৰি যাবলৈ বিচাৰিছে। মই পাৰ্যমানে সহায় কৰিছো। দিনৰ দিনটো জটিল ফাইল বিচাৰি ফুৰো। অৰুণাভ ছাৰ যেন জটিল বিষয়বোৰৰ মীমাংসা কৰিবলৈহে আহিছিল। আনে সৃষ্টি কৰা জটিল বিষয়বোৰ বেমেজালি আঁতৰাই সহজ কৰি তুলিবলৈ, আনে অপৰিষ্কাৰ কৰা ঠাইবোৰ পৰিষ্কাৰ কৰি তুলিবলৈ — আনে আউল লগাই থৈ যোৱা জীৱনবোৰৰ জঁট ভাঙিবলৈ — কদৰ্য জীৱনবোৰ নিকা কৰিবলৈ।

তীব্ৰগতিত জটিল ফাইলবোৰ সমাধান কৰা হৈছে। একোটা ফাইলৰ কাম সম্পূৰ্ণ হ'লে অৰুণাভ ছাৰে স্বস্তিৰ নিশ্বাস পেলায়। মই ভাবো, সকলোৰে জটিলতা আঁতৰি যাব। সহজ হ'ব, সুন্দৰ হ'ব, জঁট ভাঙিব। মাত্ৰ মোৰ জীৱনটোতহে এটা বিৰাট জটিলতা কোনেও গম নোপোৱাকৈ ৰৈ যাব। লুকাই থাকিব বুকুত। চকুৰ সাগৰখনত। মই অন্যমনস্ক হৈ যাওঁ। চকুৰ সাগৰখনত হুঠাৎ ঢৌ উঠে। অৰুণাভ ছাৰ ব্যস্ত হৈ পৰে।

ঃ ন' বী ন'। তুমি এনে কৰিলে মই কাম কৰিবলৈ শক্তি নাপাম বী।

মোৰ অফিচৰ কোঠাতেই হওঁক বা মোৰ শোৱা কোঠাতেই হওঁক বা আন ক'ৰবাতেই হওঁক য'তেই কেলেণ্ডাৰ দেখোঁ মোৰ চকুযোৰ থমকি ৰয়। পৃথিৱীৰ সকলোবোৰ কেলেণ্ডাৰ ইমান নিষ্ঠুৰ যেন লগা হ'ল যেন কেলেণ্ডাৰ নামৰ এই বস্তুবিধৰ কোনো অস্তিত্বই মই পৃথিৱীত থাকিবলৈ নিদিম! আন কাৰো ওপৰত মোৰ কোনো আক্ষেপ নাই। আক্ষেপ মাথোঁ কেলেণ্ডাৰবোৰৰ ওপৰত। অৰুণাভ ছাৰৰ ট্ৰেন্সফাৰৰ বাবে এই কেলেণ্ডাৰবোৰেই দায়ী। মাজে মাজে ভাবো এই পৃথিৱীৰ আৰু এগৰাকী নাৰীয়ে নিশ্চয় এই কেলেণ্ডাৰবোৰলৈ চাই আছে। ৰ' লাগি। পাৰ্থক্য মাথোঁ ইমানেই — তেওঁ অৰুণাভ ছাৰৰ কাষলৈ অহাৰ বাবে ক্ষণ গণিছে আৰু মই তেওঁক বিদায় দিবৰ বাবে। তথাপি পৃথিৱীৰ দুটা বিপৰীত কোণত থকা দুগৰাকী নাৰীৰ কোনোবাখিনিত এটা বিৰাট সাদৃশ্য আছে। দুয়োগৰাকীয়েই অৰুণাভ ছাৰ নামৰ মানুহজনক ভাল পায়।

দিনবোৰ চমু চাপি আহিছে। তেওঁৰ বস্তু-বাহানি পেকিং কৰিবলগীয়া বৰ বিশেষ

নাছিল। তথাপি ঘৰৰ কাম কৰা মানুহবোৰ তেওঁৰ লগত ব্যস্ত হৈ পৰিছিল। সিহঁতে মন মাৰি থকা হৈছিল। তেওঁক খুউব ভাল পায় সিহঁতে। মালী-বান্ধনী-চুইপাৰ-ড্ৰাইভাৰ সকলোৱে। সেইকেইদিন কাৰো মুখত হাঁহি নাই। মাথোঁ মই হাঁহো। অভিনয় কৰি নহয়। ভাবোঁ — ভৱিষ্যতে কেতিয়াবা এনেকৈ হাঁহিব পাৰো বা নোৱাৰো। সেই আশংকাত হাঁহি লওঁ পাৰোমানে। প্ৰাণখুলি হাঁহো। তথাপি কোনোবা সময়ত চকুলোৰ জয় হয়। পৃথিবীৰ সমস্ত হাঁহিক প্ৰত্যাহ্বান জনাই বাগৰি আহে বৰষুণ হৈ। চকুযোৰ হঠাৎ চেৰাপুঞ্জী হৈ পৰে।

অৰুণাভ ছাৰৰ ফেয়াৰৱেলৰ বাবে আয়োজন চলিছে। মোৰ চাকৰি কালত এনেকৈ কোনোবা বিষয়াৰ ফেয়াৰৱেলৰ আয়োজন কৰা দেখা নাই। তেওঁৰ দায়িত্বত থকা গোটেই কেইটা বিভাগ একেলগ হৈ বিদায় সভাৰ আয়োজন কৰিছে। সচিবালয় তথা বিভাগসমূহৰ মুখ্য বিষয়াসকলক নিমন্ত্ৰণ কৰা হৈছে আৰু মাথোঁ মাজতে এটা দিনহে ৰ'লগৈ। অৰুণাভ ছাৰৰ ফেয়াৰৱেললৈ। মই মাত্ৰ ভাবিছো, বহুত মানুহৰ মাজতে কোনেও নেদেখাকৈ ক'ৰবাত লুকাবলৈ চুক এটা পাওঁনে নাপাওঁ।

ফেয়াৰৱেলৰ দিনটো আহি পালেহি। পুৱাতে অৰুণাভ ছাৰে ফোন কৰি ক'লে—

ঃ বী মই গাড়ী পঠাই দিম। আহিবৰ সময়ত ফোন কৰিবা দেই।

বুকুখন কঁপিছিল। মই পাৰিমনে মুখা-মুখি হ'ব অৰুণাভ ছাৰৰ? অৰুণাভ ছাৰৰ বিদায় সভাৰ? কঁপা কঁপা হাতেৰে অৰুণাভ ছাৰে দিয়া ৰঙা আকাশখন উলিয়াই লৈছিলো। মোৰ অন্তৰৰ হাহাকাৰক তাচ্ছিল্য কৰি আকাশখনৰ তৰাবোৰে মিচিকিয়াইছিল। অৰুণাভ ছাৰে ভালপোৱা দীঘল চুলিকোছাত গাৰ্ডাৰ এডাল টিলাকৈ বান্ধিলো। চকুত ডাঠকৈ কাজলৰ ৰেখা আঁকিলো। হঠাৎ যাতে সাগৰখন বাগৰি আহিব নোৱাৰে। গাড়ীৰ বাবে অৰুণাভ ছাৰক ফোন কৰাৰ কথা নাভাবিলো। খোজকাঢ়ি কিছুদুৰ গৈ অট'তে যোৱাৰ কথা ভাবিলো। যাবলৈ ওলাই বাৰে বাৰে থমকি ৰ'লোঁ। ভৰি দুখন যাব নোখোজে অৰুণাভ ছাৰক বিদায় দিবলৈ। ঘড়ীটোলৈ বাৰে বাৰে চকু যায়। সময়বোৰ কি দ্ৰুতগতিত যাবলৈ ধৰিছে। কাঁটাকেইডাল মাথোঁ ঘূৰিছে আৰু ঘূৰিছে। এই ঘূৰ্ণনেই আজি অৰুণাভ ছাৰক আমাৰ পৰা টানি লৈ যাব দূৰলৈ— বহুদূৰলৈ। ঘড়ীটোৱে কৈছে ইতিমধ্যে বিদায় সভা আৰম্ভ হৈছে। ঘূৰিয়েই আছে কাঁটাকেইডাল। এসময়ত মই যাবলৈ উঠিলো। নিজান ঘৰখনত তলা এটা মাৰিলো। গে'টতো।

কনফাৰেঞ্চ হলটো ভৰ্তি। সভা ইতিমধ্যে আৰম্ভ হৈছে। বহুকেইটা কাৰ্যসূচী পাৰ হৈছে। অৰুণাভ ছাৰ মাথোঁ এজন ভাল গায়কেই নহয় আমাৰ সৰু চহৰখনৰ আটাইতকৈ জনপ্ৰিয় গায়ক। সকলোৱে তেওঁক গান শুনাবলৈ অনুৰোধ কৰিছে। তেওঁ বাৰে বাৰে মানা কৰিছে। দুখ প্ৰকাশ কৰিছে — তেওঁৰ গান গোৱাৰ মুড সমূলি নাই। তেওঁৰ উজ্জ্বল চকুযোৰে মানুহবোৰৰ মাজত কাৰোবাক বিচাৰি ফুৰিছে। হঠাৎ তেওঁ মোক দেখিলে। চকুৱে চকুৱে পৰিল আমাৰ। তেওঁ লাউড স্পীকাৰটো টানি ল'লে। হঠাৎ

গান আৰম্ভ কৰিলে। অ'হ মাই গড়্। মোৰ প্ৰিয় গীত। পুৰণা হিন্দী গীত — অতি আৱেগিক — *আনেচে উচকী আয়ে বাহাৰ — যানেচে উচকী যায়ে বাহাৰ...* / অ' আৰু এটা — আমাৰ দুয়োৰে প্ৰিয় গীত। ভূপেন দাৰ অসমীয়া গীত — *বুকু হম হম কৰে মোৰ আই* / অ' অৰুণাভ ছাৰ চোন চাহ বাগিছা পালেগৈ। জুগনু নামৰ শিৰীষ গছত বাধা যেন লতিকা। মোৰ নালাগিল যে এয়া অৰুণাভ ছাৰৰ বিদায় সভা। তেওঁ যেন গান গাইছে মাথোঁ 'বী'ৰ বাবে। হঠাৎ তেওঁ হাত যোৰ কৰিলে সমজুৱাক উদ্দেশ্যি। কিন্তু তেওঁ মাথোঁ মোৰ ফালে চাইছে। মাথোঁ মই বুজি পালো। তেওঁ যেন কৈছে— 'মোক মাফ কৰি দিবা বী।' মোৰ চিঞৰি দিবৰ মন গৈছিল— 'ন' ছাৰ ন'।

ওচৰতে বহি থকা ৰিনিয়াৰ হাতখন মই খামোচি ধৰিলো। তাই ফুচ্‌ফুচাই ক'লে—

ঃ ৰিলেক্স মায়া — ৰিলেক্স।

বিদায় সভা শ্ৰেষ হ'ল। মই মোৰ কোঠাত বহি দুই এটা কাম কৰিব পাৰো নেকি যত্ন কৰিলো। সভাৰ শেষত কোনেও ফাইল খুলিবলৈ টেবুললৈ ঘূৰি নাহিল। সকলোৱে তেওঁক মাত লগাই গ'লগৈ। কিন্তু কাম মই কেনেকৈ কৰিব পাৰো? অৰুণাভ ছাৰৰ কোঠালৈ সোমাবলৈ লৈ দুৱাৰমুখত থমকি ৰ'লো। নেম্ প্লেটখনত চকু পৰিল— মিঃ অৰুণাভ ভাৰ্গৱ, আই এ এচ। দুদিনমানৰ পিছতে এই নেম্ প্লেটখন সলনি হ'ব। নতুন নাম এটা আহিব। বৰ অসহ্যকৰ। ভিতৰলৈ সোমাই গ'লোঁ — টেবুলটো হাঁহি আছে তেওঁৰ নামটোও 'অৰুণাভ ভাৰ্গৱ'। দুদিনমানৰ পিছতে নোহোৱা হ'ব। মই কোঠাটোত পায়চাৰি কৰি ফুৰিলো। মোৰ সবাতোকৈ মৰমৰ এই কোঠাটো, মোৰ শোৱনি কোঠাটোতকৈও মৰমৰ এই কোঠাটোত মোক এৰি অৰুণাভ ছাৰ গুচি যাবগৈ। অৰুণাভ ছাৰ সোমাই আহিল। মোক দেখি মিঠাকৈ হাঁহিলে—

ঃ বী।

লাহেকৈ মাতিলে। ঠিক প্ৰথম দিনাৰ দৰে। তেওঁ বহিল। ক'লে—

ঃ বহা বী।

বহিলো। অৰুণাভ ছাৰে ক'লে—

ঃ এই কোঠাত আজি মোৰ শেষ দিন। আচৰিত যেন নালাগেনে? চাকৰি জীৱনত ট্ৰেন্সফাৰ, পোষ্টিং আছেই। তথাপি কিয় ইমান আচৰিত যেন লাগিছে বী? এনে লাগিছে মই যেন এই কোঠাটোৰ পৰা নহয়, এই ঠাইখনৰ পৰা নহয়, পৃথিবীখনৰ পৰাই গুচি যাবলৈ ওলাইছোঁ।

ঃ ছিঃ ছাৰ আপুনি এনে কথা কয়!

মই অৰুণাভ ছাৰৰ মুখখনত উঠি গৈ সোপা দি ধৰিলো।

ঃ আপুনি আছে বাবেইতো পৃথিৱীখন ইমান সুন্দৰ ছাৰ। আপুনি পৃথিৱীৰ যিটো কোণতেই নাথাকক কিয়, যিমান দূৰতেই নাথাকক কিয় কোনো ক্ষতি নহয়। আপুনি

পৃথিৱীত আছে মোৰ বাবে সেয়াই সত্য। গোটেই পৃথিৱীখন ভাল পাই পেলাবলৈ সেয়াই যথেষ্ট।

অৰুণাভ ছাৰে তথা লাগি মোৰ বাৰিষা ভৰা চকুযোৰলৈ চাই ৰৈছিল আৰু কৈছিল—

ঃ তথাপি বী, যদি সদায় একেলগে থাকিব পাৰিলোহেঁতেন ভাল হ'লহেঁতেন। এনেকৈ একেটা কোঠাতে দেখাদেখিকৈ।

ঃ পৃথিৱীখনেই এতিয়া এটা কোঠা হৈ পৰিব ছাৰ। প্ৰতি মুহূৰ্ততে মই আপোনাৰ উপস্থিতি অনুভৱ কৰিম। মোৰ নিচেই কাষত।

ঃ আচলতে বী— এই ঠাইখনৰ প্ৰতি থকা মোৰ সমস্ত ভালপোৱা তোমাৰ মাজতেই অন্তৰ্নিহিত হৈ আছে। তুমি নথকা হ'লে এই ঠাইখনত ইমানবোৰ সৌন্দৰ্য নাথাকিলেহেঁতেন। ফুলবোৰ নুফুলিলেহেঁতেন, চৰাইবোৰে গান নাগালেহেঁতেন। চৰাইবোৰ উৰি গুচি গ'লহেঁতেন এই ঠাইখন এৰি।

মই স্তব্ধ হৈ গ'লোঁ। অৰুণাভ ছাৰ খুউব অস্থিৰ হৈ পৰিছিল। মোৰ ভয় হৈছিল তেওঁৱেই যদি এনেকৈ অস্থিৰ হৈ পৰে — মোৰ কি হ'ব? ইমানদিনে মই তেওঁৰ নহয় তেওঁহে মোৰ অস্থিৰতা নিয়ন্ত্ৰণ কৰি আহিছে। তেনেস্থলত! প্ৰথমবাৰৰ বাবে মই মোৰ সমগ্ৰ অস্থিৰতা ঢাকি তেওঁৰ অস্থিৰতা নিয়ন্ত্ৰণ কৰিবলৈ ওলালো। বাৰিষাভৰা চকুযোৰ মচি পেলালো। অৰুণাভ ছাৰৰ বিহ্বল হাতখন চুই ক'লো—

ঃ অহ! বী প্ৰেকটিকেল ছাৰ। এয়াই জীৱন। পোৱা-নোপোৱা — পাই হেৰুওৱা — এইবোৰৰ বাবেই জীৱন অমূল্য, সুন্দৰ। আপুনি চাব ছাৰ এই বাহ্যিক বিচ্ছেদে আমাৰ আভ্যন্তৰীণ সম্পৰ্ক আৰু মধুৰ আৰু নিষ্পাপ কৰি তুলিব। যদি সদায় সকলোবোৰ হাত মেলিয়েই কাষতে পোৱা যায় বিচাৰিবলৈ থাকিবই বা কি? অপূৰ্ণতা অবিহনে জীৱন বিৰক্তিকৰ হে হৈ পৰিব। আমি সদায় দুয়ো দুয়োকে বিচাৰি ফুৰিম। অনন্ত অন্বেষণ — অনন্ত আশা প্ৰতীক্ষা। জীৱন কেতিয়াও আমনিদায়ক নহ'ব ছাৰ। আহক ছাৰ — আপোনাৰ মৰমৰ কোঠাটোত... শেষ দিনটো উপভোগ কৰক।

মই তেওঁৰ ভাল লগা খিৰিকীখন খুলি দিলোঁগৈ। এজাক শীতল সেউজীয়া বতাহ সোমাই আহিল। অৰুণাভ ছাৰ উঠি আহি মোৰ নিচেই কাষত ৰ'লহি। আমি বাহিৰলৈ চালো। তললৈ চালে ব্যস্ত ৰাজপথ — গাড়ী, মটৰ, মানুহ। ক্ৰমান্বয়ে দৃষ্টি ওপৰলৈ তুলি আনিলে সেউজীয়া মাথোঁ সেউজীয়া। সেউজীয়া পাহাৰ...। চিয়াঁহী ছটিয়াই থোৱা আকাশ। শূন্যত ওপঙি থকা ৰঙা নীলা দুই এখন চিলা আৰু নীড়মুখী এজাক চৰাই।

ঃ সৌফালে চৰাইবোৰৰ ঘৰ ছাৰ।

বহুদিন বহুকেইটা বছৰৰ পিছত মই আকৌ এবাৰ ক'লো। বোধহয় শেষবাৰলৈ। অৰুণাভ ছাৰে তথা লাগি উৰি যোৱা চৰাইজাকলৈ চাই ৰ'ল। তেওঁ হাত এখন মোৰ

কান্দত থ'লে। মোৰ মনত পৰিল অৰুণাভ ছাৰে এদিন ডায়েৰীত কবিতা লিখিছিল — মই চুৰ কৰি পঢ়িছিলো—

I want to meet you once/ In an isolated world where/ We have only the silence of nature/ I want to have an illicit affair with you/ That day/

I'll never ask you about your past memories/ do not ask me about my past/ That day we'll keep memories aside/ We would disappear ourselves completely in that day/ That day/ For some known & unknown misdeeds/ we'll not blame each other/ we'll not realize also/

We would become birds that day/ We will communicate by chirp...chirp/ we'll eat the seeds of flower/ we'll pick up in each others beak love... excitement.. sorrow/

We will suck the whole illegitimacy of the world,/ Secrecy, restriction, prohibition/

That day we'll neither take oath/ Nor make promises/
No, we'll not give any word to each other/

Do birds take oath? Do birds make promises?/ Only for that day we'll fly to one nest together/

We'll built an illicit world/ legitimacy Can pull out our past/ and will wake up memories/ and will create artificiality/ and will also sow infinite responsibilities/

Can legitimacy allow us to be bird?/ And not being a bird can we love?/

মই শাৰীকেইটা গুণগুণাই উঠিলো। তেওঁ মোৰ মুখলৈ চালে। তেওঁ কাৰোবাৰ স'তে একেটা নীড়লৈকে উৰি গুচি যাব বিচাৰিছিল। হয়তোবা তেওঁৰ সেই ভেমাল

মহাৰাণী। হয়, এতিয়া তেওঁ আৰু সেই ভেমাল মহাৰাণীৰ গোটেই জীৱন একেটা নীড়তে থাকিব।

ঃ তেওঁলোকৰ নীড়লৈ কেতিয়াও কোনো নিষ্ঠুৰ চিকাৰী নাহক প্ৰভু।

মই হঠাৎ ভূণভূণাই উঠিলো। তেওঁ সুধিলে—

ঃ কিবা ক'লা বী?

ঃ নহয় ছাৰ, মোৰ হঠাৎ ধনেশ ৰজা-ৰাণীৰ কথা মনত পৰিল।

ঃ বী সিহঁতক ক'বা — মই গ'লোগৈ।

আকাশখনৰ পৰা কোনোবাই টোপটোপকৈ ক'লা চিয়াঁহী ছটিওৱা আৰম্ভ কৰিছিল। সেউজীয়া পাহাৰ ক'লা হৈ আহিছিল। পৃথিৱীখন আন্ধাৰ ক'লা পোছাক পিন্ধা ছোৱালী এজনী হৈছিল। এটি-দুটিকৈ হাজাৰ হাজাৰ বিদ্যুৎ চাকিবোৰ জ্বলি উঠিছিল যেন আকাশখনৰ পৰা অগণন তৰাবোৰ পৃথিৱীলৈ নামি আহিল।

আমি অফিচৰ পৰা ওলাইছিলো। ওলাবলৈ আমি বাধ্য। অৰুণাভ ছাৰে দুৱাৰমুখত ৰৈ কোঠাটো চাইছিল। তেওঁ মোৰ সৰু কোঠাটোত সোমাইছিল। প্ৰাণভৰি চাইছিল কোঠাটো। টেবুলত থকা নেমপ্লেটখন হাতত তুলি লৈছিল — মায়াবী শৰ্মা। কৰুণ হাঁহিৰে মোৰ নামটো তেওঁ এনেকৈ পঢ়িছিল যেন প্ৰথমবাৰহে সেই নামটো পঢ়িছে। ওঁঠত লগাইছিল তেওঁ নেমপ্লেটখন।

আমি শেষবাৰৰ বাবে তৰা ভৰা আকাশ দুখনৰ মাজেদি উভতিলো। তেওঁ লাহে লাহে গাড়ী চলালে। মাজতে গাড়ী ৰখাই তেওঁ দোকানত সোমালে। দুটা মস্ত চক্‌লেট লৈ মোৰ হাতত দিলে। তেওঁৰ পৰা ৰুমী-জিমিলৈ শেষ চক্‌লেট। ৰুমী-জিমি বৰ দুৰ্ভগীয়া, মই ভাবিলো।

ৰুমী-জিমিক মই ইচ্ছা কৰিয়েই কাবেৰী আৰু ভাইটিৰ লগত ফুৰিবলৈ পঠাইছিলো। মোক এই দিনকেইটা অকলে লাগে। প্ৰতিটো ক্ষণ মোক লাগে। অৰুণাভ ছাৰ মোৰ ঘৰখনত ঘূৰি ফুৰিছিল অস্থিৰভাৱে। ৰুমী-জিমিৰ কোঠা, সিহঁতৰ পঢ়া টেবুল, সিহঁতৰ বেড্‌মিণ্টন বেট, কিতাপ-কাপোৰ সকলোবোৰ প্ৰাণভৰি চালে তেওঁ। শেৱালিজোপা, নাহৰকেইজোপা আৰু নাহৰকেইজোপাত ফুলি থকা জোনটোও। মোৰ হাতৰ পৰা চাহকাপ লৈ মোলৈও চাই ৰ'ল তেওঁ। হম্‌হমাই গ'ল বুকুখন মোৰ! মোৰ ঘৰত তেওঁৰ শেষকাপ চাহ!!

যেনেকৈ তেওঁ মোৰ ঘৰখন লিৰিকি-বিদাৰি চাইছিল, ময়ো চাইছিলো তেওঁৰ ঘৰখন। মোৰ প্ৰিয় তেওঁৰ ডাইনিং ৰুমটো, বিশাল ডাইনিং টেবুলখন, মোৰ বাবে থকা বে'ড ৰুমটো — বেলকনি — য'ত বহি আমি নিশা ফুল ফুলালৈ অপেক্ষা কৰো আৰু তেওঁৰ সুগন্ধিত কোঠাটো! বৰ হৃদয় বিদাৰক হ'ব। এই ঘৰখনলৈ আন কোনোবা আহিব। মই কোনোদিনেই এই ঘৰখনৰ ভিতৰলৈ সোমাব নোৱাৰিম। প্ৰাণভৰি চাব

নোৱাৰিম অৰুণাভ ছাৰৰ হাতৰ পৰশ লাগি ৰোৱা ঘৰখন। তেওঁৰ কোঠাটো, অথচ দূৰৰ পৰা সদায় দেখিম।

ইতিমধ্যে তেওঁৰ চুটকেচকেইটা ৰেডী হৈছে। মাথোঁ প্ৰয়োজনীয় কাগজ-পত্ৰ কিছুমান বাকী। কাগজ-পত্ৰ থকা তেওঁৰ আলমাৰীটোৰ চাবিপাট মোৰ হাতত দি তেওঁ ক'লে—

ঃ বী আলমাৰী খুলি প্ৰয়োজনীয় কাগজ-পত্ৰবোৰ এটা ফাইল কৰি চুটকেচত ভৰাই দিয়া। অপ্ৰয়োজনীয়বোৰ জ্বলাই পেলাবলৈ দিয়া।

আলমাৰী খুলি দেখিলো বহুত কাগজ-পত্ৰ। এখন এখনকৈ ফাইল কৰিলো। সযতনে ৰখা ফাইল এটা খুলি চাই দেখিলো আমাৰ স্মৃতিবহুল সময় কিছুমানৰ ফটো। অৰুণাভ ছাৰ মোৰ আৰু ৰুমী-জিমিৰ। ফটোখিনি তেওঁৰ প্ৰয়োজনীয় বস্তুৰ লগত ধৰিব পাৰিলেও দি পঠোৱা উচিত হ'বনে নহয় মই ঠিক ভাবিব নোৱাৰিলো। ফটোখিনি হাতত লৈ মই ৰৈ গ'লো। অৰুণাভ ছাৰ আহি ফটোখিনি মোৰ হাতৰ পৰা ল'লে। তেওঁ নিজ হাতে ফটোবোৰ সামৰি ল'লে— আছুতীয়াকৈ। মই সুধিলো—

ঃ ছাৰ ফটোবোৰ আপুনি লৈ যাব?

ঃ কিয় নিনিম বী?

তেওঁ আচৰিত হ'ল। তেওঁৰ কাগজ-পত্ৰসমূহো পেকিং কৰা হ'ল। বাকী ৰ'ল মাথোঁ তেওঁ সচৰাচৰ পিন্ধা পোছাক দুযোৰমান। তেওঁৰ বিশাল বিছনাখনত বহি মই তেওঁৰ কাপোৰবোৰ নমাই ল'লো। চাৰ্টবোৰত লাগি থকা তেওঁৰ শৰীৰৰ গোন্ধে তৎক্ষণাত মোক আগুৰি ধৰিলে। মই তেওঁৰ এন্ধাৰ ক'লা চাৰ্টটো হাতত তুলি ল'লো। এই চাৰ্টটো পিন্ধিলে অৰুণাভ ছাৰক ধুনীয়া দেখি। চাৰ্টটো এন্ধাৰ নিশা এটাৰ দৰে গভীৰ যেন লাগে। মই এই চাৰ্টটোৰ নাম দিছো — ব্লেক নাইট। নামটো তেওঁ আগ্ৰহেৰে গ্ৰহণ কৰি লৈছে। চাৰ্টটোৰ দুটামান বুটাম এই ছিগো এই ছিগো হৈ আছে। অৰুণাভ ছাৰৰ চাৰ্টৰ বুটাম সদায় ময়েই চিলাই আহিছো। মোৰ হাততেই তেওঁৰ ঘৰলৈ বেজী সূতা আহিছিল। শেষবাৰৰ বাবে বেজী সূতাযোৰ ময়েই তুলি ল'লো। তেওঁৰ চাৰ্টৰ বুটামবোৰ চিলাই দিয়া দৰকাৰ। এনে লাগিল চাৰ্ট নহয় যেন স্বয়ং অৰুণাভ ছাৰ। মোৰ কোলাত, মোৰ হাতৰ মুঠিত উশাহ লৈছে চাৰ্টটোৱে। এয়া বুকুখন উঠা নমা কৰিছে তেওঁৰ। মই তেওঁৰ হালধীয়া ৰঙৰ চাৰ্টটো তুলি ল'লো। এই চাৰ্টটোৰ নাম চান-চাইন। তেওঁৰ বৰ্গ চাৰ্টটো! এইটো আমাৰ বাবে স্ন'-ফল। শেষত মই তুলি ল'লো মোৰ আটাইতকৈ প্ৰিয় তেওঁৰ নীল ৰঙী চাৰ্টটো। এই চাৰ্টটো মোৰ বাবে এখন নীলা আকাশ। আমাৰ দুয়োৰে ব্লুস্কাই। নীলা আকাশখন পিন্ধিলে অৰুণাভ ছাৰৰ বুকুত মোৰ জোনতৰা কিছুমান আঁকি দিবৰ মন যায়। চুই চাবৰ মন যায় আকাশখন। তেওঁ এবাৰ পিন্ধাৰ পিছত দ্বিতীয়বাৰ আকাশখন পিন্ধালৈ মই অধীৰ অপেক্ষাৰে ৰৈ থাকোঁ। কিমানবাৰ যে মোৰ চকুলোৰ বৰষুণে এই নীলা আকাশখন

তিয়াই পেলাইছে। আকাশখনৰ এটা তৰা ছিগি গৈছে। অৱশ্যে সবি পৰা নাই। থৰক-বৰক হৈ পৰিছে। তৰাটো গাঁথিবলৈ গৈ মই ভাগি পৰিলো। ধৈৰ্যৰ এটা সীমা থাকে। হঠাৎ বাগৰি অহা চকুৰ পানীয়ে হাতত থকা আকাশখন তিয়াই পেলালে। মই হাৰি গ'লো আৰু হুকহুকাই কান্দি পেলালো।

অৰুণাভ ছাৰৰ বাঙলোত শেষ নিশাটো আমি প্ৰায় উজাগৰে কটালো। বেলকনিত বহি আমি নিশা ফুলা ফুললৈ অপেক্ষা কৰিলো। আমাক নিৰাশ নকৰি নিশাৰাণীয়ে এসময়ত পাহি মেলিলে। আমাৰ বাবে। শেষবাৰলৈ আমি প্ৰাণভৰি চালো। চৌদিশে বিয়পি পৰা সুগন্ধ — আমি পান কৰিলো। পান কৰিলো জোনাক, বতাহ, নিয়ৰ। অৱশেষত কোটি কোটি তৰাৰ মাজৰ পৰা অকলশৰীয়া তৰা এটা মই বিচাৰি উলিয়ালো। এসময়ত আমি কোঠাত সোমালো। অৰুণাভ ছাৰৰ শোৱা কোঠাত তেওঁৰ বিছনাত আমি আৰম্ভ কৰিলো যেন এক সাধুকথা — কোনোদিনেই শেষ নোহোৱা আলিফ লাইলাৰ সাধু। অৰুণাভ ছাৰে খিৰিকীৰ পৰ্দাবোৰ আঁতৰাই দিছিল। জোনাক আহিবলৈ। জোনাকবোৰ আহিছিল। মই ভিতৰৰ লাইটবোৰ নুমুৰাই দিলো।

সাধু কেতিয়া শেষ হৈছিল — শেষ হৈছিলনে নাই নাজানিলো। পুৱা যেতিয়া মই চকু মেলিছিলো জোনাক নাছিল। বেলিৰ পোহৰ। অৰুণাভ ছাৰ টোপনিত লালকাল। তেতিয়াও আমি দুয়ো বিছনাখনত অথালি-পথালিকৈ পৰি আছিলো। ঠিক বাগিছাৰ নিচাসক্ত ৰাতি পৰি থকাৰ দৰে। মোৰ দীঘল বেনীডালে অৰুণাভ ছাৰক অকাই-পকাই ধৰি আছিল। মই তেওঁলৈ চাই ৰ'লো। অহ! হঠাৎ পাহৰি যাব খুজিছিলো এই কোঠাটোৰ পৰা যে কিছুসময়ৰ পিছত আমি চিৰবিদায় ল'ব লাগিব। অৰুণাভ ছাৰ আৰু মোৰ এই কোঠাত, এই ঘৰত এয়া শেষ দেখাদেখি। মই তেওঁক ধৰি থকা বেণীডালৰ পাকবোৰ লাহে লাহে খুলিবলৈ ধৰিলো। কেইবাবাৰো, থেনথেনাই থেনথেনাই অৱশেষত বেণীডালে তেওঁক এৰি দিলে।

মই উঠি গৈ খিৰিকীখন খুলি দিলো। বেলিটো জাঁপ মাৰি খিৰিকীৰে সোমাই আহিল। বিছনাখনত বাগৰি দিলে। অৰুণাভ ছাৰৰ মুখখন সোণোৱালী হৈ পৰিল।

বেড্ টি হাতত লৈ মই অৰুণাভ ছাৰক জগাবলৈ আহি তেওঁৰ মুখখন চাই ৰৈ গৈছিলো। বহুদিনৰ আগৰ উজ্জ্বল পুৱা এটিৰ দৰে সকলো পাহৰি। কেইটামান মুহূৰ্তৰ পিছত অৰুণাভ ছাৰ সাৰ পাই গ'ল। তেতিয়াহে মোৰ সম্বিৎ ঘূৰি আহিল। মোৰ চুলিৰ টোপাটোপ বৰষুণে তেওঁৰ মুখখন তিয়াই পেলাইছে। তেওঁ তিতা গালখন চুই চাই হাঁহি পেলালে। মই আগৰ দৰে ক্ষমা নুখুজিলো। তেওঁ মোৰ দীঘল তিতা চুলিবোৰ চুই পেলালে। ক'লে—

ঃ অহ! এক মুহূৰ্তৰ বাবে ভুল হৈ যাব খুজিছিলো বী।

ঃ ভুল?

ঃ হঠাৎ অফিচলৈ পলম হ'ব লাগিব বুলি ভাবি পেলাইছিলো।

মই তেওঁলৈ চাহকাপ আগবঢ়াই দিলো। বৰ কষ্ট হ'ল মোৰ।

আমি সকলোৰে পৰা বিদায় ল'লো। ভৰা চকুৰে অৰুণাভ ছাৰক সকলোৱে বিদায় দিলে। ঘৰখনৰ গোটেইকেইটা কোঠাত তেওঁ কিছু সময় পায়চাৰি কৰিলে। চুই চালে আচবাব্ পত্ৰবোৰ। ছাঁদত বৈ তেওঁ সন্মুখৰ লন, ফুলনি, পকী পথটো চাই ৰ'ল। ফুলবোৰ, লনত থকা পকী বেঞ্চখন একাষে থকা দোলনাখন সকলোৰে পৰা বিদায় ল'লে অৰুণাভ ছাৰে। সকলো উদং হৈ গ'ল মুহূৰ্ততে। ম্ৰিয়মাণ হৈ গ'ল, কাহ পৰি জিন গ'ল সেই স্বপ্নময় মায়াময় উমাল পৃথিৱীখন।

তেওঁ হেলিকপ্টাৰেৰে গুৱাহাটীলৈ যোৱাৰ কথা। আগদিনা তেওঁ কাৰ্যসূচী সলনি কৰিলে। গুৱাহাটীলৈকে তেওঁ গাড়ীৰে অহাটোহে ঠিক হ'ল। মই তেওঁক আগবঢ়াই দিম গুৱাহাটীলৈকে। আগৰ দৰে তেওঁ ড্ৰাইভিং চিটত আৰু মই ফ্ৰণ্ট চিটত নবহিলো। ড্ৰাইভাৰ অমলে গাড়ী চলালে। আমি দুয়ো পিছৰ চিটত বহিলো। দিনটোৰ যাত্ৰা। বিদায় যাত্ৰা। আমি দুয়ো এই বিদায় যাত্ৰা আনন্দমুখৰ, স্মৃতি বহুল কৰি তোলাৰ প্ৰয়াস কৰিলো। মোৰ পৰা লুকুৱাই আঁৰ চকুৰে অৰুণাভ ছাৰে বহুদূৰলৈ চৰাইবোৰৰ ঘৰলৈ চালে। সঁচাকৈয়ে স্মৃতিবহুল আছিল সেই যাত্ৰা। কিন্তু যাত্ৰা যিমানেই সন্মুখলৈ আগবাঢ়িছিল আমি দুয়ো দুয়োৰে পৰা লুকুৱাই উৎকণ্ঠিত হৈছিলো। দুয়ো মনে মনে আশা কৰিছিলো এই যাত্ৰা যেন চলিয়েই থাকক। দিনটো ৰৈয়েই থাকক। কিন্তু আমালৈ চাই তাচ্ছিল্যৰ হাঁহি মাৰি বেলিটো ক্ৰমান্বয়ে দূৰলৈ বহু দূৰলৈ আগুৱাই গৈছিল। এসময়ত উখ্মাৰে অৰুণাভ ছাৰে কৈ পেলাইছিল—

ঃ এই বেলিটো বৰ দুষ্ট। আমাৰ ইটানগৰৰ বেলিটোৰ দৰে নহয়।

ঃ আপুনি ঠিকেই কৈছে। ময়ো তাকেই ভাবিছিলো।

আমি দুয়ো এৰি অহা ইটানগৰৰ বেলিটোলৈ উভতি গৈছিলো। সেই বেলিটো বৰ উৎপতীয়া। দেও দি দি এটা পাহাৰৰ পৰা আন এটা পাহাৰলৈ জাঁপিয়াই ফুৰে। এইমাত্ৰ যদি আমাৰ আগে আগে আহি থাকে পিছ মুহূৰ্ততে দেখোঁ কোনোবা এটা পাহাৰৰ আঁৰত মুখ লুকুৱাই পেলায়। অৰুণাভ ছাৰ আৰু মই বেলিটো বিচাৰি ফুৰো। কেনি গ'লগৈ দুষ্টটো! হঠাৎ দেখোঁ বাওঁফালৰ পাহাৰটোৰ পৰা ভুমুকিয়াই ফেলফেলকৈ হাঁহিবলৈ ধৰিছে। আমি তালৈ চাই চাই গৈ থাকো। সি চকুৰ পচাৰতে পুলুকা মাৰে। এইবাৰ দেখোঁ সোঁফালে, আকৌ বাওঁফালে। বেলিটোৰ সৈতে অৰুণাভ ছাৰ আৰু মই খুউব খেলিছিলো। কেতিয়াবা আবেলি পৰত কেনিবা অহাযোৱা কৰিব লগা হ'লে এই খেলা বেছ জমি উঠিছিল। কিন্তু সি যিমানেই দুষ্ট নহওক কিয় আমাৰ বাবে সদায় ইন্দিৰা গান্ধী পাৰ্কত অপেক্ষা কৰিছিল। লাগিলে সি দেৰিকৈ অস্ত যাব। যাওঁ নাযাওঁকৈ। — এৰা, অনিচ্ছা সত্ত্বেও সেই দুষ্টটোক অৰুণাভ ছাৰে এৰি আহিব লগা হ'ল। জোন, তৰা, ফুল, পাত, চৰাইবোৰ, ধনেশ ৰজা-ৰাণী, নীনু, টেলটুপী সকলো মাথোঁ মোৰ বাবে এৰি আহিল। মোৰ ভয় হ'ল। অৰুণাভ ছাৰে তেন্তে এতিয়া এই নিৰ্মম বেলিটোৰেই দিন কটাব লাগিব নেকি?

আমি ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দুয়োকাষে শাৰী শাৰী চাহগছবোৰ এৰি যাবলৈ ধৰিলো। চাহপাতৰ তিতা গোন্ধ আহি আমাৰ গালে-মুখে স্পৰ্শ কৰিছিলহি। আমি উশাহত সেৱন কৰিছিলো চাহপাতৰ তিতা গোন্ধ। আমাক বাগিছাৰ স্মৃতিয়ে আমনি কৰিলে।

আমাক গুৱাহাটী মহানগৰীৰ জনসমুদ্ৰত এৰি দি পাষাণ বেলিটোৱে ব্ৰহ্মপুত্ৰত জাঁপ দিলে। আমাৰ গাড়ীখন ঢৌ এটা হৈ জনসমুদ্ৰৰ সোঁতত উটিভাঁহি ফুৰিলে। অৰুণাভ ছাৰে সুধিলে—

ঃ তুমি ক'ত থাকিবলৈ ভাল পাবা বী? ডাইনেষ্টি, মহালক্ষ্মী, নন্দন নে আন কোনোবা গেষ্ট হাউচ...

ঃ সেইবোৰ বৰ ডাঙৰ হোটেল নহয়নে ছাৰ?

ঃ হয় বী। তিনি তাৰকাযুক্ত।

ঃ দামো বহুত বেছি?

ঃ তুমি দামৰ কথা নাভাবিবা। তোমাৰ কেতিয়াবা তেনে ডাঙৰ হোটেলত থাকিবলৈ মন যায়নে?

ঃ কেতিয়াও ভাবি চোৱা নাই। কিন্তু বোধহয় নাযায় ছাৰ। পৃথিৱীখন মই পৃথিৱীৰ পৰাই চাবলৈহে বেছি ভাল পাওঁ। আকাশৰ পৰা চোৱা কল্পনাই নকৰো। ইমান ওখ ঠাইত বোধহয় মোৰ অসহজ লাগিব। ভয় ভয় লাগিব। হয়তো সংকোচ এটাও থাকি যাব।

অৰুণাভ ছাৰে অলপ ইতস্ততঃ কৰি ক'লে—

ঃ আচলতে বী ষ্টাৰ হোটেলত মই বহুবাৰেই থাকিছো। হোটেলত থাকিব লগা হ'লে ষ্টাৰ হোটেলতে থাকিব লগা হয়। সাধাৰণ হোটেলত মই কেতিয়াও থাকিব পোৱা নাই।

ম'ই জানো, বুজো, অৰুণাভ ছাৰ সদায় সৰু সাধাৰণ মানুহৰ বাবে জীয়াই থকা মানুহ। তেওঁ সাধাৰণ এজন হৈ সাধাৰণ জনতাৰ মাজত মিলি যাব বিচাৰে। কিন্তু পদমৰ্যাদাই তেওঁক বাধা দিয়ে। বাধা দিয়ে সাধাৰণ মানুহে নিজে। কোনে জানে কাইলৈৰ পৰা তেওঁ আৰু আমাৰ সাধাৰণ পৃথিৱীখনত ভ্ৰমি ফুৰিবলৈ পায়নে নাপায়। তেওঁৰ লগততো কাইলৈৰ পৰা সাধাৰণ, খুবেই সাধাৰণ মায়াবী এজনী নাথাকিব। মোৰ এনে লাগিল তেওঁ যেন পুনৰ শিশু হ'বলৈ গৈ আছে। অট্টালিকাৰ পৃথিৱীত কেঁচা মাটিৰ সুগন্ধৰ পৰা বহুদূৰত। চৰাইবোৰৰ ঘৰৰ পৰা কোটি কোটি মাইল দূৰত — এখন নিৰ্জীৱ পুতলাৰ পৃথিৱীলৈ গৈ আছে মোৰ মৰমৰ অৰুণাভ ছাৰ। পল্টন বজাৰৰ জনসমাগমৰ পৰা মই তেওঁক ওপৰলৈ আঙুলিয়াই দিলো—

ঃ সৌখন হোটেল গীতাঞ্জলি। সাধাৰণ হোটেল।

গুৱাহাটী মহানগৰীৰ এখন নিচেই সাধাৰণ হোটেলৰ তৃতীয় মহলাৰ ছাঁদৰ পৰা

আমি নিশাৰ গুৱাহাটী চাইছিলো। চাইছিলো নিশাৰ গুৱাহাটী মহানগৰীৰ তৰা ভৰা আকাশখন। হঠাৎ অৰুণাভ ছাৰে চিঞৰি উঠিছিল—

ঃ বী চোৱা চোৱা — আমাৰ অকলশৰীয়া তৰাটি...।

ঃ অঁ হয়তো — তৰাটি ইয়াতো আছে।

আমি দুয়ো তৰাটিৰ মাজেৰে এৰি অহা বাঙলোৰ ছাঁদলৈ উভতি গৈছিলো। অৰুণাভ ছাৰে কৈছিল—

ঃ বী, মই সদায় এই তৰাটি চাম। তুমিও চাবা।

ঃ চাম ছাৰ চাম।

ঃ প্ৰমিজ?

ঃ প্ৰমিজ ছাৰ।

ঃ বী — নিশা ধুমুহা বৰষুণ আৰু বলিয়া বতাহ বলিলে ভয় নাখাবা। ভাবিবা, মই তোমাৰ কাষত আছো।

ঃ নাখাওঁ ছাৰ।

ঃ প্ৰমিজ?

ঃ প্ৰমিজ ছাৰ। ধুমুহা বতাহৰ নিশা মোলৈ আপোনাৰ মনত পৰিব?

ঃ বী, ধুমুহা বতাহৰ নিশা মই শুব নোৱাৰিম। তোমালৈ মোৰ বৰকৈ মনত পৰিব।

মই হাঁহি পেলালো।

ঃ তেন্তে ছাৰ, আমিনো দূৰলৈ গ'লো ক'ত? আপোনাৰ ধুমুহা বৰষুণৰ নিশা মোলৈ মনত পৰিব। মই ভাবিম আপুনি মোৰ নিচেই কাষত আছে। তেন্তে আমিচোন সদায়েই অভিন্ন হৈ ৰ'লো। ছাৰ, আপুনি জোনটো সদায় চাবনে?

ঃ চাম বী — ভাবিম জোনটো তোমাৰ নাহৰকেইজোপাত ফুলি আছে। তুমিও জোনটো চাবা। ভাবিম আমি দুয়ো একেলগে জোনটো চাই আছো।

ঃ প্ৰমিজ?

ঃ প্ৰমিজ বী।

ঃ আপুনি কেতিয়াও শিশু হৈ নাযাব ছাৰ।

ঃ শিশু?

ঃ অঁ — আই মিন্ শিশু অৰুণাভ — অট্টালিকাৰ পৃথিৱী নিষ্প্ৰাণ পুতলা — মেচিন যন্ত্ৰৰ মাজত সোমাই নাযাব।

ঃ নাযাওঁ বী।

ঃ প্ৰমিজ?

ঃ প্ৰমিজ বী।

ঃ চৰাইবোৰ, ঝৰ্ণাবোৰ, পাহাৰবোৰলৈ পাহৰি নাযাব। কেতিয়াবা বহুত দূৰলৈ চাই পঠিয়াব সৌ সিমান দূৰলৈ ছাৰ। যিমান দূৰত তৰাবোৰ থাকে। যিমান দূৰলৈ চৰাইবোৰ উৰি গুচি যায়। যিমান দূৰত চৰাইবোৰৰ ঘৰ আছে। প্ৰমিজ ছাৰ?

ঃ প্ৰমিজ বী।

অৰুণাভ ছাৰে মোৰ পৰা কিন্তু আটাইতকৈ ডাঙৰ প্ৰমিজ ল'লে।

ঃ বী, মই গুচি যোৱাৰ পিছত তোমাৰ হৃদয় ভাগিব নেকি?

অহ্! সেয়াও কি সুধিবলগীয়া কথা? মই একো নক'লো। অৰুণাভ ছাৰক মিছাওতো কোৱা নাযায়। তেওঁ মোৰ হাতখন চুই ক'লে—

ঃ বী, কেতিয়াও হৃদয় ভাগিবলৈ নিদিবা। কেতিয়াও নিঃসংগ নহ'বা। মই সদায় তোমাৰ কাষত আছো। প্ৰমিজ বী?

ঃ প্ৰমিজ ছাৰ।

ভীষণ কঠিন প্ৰমিজ ল'লে অৰুণাভ ছাৰে মোৰ পৰা। মই কিন্তু ল'ব নোৱাৰিলো।

আমি চাইছিলো সেই জনসমুদ্ৰৰ মাজত ফুটপাথৰ একাষে বহি অহৰহ বাদাম ভাজি বেচি থকা মানুহজনী। তাই এবাৰো মূৰ তুলি কোনোফালে চোৱা নাছিল। কেৰাচিনৰ ষ্টভ এটাত মাথোঁ বাদাম ভাজি গৈছিল। কাষতে বহি কণমাণি এজনীয়ে বাদাম বিক্ৰী কৰিছিল। তাই কিন্তু মাজে মাজে ইফালে সিফালে চায়। হয়তো শুকান বাদামৰ পাচিটোৰ পৰা তাইৰ কণমাণি মনটো শিশুৰ ৰংচঙীয়া নিষ্পাপ পৃথিৱীখনলৈ উৰা মাৰিব খোজে। অৰুণাভ ছাৰৰ কৌতূহল হৈছিল। কৈছিল—

ঃ অকণমাণি ছোৱালীজনী বোধহয় তাইৰ জীয়েক নহয়নে বী?

ঃ ময়ো তেনেকৈয়ে ভাবো ছাৰ।

ঃ ঘৰত হয়তো আৰু ল'ৰা-ছোৱালী আছে। গিৰীয়েক হয়তো নাই নহয়?

ঃ আপুনি তেনেকৈ কিয় ভাবিলে ছাৰ? থাকিবও পাৰে।

ঃ অৱশ্যে। কিন্তু গিৰীয়েক থাকিলে ইমান নিশালৈকে এনেকৈ জানো তাই কাম কৰিব লগা হ'ব?

ঃ গিৰীয়েক নাথাকিলে বৰ কষ্ট হয়। নহয়নে ছাৰ?

কিছু সময় মনে মনে থাকি অৰুণাভ ছাৰে ক'লে—

ঃ মই তোমাক দুখ দিলো নেকি বী?

ঃ নাই দিয়া ছাৰ, পৃথিৱীৰ সকলোবোৰ দুখৰ পৰা আপুনি মোক বচাই ৰাখিছে। মই কথা সলালো।

ঃ তাই বোধহয় বহুদিন আকাশখন দেখাই নাই। নহয়নে ছাৰ?

ঃ বোধহয়। তুমি চাবা বী পুৱা আমি শুই উঠাৰ আগতেই আহি তাই বাদাম ভাজি থাকিবহি।

ঃ আপুনি কেনেকৈ জানিলে ছাৰ?

ঃ কাৰণ যেতিয়াই মই পল্টন বজাৰলৈ আহোঁ— যি সময়তেই আহোঁ তাইক দেখা পাওঁ। মই তাইক চাওঁ।

ঃ সঁচা?

ঃ সঁচা বী।

অৰুণাভ ছাৰ সঁচাকৈয়ে কি যে অদ্ভুত মানুহ।

পিছদিনা পুৱা লোকপ্রিয় গোপীনাথ বৰদলৈ এয়াৰপ'ৰ্ট পালে গৈ। নির্দিষ্ট সময়ত অৰুণাভ ছাৰৰ ফ্লাইট আহিল। তেওঁ অস্থিৰ হৈ উঠিল। মই হঠাৎ তেওঁক যাবলৈ বাধা দিব খুজিছিলো। বৰ দুৰ্বল হৈ সাৱটি ধৰি তেওঁক ৰখাই থ'ব খুজিছিলো। বুকু ভাগি যোৱাকৈ কান্দি পেলাব খুজিছিলো। কিন্তু অৰুণাভ ছাৰে যে মোৰ পৰা প্ৰমিজ লৈছে। মই হৃদয় ভাগিবলৈ দিব নোৱাৰো।

ঃ ৰুমী-জিমিৰ যত্ন ল'বা বী। মোৰ সিহঁতলৈ সদায় মনত পৰিব। তোমালৈও। ভালে থাকিবা বী। মই যাওঁ...

ড্রাইভাৰ অমলে কান্দি পেলালে। অৰুণাভ ছাৰে তাক সাবটি ধৰিলে। সি ক'লে—

ঃ আপুনি চিন্তা নকৰিব ছাৰ। মই মায়া মেমৰ খবৰ ৰাখিম।

ঃ থেংক ইউ অমল...

মোৰ কপালত চুমা এটা দি অৰুণাভ ছাৰ গুচি গ'ল। মই একো ক'ব নোৱাৰিলো তেওঁক। হঠাৎ এনে লাগিল এইখন যেন ব্যস্ত এয়াৰপ'ৰ্ট নহয়, য়ামিৰ পাৰ্চলিৰ দোকানখনহে। অৰুণাভ ছাৰে উদং কৰি সকলো লৈ গ'ল। মই চিঞৰি উঠিলো—

ঃ আকৌ আহিব ছাৰ...

তেওঁ উভতি চাই হাত জোকাৰিলে। ময়ো হাত জোকাৰি তেওঁক বিদায়-সম্ভাষণ জনাব খুজিছিলো। কিন্তু মোৰ হাতখন জঠৰ হৈ গৈছিল সেইদিনা। চিলনী এটা হৈ উৰি গুচি গ'ল এৰোপ্লেনখন। থপিয়াই লৈ গ'ল অৰুণাভ ছাৰক মোৰ কাষৰ পৰা। মই কোনোদিনে নেদেখা-নুশুনা এখন ঠাইলৈ। নেদেখা হোৱালৈকে আমি চৰাইটো চাই থাকিলো।

কিছুদিনলৈ সকলোবোৰ বৰ আচৰিতজনক লাগিছিল। একে সময়তে অৰুণাভ ছাৰক মই হেৰুৱাইছিলো আৰু কাষতেও পাইছিলো। হয়, এয়া এক অভিনৱ অনুভৱ। যেনেকৈ তেওঁ নিচেই কাষত থাকোঁতেও মই তেওঁক বাৰে বাৰে হেৰুৱাইছিলো। তেওঁৰ অভাৱবোধে মোক আমনি কৰিছিল। আকৌ একেসময়তে মই তেওঁক কাষতে পাইছিলো। তেওঁৰ কোঠাত, তেওঁৰ চকীত, খিৰিকীৰ কাষত, কম্পিউটাৰৰ সন্মুখত — সকলোতে। এচট্রেটোত তেওঁত হাতৰ স্পৰ্শ — খিৰিকীৰ আইনাত, টেবুলত সকলোতে। মোৰ পৃথিৱীখনত মাথোঁ অৰুণাভ ছাৰ। মই আনৰ দৃষ্টিত নীৰৱ। কিন্তু মোৰ বাবে মই সদায় সৰব। অৰুণাভ ছাৰক মই প্ৰতিটো কথাই কওঁ — কল্পনাতে। উত্তৰো পাওঁ তেওঁৰ পৰা। আমি হাঁহো, কথা পাতোঁ, চৰাইবোৰৰ ঘৰলৈ যাওঁ, ঝৰ্ণাবোৰৰ কাষলৈ যাওঁ। বজাৰ-সমাৰ কৰো। নিশা নাহৰ গছত ফুলি থকা জোনটো চাওঁ। অৰুণাভ ছাৰ যে 'জোকচ'ৰ ভাণ্ডাৰ। তেওঁ 'জোকচ' কয়। আমি দুয়ো খুউব হাঁহো। কেতিয়াবা তেওঁৰ বুকুত মূৰ থৈ মই কান্দি পেলাওঁ। মাজে মাজে সন্দেহ হয়। মই

পাগল হৈ যোৱা নাইতো! মোৰ কিন্তু খুউব কষ্ট হয় য়ামিৰ দোকানলৈ গ'লেহে। কাৰণ তাই মোক অৰুণাভ ছাৰৰ কথা সোধে।

ঃ মেম্ তোৰ চাহাব আজি-কালি নাহে কিয়?

সিতো মোক আকৌ আহিম বুলি কৈছিল।

গানৰ টুকুৰাবোৰ মোৰ বাবে এৰি গৈছিল অৰুণাভ ছাৰে। মোৰ জীৱনৰ প্ৰতিটো মুহূৰ্তৰ বাবে অৰুণাভ ছাৰে এৰি গৈছিল অপৰ্যাপ্ত স্মৃতি। মই কোনোদিনেই নিঃসংগ হোৱা নাছিলো। পুৱাৰ চাহ কাপত অৰুণাভ ছাৰ আছিল — বাতৰি কাকতত আছিল — দুপৰীয়াৰ ভাত সাঁজত — ফুলবোৰত — ঘৰখনৰ আব্‌চাব্ পত্ৰবোৰত — গানৰ ক'লিত... ক'ত নাছিল অৰুণাভ ছাৰ! অফিচত পুৰণা ফাইল খুঁচৰি অৰুণাভ ছাৰৰ চহীটোৰ ওপৰত মই আঙুলি বুলাই দিওঁ। সমগ্ৰ চহৰখনৰ বতাহবোৰত মই অৰুণাভ ছাৰক বিচাৰি পাইছিলো। বহুবাৰ মোৰ ভ্ৰম হৈছিল। যেন ভিৰৰ মাজত হঠাৎ অৰুণাভ ছাৰৰ চকুযোৰ। নিচেই কাষত হঠাৎ অৰুণাভ ছাৰৰ মাত — বী — বী — বী।

মাজে মাজে অৰুণাভ ছাৰৰ ফোন আহিছিল অফিচৰ নম্বৰত। খুউব উৎসাহিত হৈ তেওঁ আমাৰ খবৰ লৈছিল। কৰ্মী-জিমিৰ কথা সুধিছিল। অফিচ ষ্টাফৰ খবৰ, নাহৰত ফুলি উঠা জোনটো — চৰাইবোৰ আৰু বিদ্যুৎ চাকি ভৰা আকাশ দুখনৰ খবৰ লৈছিল। শেষত মোৰ খবৰ লৈছিল।

ঃ তুমি ভালে আছাতো বী?

ঃ অহ্! আছো ছাৰ। খুউব ভালে আছো। ভালে নাথাকিলে আপোনাক দিবলৈ মই ইমানবোৰ খবৰ ৰাখিম কেনেকৈ!

প্ৰত্যক্ষভাৱে তেওঁৰ পত্নীৰ খবৰ মই কোনোদিনেই সোধা নাছিলো। মই যে তেওঁক কথা দি থৈছোঁ। সময় আহিলে তেওঁ নিজেই সকলো কোৱাৰ কথা। সময়লৈ মই অপেক্ষা কৰিম। উপযাচি মই তেওঁক ফোনো নকৰো যদিও কেতিয়াবা দুৰ্বাৰ ইচ্ছা হয়। ফোনটোলৈ আগবাঢ়ি যোৱা হাতখন কোঁচ খাই আহে। মই ফোন কৰি থাকিলে যদি তেওঁ দুৰ্বল হৈ পৰে? যদি তেওঁ মোক হেৰুৱাবলৈ আৰম্ভ কৰে। মইতো তেওঁৰ পৰা হৃদয় নভঙাৰ প্ৰমিজো লোৱা নহ'ল আৰু তেওঁ এতিয়া এজন সংসাৰী মানুহ। প্ৰত্যেক সংসাৰী মানুহৰে এখন নিৰ্দিষ্ট চৌহদ থাকে। এখন অদৃশ্য আবেষ্টনী থাকে। মোৰ বাবে যদি তেওঁৰ জীৱনত ক'ৰবাত এডাল আঁচ আহে! মই তেওঁক ফোন নকৰো। আক্ষেপো নহয় তাৰ বাবে। আমিতো সদায় একেলগে আছো, সদায়।

অৰুণাভ ছাৰ গুচি যোৱা বিষয়টোত কৰ্মী-জিমিৰ কোনো প্ৰতিক্ৰিয়া নহ'ল। মই মনে মনে ক্ষুণ্ণ হ'লো। বহুবাৰেই মই সিহঁতৰ ওচৰত অৰুণাভ ছাৰৰ প্ৰসংগ উলিয়াইছো। সিহঁতৰ মনত অৰুণাভ ছাৰৰ স্মৃতি সজীৱ কৰি তুলিবৰ যত্ন কৰিছো। সিহঁতৰ শৈশৱৰ খেলাৰ লগৰীয়া অৰুণাভ আংকল। ফুৰাৰ লগৰীয়া অৰুণাভ আংকল আৰু সিহঁতৰ শৈশৱৰ চকলেটৰ ভাণ্ডাৰ অৰুণাভ আংকল। নাই। সিহঁতৰ বাবে কোনোবা বন্ধুৰলৈ

গুচি যোৱাটো খুবেই সাধাৰণ কথা। সিহঁতেচোন দুখ কৰিব নাজানে। সিহঁতৰ পৃথিৱীখন কেনেকৈ ইমান বেলেগ হ'ল মই নুবুজো। মৰমৰ তাড়না নুবুজে সিহঁতে। মই মোৰ শৈশৱলৈ গুচি যাওঁ। আমাৰ শৈশৱৰ পৃথিৱীখন এনে নিদাৰুণ নাছিল। মামা, ককা, খুৰাহঁতৰ ওচৰত আব্দাৰেৰে ভৰা আছিল। মৰম হেৰাই গ'লে ৰুমী-জিমিহঁতে নিবিচাৰে। কিয় সিহঁতে এনে গভীৰ মৰমৰ টান্ অনুভৱ নকৰে? সিহঁতে একাত্ম হৈ পৰিল মেচিনৰ লগতহে। নিষ্প্ৰাণ নিৰ্বাক মেচিনৰ লগত খেলা কৰি কৰি হয়তো আৱেগ অনুভূতি মৰমৰ তাড়না ভৰা পৃথিৱীখন পাহৰি গৈছে সিহঁতে। কেতিয়াবা ভাবো হয়তো ভালেই হৈছে — সিহঁত হেৰুওৱাৰ বেদনাৰ পৰা শতকোটি মাইল দূৰৈত থাকিব। কিন্তু পিছ মুহূৰ্ত্ততে পুনৰ আক্ষেপ হয় — সিহঁতে দুখ বুজি পোৱা হ'লে! দুখ-বেদনাবোৰ কলিজাত লগাই ল'ব পৰা হ'লে!

অৰুণাভ ছাৰৰ প্ৰসংগ উলিয়ালে ৰুমীয়ে একো নকয় যদিও খুউব অসন্তুষ্ট যে হয় তাইৰ ভাব-ভংগীতে বুজা যায়। পিছলৈ মই তেওঁৰ কথা নোতোলা হ'লো। অৰুণাভ ছাৰৰ প্ৰসংগত কোনোবাই অৱহেলা কৰিলে মই বৰ বেয়া পাওঁ। এনে লাগে তেওঁক যেন অপমান কৰা হৈছে। পিছলৈ অৰুণাভ ছাৰৰ প্ৰসংগ মই কাৰো ওচৰতে নুলিওৱা হ'লো। মই নিজৰ মাজতে তেওঁৰ কথা ভাবো, নিজেই নিজক তেওঁৰ কথা কওঁ, অৰুণাভ ছাৰৰ প্ৰসংগ একান্তই মোৰ ব্যক্তিগত সম্পত্তি।

ৰুমী-জিমিৰ মেচিনপ্ৰীতি দিনে দিনে বাঢ়ি আহিল। অৰুণাভ ছাৰে মোক যেনেকৈ গঢ়ি থৈ গ'ল মই তেনে হৈয়েই থাকিলো। দিনে-নিশাই মই কামত ডুবি থকা হ'লো। তেওঁৰ দৰে খুঁচৰি খুঁচৰি কাম উলিয়াই লোৱাটো মোৰ অভ্যাসত পৰিণত হ'ল। জটিল ফাইলবোৰৰ প্ৰতি মোৰ দুৰ্বাৰ আকৰ্ষণ দিনে দিনে বাঢ়িবলৈ ধৰিলে। অৰুণাভ ছাৰে নিকা কৰি যোৱা ফাইলবোৰত যাতে পুনৰ দুৰ্নীতি-ৰোগে নধৰে তাৰ বাবে সদায় সতৰ্ক হৈ থাকিব লগা হ'ল। কিন্তু দুৰ্নীতি-ৰোগৰ বীজাণু বৰ ভয়াবহ। বতাহত উৰি ফুৰে। ফাইলবোৰ পিছে পিছে খেদি ফুৰে। মই বৰ কষ্ট কৰিব লগা হ'ল। ফাইলবোৰ ৰোগৰ পৰা বচাবলৈ সিহঁতৰ পিছে পিছে দৌৰি ফুৰিব লগা হ'ল। প্ৰতিৰোধৰ বাবে কোনো প্ৰতিষেধক যেতিয়া নাই তাকে নকৰি মোৰ উপায় নাই। কাৰ কলমত কেতিয়া ভাইৰাচ্ সোমাই আছে কোনেওতো নাজানে।

সময়বোৰ গৈ থাকিল। সময়ৰ প্ৰভাৱ আটাইতকৈ বেছিকৈ পৰিল মোৰ ৰুমী-জিমিৰ ওপৰত। ল'ৰা-ছোৱালীহালক ডাবি-ধমকি দিয়াৰ সুযোগ এটাও নোহোৱা হ'ল। সিহঁত ইমান ব্যস্ত। মাথোঁ কিতাপৰ মাজত ডুবি থাকে ৰুমীজনী। এদিনলৈ তাই নপঢ়াকৈ টি ভিৰ সন্মুখত বহি থকা হ'লে! ইফাল-সিফাল কৰি সময়বোৰ পাৰ কৰা হ'লে! লগৰ ছোৱালীৰ লগত মোক ফাঁকি দি ফুৰিবলৈ যোৱা হ'লে — জিমিৰ লগত কাজিয়া কৰি হুলস্থুল লগোৱা হ'লে— অন্ততঃ তাইক মই ধমকি দিব পাৰিলোহেঁতেন! 'পঢ়াশুনা নাই নেকি তোমাৰ ৰুমী? তুমি এতিয়া সৰু ছোৱালী নহয়। ডাঙৰ ছোৱালীয়ে

ভায়েকৰ লগত এনেকৈ কাজিয়া কৰে নেকি? যোৱা, পঢ়া টেবুলত বহা।' — নাই, তাই যে ডাঙৰ ছোৱালী মই কোনোদিনেই বুজাই দিব লগা নহ'ল। মইতো আৰু তাইক অনবৰত পঢ়ি থকাৰ বাবে ডবিয়াব নোৱাৰো— 'এই কিতাপবোৰত লিখি থোৱা কথাবোৰৰ বাদেও পৃথিৱীত জানিবলৈ বুজিবলৈ আৰু বহুত কথাই আছে। কিছুমান জীৱন্ত কিতাপ আছে।' — নাই কোৱাৰ সুযোগেই নাই। সিহঁত বিজ্ঞানৰ যুগৰ ল'ৰা-ছোৱালী। ইলেকট্ৰ'নিক পৃথিৱীৰ সিহঁত বুটামৰ দাস। সিহঁতক মই জোনটোৰ বুকুত থকা বেজী এটাৰ কথা ক'ব নোৱাৰো। সিহঁত দুয়োটা নিশা পঢ়া টেবুলত বুৰ গৈ থাকোতে মই জোনটোলৈ চাই অকলেই গুণগুণাও — *জোনবাই এ বেজী এটি দিয়া।* অনুভৱ কৰো— পৃথিৱীত বোধহয় জোন, তৰা ভালপোৱা মানুহবোৰ দিনে দিনে কমি আহিছে। জিমিয়ে সৰুকৈ ঘৰতে গৱেষণাগাৰ এটা বনাই লৈছে। জিমি, তাৰ কম্পিউটাৰ, ইণ্টাৰনেট আৰু মই নজনা বহুত ইটো সিটো। অৱশ্যে জোনৰ সাধু নুশুনিলেও সি সময়ত গান কিছুমান শুনে। ইংৰাজী। ইংৰাজীময়ো জানো। ইংৰাজীতে কাম কৰো। তথাপি তাৰ গানবোৰৰ বেছিভাগ শব্দই মই বুজি নাপাওঁ। কেতিয়াবা দুই এটা শব্দ অনুধাৱন কৰিবৰ খুউব যত্ন কৰোঁ। নোৱাৰো। সি বোধহয় কথাবোৰ ভাবেও ইংৰাজীত। মই ভালপোৱা গানবোৰ সিহঁতে পছন্দ নকৰে। পছন্দ কৰাতো দূৰৰ কথা, মোৰ বাবে অকণমান এৰা-ধৰাও নকৰে। সিহঁত খুউব সহজতে 'ব'ৰ' হয়। মোৰ গানবোৰেও সিহঁতক ব'ৰ কৰে। মোৰ ভাল লগা গানবোৰৰ লগত যে মোৰ স্মৃতি বিজড়িত হৈ থাকে, মোৰ অতীত জিলমিলাই থাকে সিহঁতে নুবুজে। অনুভৱ নকৰে। কেতিয়াবা জিমিৰ বিশৃংখল হুলস্থুলীয়া ইংৰাজী গানৰ মাজতে মই গুণগুণাও... *বিলত তিৰেবিৰাই পদুমৰ পাহি ঐ / পাতত তিৰেবিৰাই পানী... /* কেতিয়াবা লুকুৱাই। মানে সিহঁতে নুশুনাকৈ। মনে মনে গুণগুণাও — *মই নাথাকিলেও / সাজৰ তৰাই/ মোৰেই কথাকে ক'ব... /* সিহঁতে শুনিলেও ভুলতো নোসোধে মইনো কি গাইছো। টি ভিটোও সিহঁতৰ নিৰ্দেশত চলে। সিহঁতে যি চায় তাকেই চাবলৈ মই বাধ্য। সিহঁতে হাঁহিলে মই হাঁহিব লাগে। সিহঁতে কান্দিলে মই কান্দিব লাগে। সিহঁত নাথাকিলে মই টিভিটো গুৱাহাটী দূৰদৰ্শনত লগাওঁ। কেতিয়াবা 'বাগৰুম্বাই' অন্তৰ চুই যায়। কেতিয়াবা 'ঐনিতমে' অন্তৰ ভেদি যায়। বিচাৰি চলাথ কৰো পাৰ্বতী প্ৰসাদ — ৰাভা — জ্যোতিক। কেতিয়াবা আঁহতৰ তলৰ জাক জাক ডেকা-গাভৰুৰ উত্তাল যৌৱন বিচাৰি ফুৰো ঝুমুৰৰ জাক। বিচাৰি ফুৰো মাটিৰ গোন্ধ। হাচনাহানা, তগৰ-শেৱালিৰ সুবাস। কিন্তু ৰুমী-জিমি আহি পালেহিয়েই মোৰ সেই অভিযানৰ অন্ত পৰে। সিহঁতৰ বাবে, সিহঁত 'ব'ৰ' নহ'বৰ বাবে মোৰ সকলোবোৰ ভাল লগা চেল্‌ফৰ কোনোবা কোণত শুৱাই থ'বলৈ মই বাধ্য। এনেকৈয়ে এদিন-দুদিনকৈ মোৰ প্ৰিয় গীতৰ কেচেটবোৰ নোহোৱা হৈছিল। ব্যৱহাৰ নোহোৱাৰ বাবেই ব্যাধিগ্ৰস্ত হৈছিল। অক্ষম হৈছিল মোৰ মন জুৰ পেলাবলৈ। কেচেটৰ চেল্‌ফৰ পৰা এদিন সিহঁতৰ অস্তিত্বই নোহোৱা হৈছিল। এদিন-

দুদিনকৈ ময়ো টি ভি, ৰেডিঅৰ চেনেল পকাই কেঁচা মাটিৰ গোন্ধ বিচাৰি ফুৰিবলৈ এৰিলো। ৰুমী-জিমিয়ে পঢ়াৰ সময়ত টি ভি বন্ধ থাকে। সৰু ঘৰ। এটা কোঠাত টি ভি চলি থাকিলে পঢ়াত ব্যাঘাত জন্মে। মোৰ বিৰতিৰ সময়বোৰ লাহে লাহে মোৰ কণমাণি বাৰাণ্ডাখনে আঁকোৱালি লোৱা হ'ল। বাৰাণ্ডাখন — বাৰাণ্ডাখনত কেইবাবছৰ ধৰি স্থিৰ হৈ বহি থকা বেতৰ চকীদুখন আৰু বাৰাণ্ডাৰ খুঁটাটোত বগাই থোৱা বনৰীয়া ফুলৰ লতাডাল। অফিচৰ পৰা আহি চাহকাপ লৈ মই বাৰাণ্ডাত বহোঁ। গ্ৰীষ্ম-বৰ্ষা-শৰৎ-হেমন্ত-শীত-বসন্ত যি ঋতুৱেই হওক লাগে, এচাটি মৃদু মলয়াই মোৰ বাৰাণ্ডাখনত লয়লাসে নাচি বাগি থাকে। বাৰাণ্ডাৰ দ্বিতীয়খন বেতৰ চকীত আগতে অৰুণাভ ছাৰ বহিছিল। বহু সন্ধিয়া — বহু নিশা — বহু হেঙুল — হাইতাল বুলোৱা আবেলি আমি দুয়ো গৰম চাহৰ কাপ হাতত লৈ সেই চকী দুখনত বহিছিলো। চকী দুখন সদায় লগ লাগি থাকে। দুয়োখন চকীৰ হেণ্ডেল দুডাল লগ লাগি চকী দুখন এখন হৈ গৈছে। যেন এটা জীৱনৰ বাবে অভিন্ন হৈ যোৱা দুখন হৃদয়হে। অৰুণাভ ছাৰৰ হাত এখন সদায় হেণ্ডেলত থাকে। কেতিয়াবা অজানিতে, কেতিয়াবা জানি-শুনি মোৰ হাত এখন তেওঁৰ হাতৰ ওপৰত মহাৰাণীৰ আৰামেৰে বহি থাকে। আমি বিভিন্ন বিষয়ৰ কথা পাতি থাকোঁতে ব্যস্ত হৈ পৰে হাত দুখনো। সিহঁতৰো যে কিমান কথা পাতিবলৈ থাকে। আমাৰ কেতিয়াবা বিতৰ্ক হয়, চুৰ্চুৰীয়া কাজিয়াতো পৰিণত হয় কথা কটাকটি। কিন্তু হাত দুখনৰ নহয়। দুয়োৰে খুউব বুজাবুজি। অৰুণাভ ছাৰে মোৰ হাতখন লিৰিকি-বিদাৰি এদিন সুধিছিল—

ঃ বী, তুমি অন্য নাৰীৰ দৰে দীঘলকৈ নখ নাৰাখা কিয়?

ঃ নখ — এনেয়ে ছাৰ। তাতে টাইপ কৰিব লাগে। নখ থাকিলে অসুবিধা হ'ব। পৰিচৰ্যা কৰিবলৈ সময় লাগিব। ৰং সানিব লাগিব।

অৰুণাভ ছাৰে বহুসময় একো কোৱা নাছিল। মই সুধিছিলো—

ঃ নখ ৰাখিলে আপুনি ভাল পায় নেকি ছাৰ?

মোৰ কথাৰ উত্তৰ নিদি তেওঁ কৈছিল—

ঃ বী, তোমাৰ হাতখন কপাহৰ দৰে কোমল। তুমি ইমান টান কামবোৰ কেনেকৈ কৰিব পাৰা?

ঃ মইনো কি টান কাম কৰা দেখিলে ছাৰ?

ঃ বী, বহুপৰ টাইপ কৰিলে আঙুলিবোৰ বিষাই নেকি?

ঃ কেতিয়াবা বিষাই ছাৰ।

ঃ বী, মোক টাইপৰ ফৰ্মূলা শিকাই দিবা নে?

ঃ কিয় ছাৰ?

ঃ তোমাক টাইপ কৰি দিম কেতিয়াবা।

ঃ বাঃ ছাৰ! মানুহে ক'ব...

ঃ মানুহে কি ক'ব বী?

ঃ ক'ব — বাঃ পি এ হো তো এইচা!

ঃ বী, মোক তোমাৰ আঙুলিকেইটা দিবানে?

ঃ দিম ছাৰ — কেতিয়াবা বৰকৈ ভাগৰি পৰিলে দিম দিয়ক...।

অৰুণাভ ছাৰে এদিন পকেটত ভৰাই মোৰ বাবে ছাৰপ্ৰাইজ আনিছিল। বাৰাণ্ডাৰ এই বেতৰ চকী দুখনতে আমি বহিছিলো আৰু অস্ত যোৱা বেলিটোৱে আকাশখনত সিঁচি থৈ যোৱা ফাকুগুৰিৰ ৰংবোৰ চাইছিলো। অৰুণাভ ছাৰে কৈছিল—

ঃ বী চকুমুদি দিয়াচোন।

ঃ ছাৰপ্ৰাইজ ছাৰ?

ঃ ওঁ!

আনন্দেৰে চকু মুদিছিলো অৰুণাভ ছাৰে চকু মেলিবলৈ নিৰ্দেশ নিদিয়ালৈকে। চকুমেলি দেখিছিলো মোৰ হাতৰ আঙুলিৰ নখত ৰং। টিক্ টিক্ কৈ ৰঙা। সেই নেইলপলিচৰ বটলটো মোৰ লগত এতিয়াও আছে। ৰংখিনি শেষ হৈছে কিন্তু বটলটো টিক্‌টিকিয়া ৰঙা হৈয়ে আছে। অৰুণাভ ছাৰৰ হাতৰ পৰশ থকা বটলটো মই প্ৰায়ে হাতত লৈ চাওঁ। সেইদিনাৰ পৰা মই প্ৰায়ে নখত ৰং লগাইছিলো। এসময়ত অদৰকাৰী যেন লগা কামটো মোৰ দৈনন্দিন কামৰ তালিকাত অন্তৰ্ভুক্ত হৈ আনন্দদায়ক হৈ পৰিছিল। মই অৰুণাভ ছাৰৰ কম্পিউটাৰত টাইপ কৰিবলগীয়া হ'লে তেওঁ প্ৰায়ে মোৰ হাতলৈ ৰ' লাগি চাই থাকি কৈছিল—

ঃ বী তোমাৰ নখত ৰঙা ৰংবোৰ মোৰ বৰ ভাল লাগে।

এনেকৈয়ে অৰুণাভ ছাৰৰ পকেটত মোৰ বাবে ছাৰপ্ৰাইজ হৈ আহিছিল কণমান কাজলৰ টেমা এটা, জিলমিলিয়া বিন্দি, মাস্কাৰা বা কুম্‌কুম্। সৰু সৰু বস্তু কিন্তু ডাঙৰ ডাঙৰ আনন্দ। বিশাল বিশাল মৰম। চকীখনৰ হেণ্ডেলডালত কেতিয়াবা মোৰ দীঘল চুলিকোছা পৰি থাকে। হেণ্ডেলডাল পাৰ হৈ গৈ দুষ্ট চুলিকোছা তেওঁৰ কোলাত উঠেগৈ। তেওঁৰ আঙুলিবোৰ মোৰ চুলিৰ লগত খেলাত ব্যস্ত হৈ পৰে। মই তেওঁক সোধো প্ৰায়ে—

ঃ ছাৰ, মোৰ চুলিবোৰ আপোনাৰ বৰ ভাল লাগে?

ঃ য়াহ্ ভেৰীমাচ।

বাৰাণ্ডাৰ চকীখনত বহি মই সেই দিনবোৰলৈ উভতি যাওঁ। কথাবোৰ মনত পৰি মই সশব্দে হাঁহি পেলাওঁ। প্ৰথমে ৰুমী-জিমিয়ে কেতিয়াবা মোক সুধিছিল—

ঃ কি হ'ল মা?

ঃ কথা এটা মনত পৰিছে অ'।

কি কথা শুনাৰ আগ্ৰহ সিহঁতৰ কোনো দিনেই নহয়। পিছলৈ নোসোধা হ'ল।

সময়বোৰ মোৰ এনেকৈয়ে পাৰ হৈ যোৱা হ'ল। বাৰাণ্ডাখনে যে মোক কৰিবলৈ বহুত কাম দিলে। —খুঁটাটোত বগাই যোৱা বনৰীয়া লতাজোপা — কিমান বয়স হ'ল বাৰু এইজোপাৰ? হয়, বহু বছৰেই হ'ল। যিদিনা অৰুণাভ ছাৰে প্ৰথম মোক 'বী' বুলি মাতিছিল সেইদিনা বহুৰাতিলৈ মই শোৱা নাছিলো। বাৰাণ্ডাৰ চিৰিত বহি আছিলো। মই আৰু এই লতাজোপা। মই মৰমতে এই লতাজোপাৰ গাত হাত বুলাই দিছিলো। ৰুমী-জিমি তেতিয়া নিচেই সৰু আছিল। আমি তিনিও তেতিয়া একেলগে শুইছিলো। দুটাক দুকাষে লৈ মই মাজতে শুব লগা হৈছিল আৰু নাহৰকেইজোপাৰ বয়স...? জোনটো বাৰু কেতিয়াৰ পৰা নাহৰকেইজোপাত ফুলি থাকিবলৈ লৈছিল। অৰুণাভ ছাৰ অহাৰ পিছৰ পৰাই নেকি! শেৱালিজোপাৰ বয়স! কেতিয়াৰ পৰা আবতৰতো ফুলিবলৈ আৰম্ভ কৰিছিল এই জোপাই? হয় কথাটো প্ৰথমতে অৰুণাভ ছাৰেই লক্ষ্য কৰিছিল। অহ্! সকলোতেই অৰুণাভ ছাৰ জড়িত হৈ থাকে।

অৰুণাভ ছাৰৰ ঠাইত কেইবাজনো অফিচাৰ আহিল। খুউব সোনকালেই বদলি হৈ গুচিও গ'ল। যন্ত্ৰবৎ কাম নকৰি মই কেতিয়াবা আনৰ কামতো হস্তক্ষেপ কৰিবলৈ বাধ্য হওঁ। কাৰণ অৰুণাভ ছাৰে নিকা কৰি যোৱা ফাইলবোৰ মই ঘূণে ধৰিবলৈ দিব নোৱাৰো। অফিচত কেইবাটাও দলৰ সৃষ্টি হ'ল। এটা দলে যিমান পাৰে মোৰ বদনাম ৰটিবলৈ ধৰিলে। যিসকলে অৰুণাভ ছাৰৰ চকুত চকু থৈ কথা ক'বলৈ কোনো দিনেই সৎসাহস গোটাব পৰা নাছিল সেইসকলেও অৰুণাভ ছাৰ আৰু মোক লৈ প্ৰেমকাহিনী সাজিবলৈ ধৰিলে। মই জানি-বুজিও নিৰ্বিকাৰ হৈ ৰ'লো। মাজে মাজে মোৰ হাঁহি উঠে। নক'লেও হ'ব সেই দলটো হ'ল দুৰ্নীতিৰ বাহক। এটা দল মাথোঁ সুবিধাভোগী। আনটো উদাসীন। মই সদায় সতৰ্ক হৈ থাকিব লগীয়া হ'ল। অতি প্ৰয়োজন নহ'লে মই ছুটী নলওঁ। কিন্তু ৰুমীৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ সময় আহি পালেহি। বাছনি পৰীক্ষাৰ পৰা ফাইনেল পৰীক্ষালৈ বহুদিন বন্ধ। তাই দিনে নিশাই পঢ়াত ব্যস্ত। সময়ত ভাত-চাহ দিবলৈ, বিচৰা মাত্ৰকে টেবুলত পানী গিলাছ দিবলৈকে মই কিছুদিন ছুটী লোৱাৰ প্ৰয়োজন বৰকৈ অনুভৱ কৰিলো। দীঘলীয়া ছুটী ল'লো তাই যাতে পঢ়াত অকণো অসুবিধা নাপায়। তায়ো ভালেই পালে। অন্ততঃ তাই ঘৰখন তলা নমৰাকৈ টিউচনলৈ ওলাই যাব পাৰিব। আহি পায়েই গাখীৰ এগিলাছ, চাহ একাপ নিজে কৰি খাব নালাগে। গা ধুই কাপোৰকেইটা মেলিব নালাগে, তাইৰ যে নিজৰ কাপোৰকেইটা জাপিবলৈও সময় নোহোৱা হ'ল। তাই টিউচনলৈ ওলাই গ'লে মই লৰালৰিকৈ কিতাপ, বহী থকা তাইৰ টেবুলখন সামৰি থওঁ। কোঠাটো পৰিপাটীকৈ সজাই পেলাওঁ। কলমকেইটাত চিয়াঁহী ভৰাওঁ। ৰিফিল বদলি কৰো। কাঠ পেঞ্চিলকেইডালো কাটি থওঁ। আহি পায় সুন্দৰকৈ থোৱা টেবুলখন দেখি তাই হাঁহি পেলায়।

এদিন ৰুমীৰ পৰীক্ষা শেষ হ'ল। মোৰো দীঘলীয়া ছুটী শেষ হ'ল। জইন কৰিবলৈ

গৈয়েই দেখিলো মোৰ ট্ৰেন্সফাৰ অৰ্ডাৰ। দেখিলো— বহুত দূৰলৈ ট্ৰেন্সফাৰ। ৰাজধানীৰ পৰা অনুন্নত বেলেগ এখন জিলালৈ। নাই, মই ইমান চকিত নহ'লো যিমান চকিত হৈছিলো অৰুণাভ ছাৰৰ ট্ৰেন্সফাৰ অৰ্ডাৰটো পাই। সেইদিনা মই চিএঞ্চবি উঠিছিলো— বৰ আঁকৰী সৰু ছোৱালী এজনীৰ দৰে। দায়িত্বশীল চৰকাৰী কৰ্মচাৰীৰ দৰে নহয়।

ঃ আপুনি গুচি যাব? মই ইয়াত কি কৰিম ছাৰ? মোৰ কি হ'ব? মোৰ কি হ'ব?

অৰুণাভ ছাৰ সঁচাকৈ গুচি গ'ল। আকৌ আহিম বুলি প্ৰতিশ্ৰুতি দি নাহিল। এইবাৰ মই যামগৈ। চৰকাৰে যেনিয়েই পঠিয়াই তেনিয়েই যামগৈ। অকণো আপত্তি নাই। ট্ৰেন্সফাৰ অৰ্ডাৰটো বেগত ভৰাই মই অৰুণাভ ছাৰৰ কোঠাত সোমালো। মোৰ বাবে সেই কোঠাটো সদায়েই অৰুণাভ ছাৰৰ কোঠা। অৰুণাভ ছাৰৰ চকী, তেওঁ স্পৰ্শ কৰা টেলিফোন, কম্পিউটাৰ, এচ্‌ট্ৰে আৰু সেই খিৰিকীখন...। সেই খিৰিকীখনেদি আমি বাহিৰলৈ চাইছিলো। আকাশ... পাহাৰ...চিলা...চৰাইবোৰৰ ঘৰ। খিৰিকীখনেদি আকৌ এবাৰ চাই পঠিয়ালো — বাহিৰলৈ। গোটেই চহৰখনলৈ। এই চহৰখনৰ সকলোতেই অৰুণাভ ছাৰ। হাজাৰ বিজাৰ অৰুণাভ ছাৰ।

স্মৃতি বিজড়িত চহৰখন এৰি যাবলৈ বৰ কষ্ট হ'ল। তথাপি এই পৰিৱৰ্তন মই মানি ল'বলৈ মই বাধ্য। অৰুণাভ ছাৰে এৰি যোৱা বাসভৱনটো পথৰ দাঁতিত বৈ মই চাই থকা হ'লো। কোনে কি ভাবে সেই লৈ মোৰ ভ্ৰূক্ষেপ নাই। ৰুমী-জিমি ব্যস্ত হৈ পৰিল নিজৰ কিতাপ-পত্ৰ পেকিং কৰাত। বন্ধু-বান্ধৱীক মাত লগাবলৈ যোৱাত। মই ব্যস্ত অফিচিয়েল কাগজ-পত্ৰবোৰত। ৰিলিজ অৰ্ডাৰ, চাৰ্জ হেণ্ডিং টেকিং, চাৰ্ভিচ বুক, লাষ্ট পে চাৰ্টিফিকেট, জিমিৰ স্কুলৰ টি.চি... আদি বহুত কাম। এদিন য়ামিক লগ ধৰিবলৈ গ'লো। দোকান এৰি তাই মোৰ ওচৰলৈ দৌৰি আহিল।

ঃ মই ইয়াৰ পৰা যামগৈ য়ামি।

তাইৰ চকুযোৰ চলচলীয়া হৈ পৰিল।

ঃ কি তয়ো যাবিগৈ মেম?

ঃ তয়ো মানে?

ঃ চাহাব গুচি গ'ল। তয়ো যাবি, য়ামি তেন্তে অকলেই থাকি যাব?

ঃ মই আকৌ আহিম য়ামি। তোক লগ পাবলৈ।

ঃ কিন্তু চাহাবেও তো কৈছিল আকৌ আহিম বুলি। নাহিলে কিয় মেম?

ঃ য়ামি, অৰুণাভ ছাৰক তই খুউব ভাল পাব?

তাই লাহেকৈ মূৰ তুলি আকাশলৈ চালে। যেন বুজাব খুজিলে অৰুণাভ ছাৰৰ প্ৰতি থকা তাইৰ ভালপোৱাৰ বিশালতা। আকাশখনলৈ চাই তাই মোক ক'লে—

ঃ পাওঁ মেম্ যেনেকৈ ভঞ্জিঙ প'ল'ক ভাল পোৱা যায়।

মই তবধ মানিলো। ভঞ্জিঙ প'ল' অৰ্থাৎ জোন বেলি। সিহঁতৰ আৰাধ্য দেৱতা।

অৰুণাভ ছাৰক য়ামিয়েও দেৱতাৰ দৰে ভাল পায়। আকাশখনলৈ চাই চায়েই তই মোক সুধিলে— যেন মোৰ মুখখন আকাশখনতহে আছে।

ঃ মেম্ তই কিয় চাহাবৰ লগত বিয়া নোসোমালি?

ঃ দেৱতাক ভালহে পাব পাৰি, পূজিবহে পাৰি, বিয়া পাতিব নোৱাৰি য়ামি। আমি পৃথিৱীৰ মানুহ, সাধাৰণ মানুহ, মাটিৰ মানুহ।

য়ামিয়ে সেইদিনা মোৰ মোনাখন পাচলি, ফলমূলেৰে ভৰাই দিলে ৰুমী-জিমিলৈ বুলি। এটা টকাও নল'লে। ৰুমী-জিমিলৈ তাইৰ বৰ হেঁপাহ। আমি দুয়ো দুয়োকে সাৱটি ধৰিলো। কোনে জানে আকৌ বা কেতিয়াবা আমি লগ হওঁনে নহওঁ। যেতিয়া মই আকৌ এই চহৰলৈ উভতি আহিম, য়ামিৰ দোকানখন বিচাৰি হয়তো হাবাথুৰি খাম। চহৰখনৰ হয়তো দ্ৰুত গতিত পৰিৱৰ্তন হ'ব। সেই পৰিৱৰ্তনৰ সোঁতত য়ামিৰ দোকানখনৰ অস্তিত্বই হয়তো হেৰাই যাব। জীৱন কিয় এনেকুৱা হয়? কিয়?

আকৌ আহিম বুলি প্ৰতিশ্ৰুতি দি মই চহৰখনৰ পৰা বিদায় ল'লো।

নতুন ঠাই— নতুন মানুহ— নতুন ঘৰ — নতুন অফিচ— নতুন ফাইল— নতুন ষ্টাফ আৰু মোৰ অন্তহীন ব্যস্ততা। নতুন ঠাইখনত যাতে ৰুমী-জিমি অপ্ৰস্তুত নহয়, নতুন সমনীয়াৰ লগত সম্পৰ্ক স্থাপন কৰোতে যাতে এৰি অহা বন্ধু-বান্ধৱীৰ স্মৃতিয়ে সিহঁতক বিচলিত কৰিব নোৱাৰে তাৰ বাবে মই সতৰ্ক হ'ব লগা হ'ল। কিন্তু স্মাৰ্ট ল'ৰা-ছোৱালী সিহঁত। সহজেই নতুন পৰিস্থিতি-পৰিৱেশৰ লগত নিজকে খাপ খুৱাই ল'লে। সিহঁত — সিহঁতৰ কিতাপ, কম্পিউটাৰ, টি ভি, ইন্টাৰনেট — নাই সিহঁতে কাকো হেৰুওৱাব লগা নহ'ল। সিহঁতৰতো মোৰ দৰে পাহাৰবোৰৰ লগত সম্পৰ্ক নাছিল। বুজাবুজি নাছিল চৰাইবোৰৰ লগত। প্ৰেম নাছিল বিদ্যুৎ চাকি ভৰা আকাশ দুখনৰ লগত। অন্তৰংগতা নাছিল ঝৰ্ণাবোৰৰ লগত আৰু গোপন এক আৱেগ বিভোৰ সম্পৰ্ক নাছিল জোনটো ফুলি উঠা নাহৰকেইজোপা — শেৱালিজোপা — অৰুণাভ ছাৰৰ বাঙলো — নিশা ফুলা ফুলবোৰ — মোৰ বাৰাণ্ডাখন — চকী দুখনৰ লগত। সিহঁতলৈ মোৰ বৰকৈ মনত পৰা হ'ল। জোনটো দেখিলেই ভাবো, নাহৰজোপাত এতিয়া ছাঁগে তিৰ্বৰাই ফুলি উঠিছে জোনটো। শেৱালিবোৰ ছাগে তলভৰি সৰিছে। নিশাৰ বিদ্যুৎ চাকি ভৰা আকাশ দুখন! বুকুখন বিষাই উঠে যন্ত্ৰণাত। স্মৃতিৰ পেৰাটো দিনে দিনে বৰ গধুৰ হৈ আহিছে। মোৰ চৰকাৰী ঘৰটো মই আহিবৰ সময়ত ৰিনিয়াৰ নামত দিয়া হ'ল। মই তাইক দঢ়াই দঢ়াই কৈ আহিছো — নাহৰকেইজোপা, শেৱালিজোপা আৰু মোৰ জোনটো যাতে তাই সযত্নে ৰাখে। ৰুমী-জিমিহঁতৰ বহু কথাই ভাল। সিহঁতৰ য়ামিৰ দৰে কোনো সৰল বন্ধু-বান্ধৱীও নাই, যাক বাৰে বাৰে হেৰুওৱা যায়।

মই জিলা উপায়ুক্তৰ পি এ হিচাবে জইন কৰিলো। স্কুলত ভৰ্তি হোৱাৰ লগে

লগেই জিমিৰ মেধা শক্তিৰ পৰিচয় স্কুল কৰ্তৃপক্ষই পালে। জিমিক সকলোৱে চিনি পোৱা হ'ল। সি দুগুণ উৎসাহেৰে পঢ়াশুনা কৰিব ধৰিলে। এদিন ৰুমীৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ ফলাফল ওলাল। তাই আঠাইকেইটা বিষয়ত লেটাৰ মাৰ্কসহ ৰাজ্যৰ ভিতৰতে দ্বিতীয় স্থান অধিকাৰ কৰিলে। মোৰ দুচকু পানীৰে ভৰি পৰিল। চাৰিওফালৰ পৰা মাথোঁ কংগ্ৰেটচ্ কংগ্ৰেটচ্। চকুত দুসোঁতা পানী লৈ কঁপা কঁপা আঙুলিৰে অৰুণাভ ছাৰৰ নম্বৰটো ডায়েল কৰিলো।

ঃ হেল্লো...

ঃ মে' আই স্পীক টু অৰুণাভ ভাৰ্গব?

ঃ ৰং নাম্বাৰ মেম্।

ৰং নম্বৰ? তেওঁৰ ঘৰৰ নম্বৰত ফোন কৰো নেকি! কোনে ফোন উঠাব বাৰু? নাৰী কণ্ঠই? ছাৰৰ পত্নীয়ে? মাকে উঠালে কণ্ঠস্বৰ মই চিনি পাম। পত্নীয়ে উঠালে কি ক'ম বাৰু?

ঃ মে' আই স্পীক্ টু অৰুণাভ ছাৰ? আম্ বী ফ্ৰম অৰুণাচল প্ৰদেশ...।

বী? নহয়— মই ক'ম

ঃ মায়াবী শৰ্মা ফ্ৰম...

এবাৰ দুবাৰ... কেইবাবাৰো তেওঁৰ ঘৰৰ নম্বৰটো ডায়েল কৰিলো। কেনি গুচি গ'লগৈ মোৰ অৰুণাভ ছাৰ! আকৌ এখন নতুন ঠাইলৈ? হ'ব পাৰে। হয়তো মোৰ দৰেই অৰুণাভ ছাৰেও মোৰ পুৰণা নম্বৰটো ডায়েল কৰিছে। উত্তৰ পাইছে — দিছ নম্বৰ ডাজ নট এক্সিষ্ট। পুৰণা অফিচত মোৰ ঠাইত বহা নতুন কোনোবাই দিবনে অৰুণাভ ছাৰক মোৰ খবৰ। মোৰ ফোন নম্বৰ! বা পুৰণা অফিচৰ অন্য কোনোবাই? নিদিবও পাৰে। ৰুমী-জিমিৰ কথা ভাবি অৰুণাভ ছাৰে মোক নিবিচাৰিবও পাৰে। যেনেকৈ এদিন তেওঁ মোৰ ঘৰলৈ আহিবলৈ এৰি দিছিল। ঘূৰি গুচি গৈছিল মোৰ গে'টৰ পৰা। হয়তোবা তেওঁ সংসাৰ লৈ ব্যস্ত। কিন্তু যিমানেই ব্যস্ত নহওঁক তেওঁ জানো 'বী'ক পাহৰিব পাৰিব? 'বী'ৰ আঙুলিবোৰ, 'বী'ৰ চুলিবোৰ, 'বী'ৰ চকুৰ পানীবোৰ। বাগৰি অহা চকুৰ পানীবোৰ মচিবৰ সময়ত তেওঁৰ মাতষাৰ মোৰ কাণত বাজি উঠে—

ঃ দেয়াৰ ইজ আনাদাৰ অ'চেন...

ৰুমীৰ ৰিজাল্টৰ খবৰ অৰুণাভ ছাৰক দিয়া নহ'ল। ওহোঁ... বহু খবৰেই দিয়া নহ'ল তেওঁক। মোৰ বাবে থাকি গ'ল মাথোঁ আকাশৰ অকলশৰীয়া তৰা এটি। অৰুণাভ ছাৰে মোক প্ৰতিশ্ৰুতি দি গৈছিল, তেওঁ সদায় আকাশখন চাব। জোনটো চাব। অকলশৰীয়া তৰা এটি বিচাৰি উলিয়াব। ময়ো। এনেকৈয়ে আমাৰ দৃষ্টি এক হৈ ৰ'ব। সদায়... আজীৱন।

ৰুমী এদিন দ্বাদশ শ্ৰেণীৰ পৰীক্ষা দিবলৈ সাজু হ'ল। অকণো মই তাইক লৈ চিন্তান্বিত হ'ব লগা নহ'ল। তাই এইবাৰো সুখ্যাতিৰে উত্তীৰ্ণ হ'ল। ৰিজাল্টৰ ওখল-মাখলৰ মাজতে চুবুৰীয়া তথা শুভাকাংক্ষীসকলৰ আগত তাই ঘোষণা কৰিলে তাই কলেজীয়া শিক্ষাৰ বাবে দিল্লীলৈ যাব। দেশৰ আগশাৰীৰ শিক্ষানুষ্ঠানত নাম ভৰ্তি কৰিব। তাই অনায়াসে আগশাৰীৰ কলেজত ভৰ্তি হ'ব পাৰিব। শুনি মই স্তব্ধ হৈ গ'লো। তাই যাওঁক কোনো কথা নাই। কিন্তু এই বিষয়ে মোৰ লগত তাই এযাৰ কথাও আলোচনা কৰা নাই। আলহীসকল যোৱাৰ পিছত মই তাইক কৈছিলো—

ঃ তোমাৰ কলেজ এড্‌মিশ্যন কেতিয়াকৈ হ'ব?

তাই টপৰাই উত্তৰ দিছিল। কোন কলেজ, ক'ত আছে, এড্‌মিশ্যন প্ৰক্ৰিয়া কি সকলোবোৰ।

ঃ কিন্তু ইমানবোৰ খবৰ তুমি কেতিয়া কেনেকৈ সংগ্ৰহ কৰিলা ৰুমী?

ঃ ইণ্টাৰনেটৰ পৰা মা।

ঃ তথাপি ৰুমী। তুমি এবাৰ মোৰ লগত আলোচনা কৰাতো জানো উচিত নাছিল?

ঃ অহ! তুমিও যে মা!

ঃ তুমিচোন ইয়াতে পঢ়িব পাৰা। ইয়াত পঢ়িয়েইতো তুমি ইমান ভাল কৰিছা। বাহিৰলৈ উচ্চ শিক্ষাৰ বাবে গ'লেও হ'ল।

তাই জাণ্ডুৰ খাই উঠিল। তাই যাবই। দীঘলীয়া বক্তৃতা দিলে। মই মাথোঁ ক'লো—

ঃ ৰুমী অন্য কথা নহয় — তুমি যে বাহিৰত পঢ়িবলৈ যাবলৈ তেনেই সৰু হৈ আছা।

তাই মোক খুউব তিৰস্কাৰ কৰিলে। লাগিলে তাই নপঢ়িবই। তথাপি তাই ইয়াত নপঢ়ে। পিছদিনা পুৱাই মই তাইক ক'লো—

ঃ তুমি যোৱাৰ বাবে যোগাৰ কৰা ৰুমী।

অৱশ্যে যোগাৰৰ বেছিভাগ ময়েই কৰিব লগীয়া হ'ল। তাইৰ লগৰ কেইবাজনীও বান্ধৱী দিল্লীত পঢ়িবলৈ যাব। আটাইকেইজনী উচ্চ পদস্থ বিষয়াৰ ছোৱালী। সিহঁতৰ অভিভাৱক যাব। গতিকে তেনে কোনো অসুবিধা নাই। মই ৰুমীক লৈ তেওঁলোকৰ ঘৰলৈ নিজেই গ'লো। ৰুমীক থ'বলৈ মই যোৱাটো কোনোমতেই সম্ভৱ নহ'ব। জিমিৰ কেইবাটাও পৰীক্ষা আছে। অফিচতো জৰুৰী অৱস্থা। ৰুমীক ক'লো—

ঃ তোমাৰ লগত তোমাৰ মামাকেই পঠাম। থৈ আহিবগৈ।

ঃ মামাক? নালাগে মা। আংকল-আণ্টিহঁত থাকিবই নহয়। মই পাৰিম।

ঃ আংকল-আণ্টিহঁততকৈ মামা তোমাৰ বেছি আপোন ৰুমী।

তাই অৱশ্যে বৰ বেছি আপত্তি নকৰিলে। মোমায়েকক লগত লৈ যোৱাত আগ্ৰহো নেদেখুৱালে। সময়ত ঘৰৰ পৰা ভাইটি আহিল। মই কিছু সকাহ পালো। ৰুমীৰ

বজাৰ-সমাৰত ব্যস্ত হৈ পৰিল সি। ৰুমীয়ে তাক গুৰুত্ব দিয়ক-নিদিয়ক সেই লৈ তাৰ কোনো গুৰুত্ব নাই। যিমানেই দিন চমু চাপি আহিল মোৰ মনটো অশান্ত হৈ উঠিব ধৰিলে। ৰুমী ইমান দূৰলৈ যাবগৈ! হঠাৎ যদি অসুখ-বিসুখ হয়! পঢ়াৰ বাহিৰে তাইচোন পৃথিবীৰ একো কথাই নাজানে। দিল্লীততো কোনো আপোন মানুহ নাই আমাৰ। তাইৰ যি ৰূপ যি স্বাস্থ্য যদি কোনোবাই বেয়া চকু দিয়ে! মিঠা কথাৰে ভুলাই? উস্ ভগৱানে যেন সদায় মোৰ ৰুমীজনীক ৰক্ষা কৰে। যদি অৰুণাভ ছাৰ থাকিলেহেঁতেন! অৰুণাভ ছাৰ এতিয়া ক'ত আছে মই নাজানো। কিন্তু তেওঁৰ ঘৰ দিল্লীত। যোৱাৰ আগদিনা চুলিত হাতবুলাই মই ৰুমীক ক'লো—

ঃ ৰুমী, অৰুণাভ আংকলৰ ঘৰো দিল্লীত। তুমি জানানে? কেতিয়াবা যদি দেখা পোৱা চিনি পাবানে মাজনী?

ৰুমীয়ে অৰুণাভ ছাৰৰ নাম শুনি জাণ্ডুৰ খাই উঠিল।

ঃ অৰুণাভ আংকল? প্লিজ মা মই দিল্লীত পঢ়িবলৈ যোৱা কথাটো অৰুণাভ আংকলে যাতে কেতিয়াও গম নাপায়।

ঃ কিন্তু কিয় মাজনী?

ঃ কিয়? এতিয়া আৰু মই সৰু ছোৱালী হৈ থকা নাই মা। লাজ, অপমান, বদনাম, সদনাম বুজা হৈছো। আচলতে খুউব সৰুতেই মই বদনাম-সদনাম বুজা হৈ গ'লোঁ। অৰুণাভ আংকলেতো আমাক কেতিয়াবাই বদ্‌নাম কৰি পেলালে।

জীৱনত প্ৰথমবাৰৰ বাবে ৰুমীৰ গালত উঠিব খোজা মোৰ হাতখন ভাইটিয়ে থাপ মাৰি ধৰি পেলালে।

ঃ বাইদেউ, কি কৰিব খুজিছ তই! তাইৰ গাত হাত দিবলৈ দিন আছে!

মোৰ চকুযোৰ ভৰি আহিল। দুৰ্বল অনুভৱ হ'ল। ৰুমীয়ে কিন্তু চিঞৰিয়েই থাকিল। বুজিলো, তাইৰ বহুদিনৰ ক্ষোভ। সুবিধা পাই বিস্ফোৰণ হ'ল। তাই চিঞৰি চিঞৰি ক'লে—

ঃ মইতো এতিয়া হাতত চক্‌লেট লৈ সকলো পাহৰি যোৱা সৰু ছোৱালীজনী নহয়। কি বিশ্বাস সেই মানুহজনৰ... কি বিশ্বাস...। মই তোমাৰ দৰে নহয় মা। মই তোমাৰ দৰে নহয়।

ৰুমীৰ কথাই মোক বিছাই ডকাদি ডাকিলে। বেজ্ বেজাই গ'ল গোটেই শৰীৰ। মোৰ কলিজাখন। কিন্তু পিছমুহূৰ্ততে অনুভৱ কৰিলো কথাটো মিছাও নহয়। ৰুমী মোৰ দৰে সমূলি নহয়। ৰুমী মোৰ দৰে নোহোৱাত মোৰ যিমান দুখ লাগিল মই ৰুমীৰ দৰে নোহোৱাত মোৰ আনন্দ লাগিল বেছি। ভাইটিয়ে পৰিস্থিতি চম্ভালি ল'লে। ৰুমীক সি বৰকৈ বুজাব লগা নহ'ল। ফুচুলাই লৈ গ'ল বজাৰলৈ। বন্ধুৰ ঘৰলৈ। সি বৰকৈ বুজালে মোক।

ঃ তয়ো যে আৰু বাইদেও। তাইৰ বয়সেই বা হৈছে কিমান। সময়ত চাবি চব্ ঠিক হৈ যাব। চব্ বুজি পাব। সিহঁতৰ বাবেই জানো তই সকলো সুখ-সম্ভোগ বিসৰ্জন দিয়া নাই। তোৰ এই ত্যাগৰ মূল্য সিহঁতে এদিন দিবই।

কিন্তু মইতো সিহঁতৰ পৰা মূল্য বিচৰা নাই। নালাগে— সিহঁতে মোক একো দিব। সিহঁতৰ বাবে ত্যাগ কৰাতেই মোৰ জীৱনৰ সৰ্বোচ্চ আনন্দ। মই মাথোঁ বিচাৰো সিহঁতে সত্যটো বুজক। মানৱীয় প্ৰমূল্যবোধক স্বীকৃতি দিবলৈ শিকক। সিহঁতে অৰুণাভ ছাৰক কিয় বদনাম কৰে? ইমান মেধাৱী ছোৱালীজনীয়ে সাধাৰণ কথাবোৰ বুজি নাপায় কিয়? টান টান বিষয়ৰ গধুৰ গধুৰ কিতাপবোৰ অধ্যয়ন কৰিব পাৰে অথচ অধ্যয়ন কৰিব নোৱাৰে তাইৰ নিজৰ মাকজনীক। বুজি নাপায় মাকজনীক। হয়তো ভাইটিয়ে ঠিকেই কৈছে, এদিন তাই বুজিব। কিন্তু যেতিয়া বুজিব তেতিয়া আৰু কৰিবলৈ একোৱেই নাথাকিব। বুজা নুবুজাৰ কোনো অৰ্থই নাথাকিব।

মাথোঁ কেইটামান ঘণ্টাতেই ৰুমীৰ প্ৰতি মোৰ খং শাম কাটিলে। অন্তৰত লুকাই থাকি গ'ল মাথোঁ অভিমান। ভাইটি আৰু জিমিৰ মাজত বহি তাই ভাত খালে। কিছুসময় টি ভি চাই থাকি এসময়ত তাই শুলেগৈ। খন্তেকতে টোপনিও গ'ল। মই লাইটটো অন কৰি তাইক প্ৰাণভৰি চালো। এইকণ ছোৱালী যাবলৈ ওলাইছে ইমান দূৰলৈ! তাইৰ হাত ভৰিবোৰ এতিয়াও শিশুৰ দৰে কোমল। গাখীৰত সেন্দূৰ মিহলোৱা গাৰ ৰং। ওঁঠ দুখনত ৰং সনাৰ প্ৰয়োজনেই নাই। সাগৰ নীলা চকুযোৰ... দালিমগুটীয়া দাঁত দুপাৰি... কেঁকোৰা কেঁকুৰী জোপোহা চুলিকোছা... কোনোবাই এই চেহেৰা দেখি ক'বনে তাইক মোৰ, তৃতীয় শ্ৰেণীৰ চাকৰিয়াল পাৰ্চনেল এচিষ্টেন্ট মায়াবী শৰ্মাৰ ছোৱালী বুলি! আৰু তাইৰ মাৰ্কচিট্খন দেখিলে কাৰ সাধ্য তাইক মোৰ ছোৱালী বোলে? হয়তোবা কেতিয়াবা তাই নিজেই সন্দিহান হৈ উঠে। হয়তো বন্ধু-বান্ধৱীৰ ওচৰত লাজো পায়। পাবৰো কথা। তাই ক্ষুণ্ণ হোৱাৰো কথা। বন্ধু-বান্ধৱীৰ মাক-দেউতাকে যেতিয়া সিহঁতৰ পঢ়াশুনা তদাৰক কৰে তেতিয়াও অফিচত মোৰ কোঠাত লাইট জ্বলি থাকে। ইয়াত মোৰ ঘৰৰ পৰা অফিচটো দেখা পোৱা যায়। কিজানি ঘৰৰ পৰা সিহঁতে চায়— মা আহিবৰ হৈছেনে? অফিচত এতিয়াও লাইট জ্বলি আছে নেকি? পাৰ্চনেল এচিষ্টেন্টৰ চাকৰি। আহোঁ বুলিলেই মই গুচি আহিব নোৱাৰো। আন চাকৰিয়ালৰ দৰে সময়মতে ছুটী কৰাতোও সদায় সম্ভৱ নহয়। 'বচ'ৰ সময়ৰ ওপৰতে নিৰ্ভৰ কৰে মোৰ সময়। বৰং কেতিয়াবা মই বেছি দেৰিলৈকে বহিহে কাম শেষ কৰিব লগা হয়। তাতে অফিচৰ ফাইলবোৰৰ সৈতে মোৰ সম্পৰ্ক বৰ স্পৰ্শকাতৰ। মই যে সিহঁতৰ সু-স্বাস্থ্য লৈ সদায় সতৰ্ক থাকিবলগীয়া হয়। মোৰ ঘৰত সন্ধ্যা গোসাঁই চাকি নজ্বলে। প্ৰায়ে সন্ধিয়াবোৰ অফিচতে অতিবাহিত হয়। কেতিয়াবা বজাৰত, কেতিয়াবা ৰাস্তাত। 'বচ'ৰ গাড়ীৰে আহি যেতিয়া মই ঘৰ পাওঁহি তেতিয়া প্ৰায়ে সন্ধ্যা ভাগে

আৰু মোক ভাগৰে আগুৰি ধৰে। লগৰ ল'ৰা-ছোৱালী আবেলি মাক-দেউতাকৰ লগত পাৰ্ক, বজাৰ, ৰেষ্টুৰেণ্টলৈ ফুৰিবলৈ যোৱাৰ সময়ত মোৰ ৰুমী-জিমি ঘৰতে আবদ্ধ হৈ থাকে। হয়তো খিৰিকীৰে চায়। আই ঐ দেহি! কিমান দিন হ'ল বাৰু সিহঁতক লগত লৈ ফুৰিবলৈ ওলাই নোযোৱা? অৰুণাভ ছাৰ থাকোঁতে সিহঁতক ফুৰাবলৈ নিয়াত কিমান যে গুৰুত্ব দিছিল! মোক বাৰে বাৰে সোঁৱৰাই দিছিল সিহঁতৰ মানসিক স্বাস্থ্যৰ কথা।

ঃ বাইদেউ।

ভাইটিৰ মাতত চমকি উঠিলো। মই থৰ লাগি ৰুমীক চাই আছিলো।

ঃ তই এতিয়াও শোৱা নাই ভাইটি?

ঃ নাই শোৱা, তয়োতো শোৱা নাই। আহচোন বাহিৰত বহোঁগৈ বাইদেউ।

ভাইটি আৰু মই — বাহিৰত বহিছিলোগৈ।

ঃ বাইদেউ তোৰ মনত পৰেনে গাঁৱৰ ঘৰৰ জোনাক নিশা চোতালত পাটী পাৰি বহা।

ঃ পৰে। গৰমৰ দিনত...। চকু মুদি দিলে এতিয়াও স্পষ্ট দেখা পাওঁ মা-দেউতাৰ হাতৰ বিচনী দুখন চক্ৰাকাৰে ঘূৰি আছে।

ঃ জীৱনটোও তেনেকৈ ঘূৰে নহয় বাইদেউ। ৰোৱাৰ কাৰো সময় নাই। বাৰে বাৰে পিছলৈ ঘূৰি চাই লাভ কি আগলৈ যেতিয়া যাবই লাগিব।

মই বুজিছিলো, ভাইটিয়ে মোক কি ক'ব খুজিছিল। মই বুজিছিলো— ভাইটিয়ে অন্ততঃ মোক বুজি পাইছে। মই যে সদায় পিছলৈ ঘূৰি চাওঁ। ঢুকি নোপোৱা আকাশখনলৈ চাওঁ। মই সদায় সৰু বুলি ভবা, অজলা বুলি ভবা ভাইটিয়ে বিজ্ঞৰ দৰে মোক বহুত কথা ক'লে—

ঃ ৰুমী-জিমিক দোষ দি লাভ নাই বাইদেউ। পৰীক্ষাত যিমানেই ভাল ফলাফল নেদেখুৱাওক, যিমানেই নম্বৰ নাপাওঁক কিয় সিহঁত এতিয়াও শিক্ষিত হৈ উঠা নাই। মানুহৰ মনৰ কথাকেই যদি বুজি নাপায়, আন্তৰিক টান্, নিঃস্বাৰ্থ ভালপোৱাকেই যদি বুজি নাপায় সিহঁতেনো ইমানকৈ কিহৰ শিক্ষা লাভ কৰিলে। পাইথাগোৰাচ, কপাৰনিকাচৰ লগতে সিহঁতক প্ৰেম, ভালপোৱাৰ পাঠো শিকাব লাগিছিল। নম্বৰ, চাৰ্টিফিকেটৰ বাঃ বাঃ পাবৰ বাবে পঢ়োতে পঢ়োতে মানৱীয় মূল্যবোধ ক'ৰবাত চেপা খাই ৰয়। সিহঁত আধুনিক হৈছে কেৱল সাজ-পোছাকেৰে। মনেৰে নহয় আৰু যুগৰ লগত খোজ মিলাবলৈ আমি বাধ্য।

ভাইটিয়ে সেইদিনা দিওঁ নিদিওঁকৈ মোৰ হাতত পেকেট এটা তুলি দিছিল। এসাজ কাপোৰ। মেখেলা চাদৰ। মায়ে ৰুমীৰ বাবে দি পঠাইছে। ঘৰত বোৱা কপাহী সূতাৰ। মই কাপোৰ সাজ শুঙি চালো। বৰ চিনাকি গোন্ধটো। যেন কাপোৰ সাজে কাবেৰীৰ

তাঁতৰ শালখনৰ খটৰ্ খটৰ্ মাকো মৰা শব্দটোও কঢ়িয়াই আনিছে। পাতল গোলাপী ৰঙৰ কাপোৰ সাজত বৰ সযতনে ক'লাৰে গুটি গুটি ফুল বাচিছে। মোক নক'লেও বুজিলো ভাইটিয়ে ৰুমীক কাপোৰ সাজ দিবলৈ লাজ-সংকোচ ভয় কৰিছে। সি জানে কাপোৰ সাজে কঢ়িয়াই অনা বুঢ়ী আইতাক আৰু মাহীয়েকৰ মৰমৰ মূল্য তাইৰ ওচৰত কিমান।

ৰুমী গ'লগৈ। বৰ আনন্দেৰে। গুৱাহাটীলৈকে আহি মই সিহঁতক প্লেনত উঠাই দিলোহি। সেই একেখন এয়াৰপ'ৰ্ট। প্ৰথমবাৰ চিলনী এটা আহি অৰুণাভ ছাৰক মোৰ পৰা থপিয়াই লৈ গ'লহি। দ্বিতীয়বাৰ মোৰ ৰুমীক। বৰ নিষ্ঠুৰ এই এয়াৰপ'ৰ্টখন আৰু চিলনীবোৰ।

ৰুমীৰ কোঠাটোৱে মোক বৰ কষ্ট দিয়া হ'ল। তাইৰ কিতাপ, বহী, কলম, তাইৰ কাপোৰবোৰ মই লিৰিকি-বিদাৰি থকা হ'লো। জিমিয়েও বহুদিন মন মাৰি থাকিল। শান্ত-শিষ্ট ছোৱালীজনী গুচি যোৱাত ঘৰখন এনেকৈ উদং হৈ গ'ল যে মই নিজেই আচৰিত হ'লো। তাইৰ ফোনৰ বাবে বৈ থাকোঁ। দিনটোত এটাও ফোন নাপালে নিশা টোপনি নহয়। বহুদিনলৈ এনেকৈ চলিল। লাহে লাহে সহজ হৈ আহিল ৰুমীৰ পৰা ফোন আহে। খবৰ আহে পঢ়া-শুনাৰ। তাইৰ কৃতকাৰ্যতাৰ। মনে মনে মই ভগবানক প্ৰাৰ্থনা জনাওঁ — অৰুণাভ ছাৰক দিল্লীত যেন তাই কোনোদিনেই লগ নাপায়। কেতিয়াবা মুখা-মুখি হ'লেও কোনেও কাকো চিনি যাতে নাপায়।

কলেজৰ দিনবোৰত কেইটামানহে দীঘলীয়া বন্ধ পালে ৰুমীয়ে। ঘৰলৈ আহিলে ঘৰত থকা দিনকেইটা তাই পঢ়িয়েই কটায়।

ইতিমধ্যে মোৰ জীৱনলৈ আহিল আৰু এটা ট্ৰেন্সফাৰ। আপত্তিৰ কোনো কাৰণ নাই। এতিয়া মই য'তেই নাথাকো কিয় একেই কথা। কাম, ফাইল আৰু ঘৰ। যাবলৈ সাজু হ'লো। ইতিমধ্যে জিমি সুখ্যাতিৰে হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈছে। ৰুমীতকৈ তাৰ নম্বৰৰ তালিকা এখোপ ওপৰত। দোপত দোপে ওপৰলৈ উঠি গ'ল সিও। মানুহে মোক কয়— 'আপুনি বৰ ভাগ্যৱান, ইমান চোকা ল'ৰা-ছোৱালী কিমান মানুহৰ ভাগ্যত হয়।' হয়, ময়ো অনুভৱ কৰো আৰু আক্ষেপো কৰো। ইমান মেধাৱী হৈয়ো সিহঁতে কিয় ফুল, তৰা, চৰাইৰ কথাবোৰ নাজানে। কিমান মেধাৱী হ'লে মানুহে মানুহৰ অন্তৰ পঢ়িব জানে। কিয় সিহঁতে অৰুণাভ ছাৰৰ মৰমবোৰ পাহৰি গ'ল? দুখ লাগে। সিহঁতৰ সপোনবোৰ ইমান বিশাল কিয় যে মই ঢুকিয়েই নাপাওঁ। জিমিৰ এটা সপোন আছে। বৰ ওখ। সি বহুত ধনী হ'বলৈ বিচাৰে। তাৰ বহুত ডাঙৰ ঘৰ হ'ব। মাটিৰ পৰা মূৰ তুলি চাব নোৱাৰা বৰ ওখ তাৰ ঘৰ আৰু হ'ব গাড়ী। ইম্পৰ্‌টেড্ কাৰ। সি বিদেশলৈ যাব। তাৰ সপোনবোৰৰ কথা মই নাজানিম নে! মাক হওঁ তাৰ মই। কিন্তু ইমান ওখ ওখ সপোন যে হঠাৎ এনেকৈ ঢুকি পাই মইতো জনা-

নাছিলো। জিমিৰ দ্বাদশ শ্রেণীৰ ফলাফলে গোটেই ৰাজ্যখন ওখল-মাখল লগালে। জিমিয়ে প্রথম স্থান অধিকাৰ কৰিলে। মই একোৱেই কৰিব লগা নহ'ল। মাথোঁ যাৱতীয় বস্তু-বাহানি আৰু টকা-পইচাৰ যোগাৰ। ইঞ্জিনিয়াৰিঙৰ প্ৰৱেশ পৰীক্ষাতো প্ৰথম স্থান দখল কৰি সি ইঞ্জিনিয়াৰিঙত আসন লাভ কৰিলে। আকৌ এবাৰ লোকপ্ৰিয় গোপীনাথ বৰদলৈ এয়াৰপৰ্ট। জিমিকো লৈ গ'ল চিলনী এটা আহি। জিমি যাবই লাগিব। মই জানো। মই আগৰে পৰাই সাজু আছিলো। নাই, মোৰ আন একো অসুবিধা হোৱা নাছিল। মাথোঁ মই মৌন হৈ পৰিছিলো। আচৰিত ধৰণে কথা কোৱাৰ স্পৃহা নোহোৱা হৈছিল।

ঘৰখন হঠাৎ কাহ পৰি জিন গ'ল। চাৰিওফালে নিৰ্জনতা, মাথোঁ নিৰ্জনতা। ঘৰখনত সাৰ পাই থাকো মই আৰু ৱালক্লকটো। মই সময়ত টোপনি যাওঁ। ৱালক্লকটো নাযায়। নিশা সাৰ পাই দেখোঁ সি সাৰে আছে। টিক... টিক... টিক...! পুৱা দুকাপ চাহ তৈয়াৰ কৰা অভ্যাসটোৱে মোক বহুদিনলৈ এৰি নিদিলে। একাপ মোৰ একাপ জিমিৰ। পুৱা সদায় ভাত ৰান্ধো। বাঢ়ি লওঁ। ডাইনিং টেবুলৰ অভ্যাস মোৰ নোহোৱা হ'ল। য'তে ত'তে বহি ভাত খাওঁ। প্ৰায়ে বিছনাত। টি ভিৰ সন্মুখত। টি ভিটোত কিনো চেনেল পকাও, কিনো আহে নিজেই কেতিয়াবা গম নাপাওঁ। এতিয়া মোৰ অবাধ স্বাধীনতা। বিশৃংখল হুলস্থুলীয়া সংগীতবোৰ বজাবলৈ জিমি নাই। ইচ্ছা কৰিলে মই দিনটো মাটিৰ গোন্ধ বিচাৰি টি ভিটো পকাই থাকিব পাৰোঁ। কিন্তু নাই নাথাকো। সেই স্পৃহাও কেতিয়াবাই শেষ হৈ গৈছে। বৰং অবাস্তৱ যেন লাগিলেও মই মাজে মাজে ইচ্ছা কৰো জিমি আহি ফুল ভলিওমত ইংৰাজী গানবোৰ বজাওঁকহি। কমী আহি কোঠাত সোমাই ভুনভুনকৈ পঢ়ি থাককহি। মাজে মাজে মোৰ ভ্ৰম হয়, হঠাৎ শুনা পাওঁ কমীৰ পঢ়াৰ ভুন্‌ভুননি। হঠাৎ শুনা পাওঁ জিমিৰ মাত... মা... মা... মা...। চমকি উঠো। উদং ঘৰখনৰ উদং কোঠাবোৰত ঘূৰি ফুৰো। সময়ত সিহঁতৰ কোঠাকেইটাত লাইট জ্বলাও। যেনকেইখনো কেতিয়াবা এনেয়ে চলাওঁ। গুণগুণকৈ গান গাওঁ। মুখত যি আহে তাকেই। নিমাওমাও ঘৰখনত নিজৰ মাতটো নিজৰ কাণতে বৰ কিবা যেন লাগে। অফিচত যিমান দেৰি হয় সিমানেই মোৰ ভাল লাগে। কি কৰিম গৈ ঘৰত? অফিচলৈ আহোও সোনকালে। নিজৰ কামবোৰো কৰো, কেতিয়াবা আনৰো কৰো। এনেকৈ কামত ডুবি থকা পি এ পালে কোনেনো বাল নাপাব বাৰু! 'বচে' মোক খুউব ভাল পায়। তেওঁ নিশ্চিন্ত হৈ থাকে। অফিচৰ পৰা আহি একাপ গৰম চাহ লৈ বহো। বাৰাণ্ডাত। হঠাৎ আবিষ্কাৰ কৰো— মোৰ কাষতে বহি পৰিছেহি অকশাভ ছাৰ। আমি কথা পাতোঁ। নীৰৱে! নীৰৱে! আকাশখন তৰাৰে ভৰি পৰে। কেতিয়াবা ডাৱৰ থাকে। মই থৰ লাগি চাই থাকো, কেতিয়াকৈ যাবগৈ ডাৱৰবোৰ! কেতিয়াকৈ বাট এৰি দিব সিহঁতে জোন, তৰাক! ডাৱৰ ফালি সিহঁত ওলাই অহালৈ অপেক্ষা কৰো মই। সন্ধিয়াতো

আগলৈ গৈ থাকে। পাকঘৰত সোমাওঁ। নাখালেতো নহ'ব। জীয়াই থাকিব লাগিব। এসময়ত মাথোঁ ৰুমী-জিমিৰ বাবে জীয়াই আছিলো। ভাবি আচৰিত হওঁ। জীয়াই থকাৰ উদ্দেশ্য জীৱনৰ প্ৰতিটো অধ্যায়ত কেনেকৈ সলনি হৈ যায়। দিনে দিনে কেনেকৈ ৰুমী-জিমিৰ বাবে জীয়াই থকাৰ প্ৰয়োজন শেষ হৈ আহিছে। খুউব কম সময় ৰৈছেগৈ সিহঁতৰ বাবে জীয়াই থকাৰ আৰু মাত্ৰ কেইটামান দিনহে মোক সিহঁতৰ প্ৰয়োজন আছে। তাৰ পিছতেই সিহঁত দুয়োটা আত্মনিৰ্ভৰশীল হ'ব। ইচ্ছা কৰিলে এতিয়াও সিহঁত আত্মনিৰ্ভৰশীল হ'ব পাৰে। আজি ধৰি মোৰ প্ৰয়োজন সিহঁতৰ বাবে শূন্য হৈ যাব পাৰে। তথাপি মই জীয়াই থাকিব লাগিব। সেই অবাঞ্ছিত দিনটোলৈ মই অপেক্ষা কৰোঁ। নিজকে সাজু কৰিবৰ যত্ন কৰোঁ। মোৰ কাম দিনে দিনে কমি যাব। এইযে অফিচৰ পৰা আহি প্ৰতিদিনেই মই সিহঁতলৈ পঠিয়াব লগা টকা পইচা হিচাব কৰো সেই কাম তেতিয়া আৰু নাথাকিব। মই একেবোৰ হিচাবকে ইমান বেছিকৈ কৰো যে মুখস্থ হৈ যায়। বাৰে বাৰে বেংকলৈ যাব লগাও নহ'ব তেতিয়া। সিহঁতৰ ঠাণ্ডা দিনৰ বাবে কাপোৰ, গৰম দিনৰ বাবে কাপোৰৰ হিচাব কৰিব লগা নহ'ব তেতিয়া আৰু মোকনো চলিবলৈ কিমান টকা লাগে! তেতিয়াচোন মোৰ ভালেমান টকা ৰাহি হ'ব। কি কৰিম মই! ৰুমীৰ বিয়াৰ খৰচ! হয়, ৰুমীৰ বিয়াৰ হিচাব-পত্ৰ কৰিম। ৰুমীক বাৰে বাৰে কইনা ৰূপত কল্পনা কৰিবলৈ লওঁ। নোৱাই তোলনী বিয়াৰ ৰুমীজনীহে বাৰে বাৰে মোৰ চকুৰ আগত জিলিকি উঠে। তাইৰ বিয়াৰ বাবে এপদ এপদকৈ গঢ়োৱা গহনাবোৰ লিৰিকি-বিদাৰি চাই থাকোঁ।

জিমি নোহোৱাৰ প্ৰভাৱ মোৰ শৰীৰতো বাৰুকৈয়ে পৰিল। জুতি লগাকৈ কিবা এখন ৰান্ধি খোৱাৰ চখ্ সমূলি নোহোৱা হ'ল। মাথোঁ কিবা এটা খাব লাগে। দিনৰ সাঁজ অফিচ কেন্টিনত সহকৰ্মীসকলৰ লগত ভালকৈয়ে খোৱা হয়। ৰাতিৰ সাঁজত ডাইনিং টেবুলৰ দুয়োকাষে ৰুমী-জিমি মূৰ্তমান হৈ উঠে। সিহঁতৰ চামুচৰ ঠুং ঠাং শব্দ আৰু বহুত ফৰমাইচ। সিহঁতৰ বাবে সিহঁতে ভালপোৱা বস্তু ৰন্ধাত মোৰ যত্নৰ ত্ৰুটি কোনোদিনেই নহৈছিল। সিহঁত যোৱাৰ পিছত মই ডাইনিং টেবুল ব্যৱহাৰ নকৰাই হ'লোঁ। ভাতৰ কাহীখন ল'লেই মনত পৰে অৰুণাভ ছাৰৰ ডাইনিং টেবুলখন। মই হাঁহি পেলাওঁ। আস্ ইমান সুন্দৰ দিনবোৰ আহিছিল মোৰ বাবে। জীয়াই থকাৰ প্ৰয়োজন, উদ্দেশ্য এইবাৰ কেন্দ্ৰীভূত হৈ ৰয় অৰুণাভ ছাৰৰ ওপৰত। মই জীয়াই থাকিম। অৰুণাভ ছাৰৰ বাবে। একো নালাগে মোক। মাথোঁ মোৰ জীৱনকালত তেওঁ এবাৰ আহিব। মোৰ সন্মুখত সোঁ-শৰীৰে অৰুণাভ ছাৰ...। মই কান্দি পেলাওঁ। আবেগত... আনন্দত...। তেওঁ ক'ব... দেয়াৰ ইজ আনাদাৰ অ'চেন। ...তেওঁ আকৌ গুচি যাব। যাওঁক। কোনো কথা নাই। মই তেওঁক ধৰি ৰাখিবৰ যত্নও নকৰো। মাথোঁ এবাৰ তেওঁ আহিব। আমি আকৌ এবাৰ একেলগে চৰাইবোৰৰ ঘৰলৈ যাম আৰু আকাশখন চাম।

ৰুমী-জিমিৰ অবৰ্তমানত অনাহকত মোৰ এখন ঠাইৰ পৰা আন এখন ঠাইলৈ বদলিৰ নিৰ্দেশ আহে। অকণো আপত্তি নাথাকে মোৰ। যেনিয়েই যাওঁ য'তেই থাকো। একো পৰিবৰ্তন নাই। জীৱন গৈ থাকে। ঠাইৰ পৰিবৰ্তন মোৰ ভালহে লাগে। এনেকৈয়ে হঠাৎ যদি কেতিয়াবা অৰুণাভ ছাৰক লগ পাই যাওঁ!

অৱশেষত এদিন মোৰ উদ্বেগৰ অন্ত পেলাই সেই দিনটো আহিল। ৰুমীয়ে পি এইচ ডি উপাধি ল'বলৈহে পালে কেইদিনমানৰ পিছতে কল লেটাৰ... এপইন্টমেন্ট। ফোনত তাইৰ মাতটো বৰ উল্লাসিত আছিল। অফিচৰ ফেক্সত এপইন্টমেন্ট লেটাৰৰ কপি এটাও আহিল। বৰ সুন্দৰ লেটাৰখন। মিচ্ ৰুমী শৰ্মাৰ ঠাইত লিখিছে ড° ৰুমী শৰ্মা। মই বাৰে বাৰে আওৰালো, ৰুমী শৰ্মা পি এইচ ডি। ড° ৰুমী শৰ্মা। কামত জইন কৰা আগতে এবাৰ তাই আহি যোৱাৰ কথা ক'লে। অকণো সংকোচ নকৰাকৈ, লাজ নকৰাকৈ ক'লে তাইৰ লগত এজন ফ্ৰেণ্ড আহিব।

ঃ এজন ফ্ৰেণ্ড? তেওঁৰ নাম কি ৰুমী?

ঃ নিশান্ত।

মই চমকি উঠিলো। ৰুমীৰ লগত আহিবলগীয়া তাইৰ বন্ধুজন কোন বা। তথাপি বাৰে বাৰে নিজকে বুজাবৰ যত্ন কৰিলো মই। তাইতো এতিয়া সৰু ছোৱালী নহয়। সন্মানীয় পি এইচ ডি উপাধিধাৰী ভাৰত চৰকাৰৰ চাকৰিয়াল। উচ্চপদস্থ। মোৰ কণমানিজনী এতিয়া মোতকৈ বহুত ডাঙৰ। মই কোনোমতেই ঢুকি নোপোৱাকৈ ডাঙৰ। গতিকে কোনো অবিবেচকৰ কাম ৰুমীয়ে নিশ্চয় নকৰিব। আৱেগৰ বশৱৰ্তী হৈ যিকোনো কাম কৰা বিধৰ ছোৱালী ৰুমী নহয়।

মই ব্যস্ত হৈ পৰিলো। মোৰ তৃতীয় শ্ৰেণীৰ অৰ্ডিনাৰী চৰকাৰী বাসভৱনৰ অৱহেলিত অব্যৱহৃত হৈ পৰি থকা কোঠাকেইটা সজাই-পৰাই তুলিলো। ৰুমীৰ বন্ধু, তাইৰ দৰেই উচ্চ মৰ্যাদাসম্পন্ন। কেনে ঘৰৰ বা ল'ৰা! ৰুমী যাতে লাজত নপৰে, মোৰ এই চুণ তেল নেদেখা ঘৰটো...! তথাপি চুণ তেল দিয়া নহ'ল। যথা সময়ত ৰুমী আহি পালেহি, আগবাঢ়ি যাব খুজিছিলো। ভাবিছিলো পি এইচ ডি কন্যা আৰু তাইৰ বন্ধুক আনিবলৈ 'বচ'ৰ গাড়ীখনকে খুজি লৈ যাম। পিছে ৰুমীয়ে মানা কৰিলে। দৰকাৰ নাই। সময়ত ধুনীয়া সৰু গাড়ী এখনত উঠি ৰুমী আৰু তাইৰ বন্ধু আহি ওলাল। ওখ-পাখ ইষৎ কৃষ্ণ বৰণৰ দেখনিয়াৰ যুৱক ৰুমীৰ বন্ধু নিশান্ত। ৰুমীয়ে চিনাকি কৰি দিলে—

ঃ নিশান্ত ... মাই মাদাৰ...

ৰুমীজনী অকলে অহা হ'লে! নিশান্তৰ উপস্থিতিত মই মন খুলি তাইৰ লগত কথা পাতিব নোৱাৰিলো। তায়ো ইমান দিনৰ মূৰত ঘৰলৈ মোৰ কাষলৈ আহিল যদিও দূৰত্ব যেন বাঢ়িহে গ'ল। ভাবিছিলো মোমায়েক, মাহীয়েকহঁতৰ কথা তাই আগ্ৰহেৰে সুধিব। তাইৰ পি এইচ ডি হওঁক বা আন যিয়েই হওঁক সিহঁতৰ বাবে তাই মাথোঁ ৰুমী —

কম — কমু। ভাবিছিলো তাই অগাপিছাকৈ দেহাৱসান ঘটা ককাক, আইতাকৰ কথা সুধিব, দুখ কৰিব। উচুপি উচুপি এসোঁতা কান্দিব। কিন্তু তেনে নহ'ল। এইবাৰৰ কমীজনী আৰু বেছি গহীন হৈ পৰিল। খুউব সহজভাৱে, অতি গতানুগতিকভাৱে কমীয়ে মোৰ কথাবোৰ শুনি গ'ল। উত্তৰ দি গ'ল। দুই এটাকৈ কৈ গ'ল, তাইৰ প্ৰিয় খাদ্যৰে মই ডাইনিং টেবুলখন ভৰাই পেলালো। আমি তিনিও একেলগে খাবলৈ বহিলো। মই নিশান্তৰ ঘৰৰ খবৰ ল'লোঁ। মাক-দেউতাকৰ একমাত্ৰ সন্তান। দিল্লীবাসী। পিতৃ-মাতৃ দুয়ো ভাৰত চৰকাৰৰ উচ্চপদস্থ বিষয়া। নিশান্তৰ পৰিয়ালৰ সবিশেষ শুনাৰ লগে লগে মই আন মনা হৈ পৰিলো। কমীয়ে এনে ডাঙৰ ঘৰৰ ল'ৰাৰ লগত বন্ধুত্ব কৰি ভাল কৰিছেনে ভুলেই বা কৰিছে। ভাবি মই দোধোৰ-মোধোৰত পৰিলো। অৱশ্যে ডাঙৰ ঘৰৰ ল'ৰা হ'লেই যে সহজ-সৰল নহ'ব তেনে কথা নহয়। অৰুণাভ ছাৰ চোন খুবেই ডাঙৰ মানুহ। নিশান্ত বাৰু অৰুণাভ ছাৰৰ দৰে নেকি? মই ভাত খাই থকা নিশান্তৰ মুখখনিলৈ চালো। কিমান গম্ভীৰ নিশান্তৰ চকুযোৰ? কিমান নিষ্পাপ সৰলতাৰে ভৰা নিশান্তৰ মুখখন? আছেনে অৰুণাভ ছাৰৰ দৰে যন্ত্ৰণা কাতৰতা? নাই, ক্ষণিকতে বুজা নাযায়। কমী এজনী তৃতীয় শ্ৰেণীৰ কৰ্মচাৰীৰ ছোৱালী বুলি জানি নিশান্তৰ বা কেনে লাগিছে! সিহঁতৰ বন্ধুত্ব বা কেনেধৰণৰ! যদি মাথোঁ বন্ধু— তেন্তে কোনো কথা নাই। কিন্তু যদি সিহঁতৰ মাজত প্ৰেমৰ সম্পৰ্ক আছে! ভাৱনাত যতি পেলাই হঠাৎ কমীয়ে ক'লে—

ঃ মা, নিশান্ত তোমাক লগ পোৱাৰ উদ্দেশ্যৰেহে আহিছে।

মই কমীৰ মুখলৈ চালো। তাই ক'লে—

ঃ মা, আমি দুয়ো বিয়াৰ সিদ্ধান্ত লৈ পেলাইছো।

মোৰ বুকুৰ ভিতৰখন থৰথৰকৈ কঁপিলে। মই একো নক'লোঁ। ক'বলৈ থাকিলেই বা কি! কমীয়ে সকলো ঠিক কৰি পেলালেই। তায়েই কৈ গ'ল—

ঃ তোমাৰ চিন্তা কৰিবলগীয়া একো নাই। বিয়ালৈ এতিয়াও ছমাহ বাকী। খৰচপাতিৰ কথা তুমি একো চিন্তা কৰিব নালাগে। দিল্লীৰ ষ্টাৰ হোটেলত বিয়াৰ পাৰ্টি হ'ব। নিশান্তই মানে ডেডী-মাম্মীয়ে সকলো কৰি ল'ব। ইতিমধ্যে মোৰো ছমাহ চাকৰি হৈ যাব। তুমি বুজিছা নহয় মা, মোৰ ছমাহৰ দৰ্মহা মানে এটা শকত অংক, গতিকে কোনো চিন্তাৰ কাৰণ নাই। তুমি কিন্তু বিয়ালৈ আহিব লাগিব মা। আহিবানে? আহিবানে মা?

মই একো ক'ব নোৱাৰিলো। কেনেকৈ কওঁ— মোৰ বুকুৰ পৰা কলিজাটো যেন এইমাত্ৰ কোনোবাই কাঢ়ি নিলে। চকুৰ পানীবোৰে বাকৰুদ্ধ কৰি পেলালে। কমীৰ বিয়ালৈ তাই মোক নিমন্ত্ৰণ কৰিলে এইমাত্ৰ। সময় ইমান পাষাণ কেনেকৈ হ'ব পাৰে!

কেনেকৈ বুজিব কমীয়ে মই যে কোনোদিনেই তাইৰ বিয়াৰ গধুৰ দায়িত্বৰ পৰা

মুক্ত হ'বলৈ বিচৰা নাছিলো। মইতো বহুত চিন্তা কৰিব বিচাৰিছিলো। মই আশা কৰিছিলো মোৰ ৰুমী কইনা হওঁক মোৰ চোতালত। বেইৰ তলত তাইক আয়তীয়ে মাহ হালধিৰে নোবাওক, জাওৰিয়ে জাওৰিয়ে বিয়া নাম গাওঁক নামতীয়ে। ডেকা-গাভৰুজাকে মৰল সাজক। দৰা অহাৰ ধুমধাম...। দৰাক আদৰিব লাগে। মোমায়েকে পুতলাটোৰ দৰে ডাঙি তাইক লৈ আহক হোমৰ কাষলৈ। জিমিয়ে মুঠিয়ে মুঠিয়ে আখৈ ছটিয়াওক আৰু কইনা উলিয়াই নিয়াৰ পৰত মই হিয়া উজাৰি কান্দো। তায়ো কান্দক। সকলোৱে কান্দক। ৰুমীৰ বিয়াত মোৰ এসোপামান ধাৰ লাগক। এজনীহে ছোৱালী মোৰ। সকলো দিম তাইক মই। কিন্তু ইমান সহজতে তাই মোক মুক্ত কৰি দিলে। কৰিবলৈ থাকিলেই বা কি মোৰ! ষ্টাৰ হোটেলৰ হলঘৰত হোৱা ৰুমীৰ বিয়ালৈ আলহী হৈ যাব পাৰিমনে মই? যাব পাৰিবনে কাবেৰী? ভাইটি?

ৰুমী ঘৰত থকা কেইদিন মই ছুটী লোৱাৰ কথা ভাবিছিলো। যদিও নল'লোঁ। সময়মতেই মই ওলাই যাওঁ। দিনৰ সাঁজ সিহঁতে বাহিৰত খোৱাহে পছন্দ কৰিলে। ৰাতিৰ সাঁজ মই ঘৰতে ৰান্ধো। ঘৰত থকা কেইদিনৰ বাবে সিহঁতে ধুনীয়া গাড়ীখন ভাড়াত লৈ থলে। নিশান্তৰ গাড়ী অবিহনে থকাৰ অভ্যাস নাই।

ৰুমীয়ে মোক নিশান্তই দিয়া হীৰাৰ চেট্‌টো দেখুৱালে। মাম্মী-ডেডীয়ে দিয়া সোণৰ চেটকেইটাও। ধুনীয়া। সকলোবোৰ অতি ধুনীয়া। বিয়াৰ বাবে গঢ়াবলৈ দিয়া চেটকেইটাৰ ডিজাইনো দেখুৱালে। মই দিনটোত কেইবাবাৰো তাইৰ বাবে গঢ়াই থোৱা গহনাকেইপদ চাওঁ। দিমনে তাইক? তাই পিন্ধিবনে এই গহনাকেইপদ কইনা হওঁতে!

মই মনে মনে নিশান্তক লক্ষ্য কৰি থকা হ'লোঁ। কিয় জানো মই মনে-প্ৰাণে আশা কৰিলো নিশান্ত যাতে অৰুণাভ ছাৰৰ দৰে হয়। আবেলি ফুৰিবলৈ ওলাই গৈ নিশা পলমকৈ ঘূৰি অহা নিশান্তক মই সোধো—

ঃ তোমালোক কোনফালে গৈছিলা?

নিশান্তই কি জানে। ৰুমীয়ে যি ফালে নিব সি সেইফালেহে যাব। মই তাক কওঁ—

ঃ এই ৰাজ্যখন পাহাৰেৰে ভৰা। চিৰসেউজীয়া পাহাৰবোৰৰ যিমানেই গভীৰলৈ যাবা সিমানেই সৌন্দৰ্য প্ৰগাঢ় হৈ অহা দেখিবলৈ পাবা। পাহাৰৰ মাজে মাজে বহুত ঝৰ্ণা পাবা। স্ফটিক স্বচ্ছ পানী। সূক্ষ্ম দৃষ্টিৰে চালে এই ঠাইবোৰ এখন পেইন্টিঙৰ দৰে লাগিব। খুউব উপভোগ কৰিব পাৰি এই সৌন্দৰ্য।

মই যিয়েই নকওঁ নিশান্তই মাথোঁ শলাগে। তেনে কোনো প্ৰতিক্ৰিয়া নহয়। যেনেকৈ পাহাৰবোৰৰ গোপন কথা শুনি অৰুণাভ ছাৰৰ হৈছিল। ক'ম ক'ম বুলিও নিশান্তক চৰাইবোৰৰ কথা কোৱা নহয়গৈ। সন্ধিয়া যেতিয়া ৰুমী আৰু নিশান্ত হাতত চাহৰ কাপ লৈ বাৰান্দাত বহে অভদ্ৰ মানুহৰ দৰে মই লুকাই লুকাই জুমি চাওঁ। আচলতে মই

চাওঁ, নিশান্তই অৰুণাভ ছাৰৰ দৰে আকাশখন চায় নে নাচায়। নাই, মই কোনোদিনেই সিহঁতক তৰাবোৰৰ লগত কথা পতা নেদেখিলোঁ। সিহঁতক কথা পাতি থকা দেখিলে মনে নধৰে সিহঁতে চৰাইবোৰৰ কথা পাতে বুলি।

এদিন মই নিশ্চিত হ'লো, সিহঁতৰ সপোনবোৰ বেলেগ। দুয়ো দুটা লেপটপ্ লৈ নিমগ্ন হৈ থাকে। নিমগ্ন হৈ থাকে ইণ্টাৰনেটত। মই আচৰিত হওঁ, পৃথিৱীত এনে কিছুমান ঠাই, এনে কিছুমান বিষয় হয়তো নাই যিবোৰৰ কথা ৰুমী-নিশান্তই নাজানে। সিহঁতে ইমানবোৰ কথা আলোচনা কৰে যে মই তাৰ বেছিভাগ বিষয়েই বুজি নাপাওঁ। লেপটপ্ দুটাতেই সিহঁতৰ গোটেই পৃথিৱীখন। তাত নাই মাথোঁ চৰাইবোৰৰ পৃথিৱীখনহে। সেয়েহে হয়তো সিহঁতে সেইবোৰ নাজানে। ৰুমী আৰু নিশান্ত নিজৰ মাজতে কথা পাতি ব্যস্ত থাকে। মাজে মাজে সিহঁত খুউব অস্থিৰ হৈ পৰা যেন লাগে। যেন বৰ আমনিদায়ক হৈ পৰিছে এই নিৰ্জন ঠাইখনত বন্ধ বাকচৰ দৰে বিবৰ্ণ সৰু ঘৰটোত সিহঁতৰ জীৱন। মোৰ ভাবি দুখ লাগে। কিয় জানো ৰুমী বিয়া হৈ গিৰীয়েকৰ ঘৰলৈ যাবগৈ যেন সমূলি নালাগে। এনে লাগে ৰুমী যেন চৰাইবোৰৰ পৃথিৱীৰ পৰা এখন যন্ত্ৰৰ পৃথিৱীলৈহে যাবগৈ। মই স্বাৰ্থপৰ হৈ পৰিছো নেকি নাজানো। কিন্তু মই ভাবিবলৈ লৈছো ৰুমীয়ে ইমান লিখা-পঢ়া নকৰা হ'লেই ভাল আছিল। মোৰ কাষত তেনেই সাধাৰণজনী হৈ থকাই ভাল আছিল। মই শাসন কৰি থাকিব পৰাকৈ। ঘৰৰ কাম-বনবোৰ নিয়াৰিকৈ কৰাকৈ। ৰুমীয়েচোন পানী খাই গিলাচটোও ধুই নথয়। হয়, তাইৰ সকলো কাম নিয়াৰিকৈ কৰিবলৈ নিশান্তৰ ঘৰত হয়তো কেইবাটাও কাম কৰা মানুহ আছে। নিশ্চয় ৰুমী আৰু নিশান্তই ভাল দৰ্মহা দি মানুহ ৰাখিব পাৰিব কামৰ বাবে। কিন্তু মইতো কাম-বন কৰিবলৈ মানুহ ৰখা নাই। উচ্চশিক্ষিত ছোৱালীজনীক বাচনকেইটা নোধোৱাৰ বাবে, ঘৰখন নসৰাৰ বাবে গালি-চালি পাৰিবলৈ মই কোনোদিনেই নোৱাৰিলো। পৰা নাযায়ো।

ফোন কৰি এদিন জিমিক ৰুমী আৰু নিশান্তৰ হ'ব লগা বিয়াখনৰ বিষয়ে জনালো। মোক আৰু বেছি আচৰিত কৰি জিমিয়ে মাথোঁ ৰুমীক ফোনটো দিবলৈ ক'লে। কাষত বৈ থাকি মই শুনিলো। সি উৎফুল্লিত হৈ ক'লে—

ঃ কংগ্ৰেচুলেশ্যন বা!

বাঃ! একমাত্ৰ বায়েকৰ বিয়া আৰু মাথোঁ কংগ্ৰেটচ্! মোৰ ভাইটিৰ কথা মনত পৰিল। মোৰ বিয়াৰ সময়ত সেই সৰু ল'ৰাটোৰ ব্যস্ততা, উথপ্থপ খন! বিয়াৰ নিশা মাত লগোৱা পৰ্বটোত মোক সাৱটি সি উচুপি উচুপি কান্দিছিল। কাবেৰীক সাৱটি ধৰি কান্দি কান্দি সি কৈছিল—

ঃ আজিৰ পৰা আমি অকলশৰীয়া হ'লো কাবেৰী।

কিমান যে মৰমৰ টান্! কিযে এক আৱেগ বিভোৰ বান্ধোন! কিয় বাৰু? আমাৰ

শিক্ষা দীক্ষা কম, দুখীয়া বাবে নে আধুনিক জীৱন, মেচিনৰ পৃথিৱীয়ে ঢুকি নোপোৱাৰ বাবে! কিন্তু অৰুণাভ ছাৰ! অৰুণাভ ছাৰৰতো বহুত শিক্ষা আছিল। তেওঁ মহানগৰীৰ অট্টালিকাৰ মানুহ। তেওঁ মেচিনৰ লগতো ওতপ্ৰোতভাৱে জড়িত এজন ব্যক্তি। তথাপি তেওঁ মাটিৰ গোন্ধ ল'ব জানে। ডেউকা কঁপাই উৰি যোৱা চৰাইৰ হৃদয় জুৰোৱা বতাহৰ বাবে তেওঁ আকুল হৈ ৰৈ থাকে আৰু ইমানকেইটা নকৰ-চাকৰ থকাৰ পিছতো তেওঁ যে মোৰ বাবে কফি তৈয়াৰ কৰিছিল! মোৰ চকুজোৰ আনন্দত ভৰি উঠে।

নিশান্তৰ মাজত অৰুণাভ ছাৰৰ এটা বিন্দুও বিচাৰি নাপায় মই হতাশ হ'লোঁ। তাতকৈও আচৰিত কথা ৰুমীৰ মাজতো মই মোক বিচাৰি হাবাথুৰি খাওঁ। নাপাওঁ। ৰুমীৰ মাজত মই নাই। অথচ আমি দুয়ো মাক জীয়েক। ৰুমী আৰু নিশান্ত এদিন যাবলৈ ওলাল। তাইৰ বাবে গঢ়াই থোৱা গহনা কেইপদ, পাটৰ সাজকেইযোৰ আৰু কন্যাকাল পোৱাৰ সময়ত আইতাকে দি পঠোৱা বোৱা কাপোৰ সাজ সামৰি-সুতৰি দিয়াৰ সময়ত বুকুখন বৰকৈ শুদা পৰি থোৱা যেন লাগিল। ৰুমী গুচি যাবগৈ। ৰুমী আনৰ হৈ যাবগৈ। এয়া মোৰ বুকুৰ মাজৰ পৰা ৰুমীৰ শেষ বিদায়। উলহ-মালহ আৰু আয়তীৰ উৰুলী ধ্বনিৰ মাজত তাইক বিদায় দিব পৰা হ'লে মোৰ দুখ কমিলেহেঁতেন। চৌপাশে বহুত মানুহ থাকিলেহেঁতেন মোক সান্ত্বনা দিবলৈ। মোৰ হৈ ৰুমীৰ হৈ এটোপাল চকুলো পেলাবলৈ। এতিয়া মাথোঁ মই জানো ৰুমীৰ বিদায়ৰ কথা। গোপনে ৰাখিছো দুখৰ কথাবোৰ। খুউব গোপনে। অৰুণাভ ছাৰ থকা হ'লে কান্দিলোহেঁতেন তেওঁৰ বুকুত মূৰ থৈ। কল্পনাতে মই তেওঁক ক'লো— ছাৰ ৰুমীৰ বিয়া। আপোনাৰ সেই কণমানি পুতলাজনী কইনা হ'ব ছাৰ।

গহনা আৰু কাপোৰৰ টোপোলাটো তাই নিনিলে। বিয়ালৈ যাওঁতে মোকে লৈ যাবলৈ ক'লে। নতুনকৈ তাইৰ বাবে কোনো গহনা-পাতি নগঢ়ালেও হ'ব। তাইৰ এনেয়েও গহনা পিন্ধাৰ চখ্ নাই। অৱশ্যে হয়। কিন্তু মোৰ যে তাইক পিন্ধোৱাৰ চখ্ আছিল। বৰ অনাড়ম্বৰভাৱে পৃথিৱীৰ কোনো মানুহে গম নোপোৱাকৈ ৰুমীক বিদায় দিলো। মই টোপোলাটো বুকুত সাৱটি গুচি আহিলো। কেইবাদিনলৈও ৰুমীয়ে ব্যৱহাৰ কৰা সুগন্ধি ফুৰফুৰীয়া গোন্ধ এটা কোঠাটোত ওপঙি থাকিল। হঠাৎ আহি মোক গালে-মুখে চুই যায়হি।

ৰুমীৰ বিয়াৰ দিন যিমানেই ওচৰ চাপি আহিল বুকুৰ কঁপনিটোও বাঢ়ি আহিবলৈ ধৰিলে। তাই মোৰ লগত ফোনেৰে যোগাযোগ কৰিয়েই আছে। মাজে মাজে নিশান্তকো ফোনটো দিয়ে। সিও কথা পাতে। বিয়ালৈ অন্ততঃ আগদিনাই গৈ পোৱাৰ কথা কয়। গেষ্ট হাউচত ডিলাক্স চিট্ বুক কৰি থোৱাৰ কথা কয়। কিন্তু বিয়াৰ আগতে নিশান্তৰ মাক-দেউতাকে মোক লগ ধৰিবলৈ অহাৰ কোনো কথা আলোচনা নহ'ল। বা ময়ো যোৱাৰ কথা সিহঁতে নোতোলে। কথাটোত মই বেয়াও নাপালো। মোৰ আৰু এতিয়া

ৰুমীৰ শাহু-শহুৰ কেনে হ'ব জনা বুজাৰ কোনো আগ্ৰহ নাই। বৰং মই তেওঁলোকৰ পৰা আঁতৰিহে থাকিব খোজো।

ৰুমীৰ বিয়াৰ কথাটো ইতিমধ্যে মই ইজন-সিজনক ক'বলৈ আৰম্ভ কৰিলো। এসময়ত ওচৰ চুবুৰীয়া আৰু অফিচ ষ্টাফ সকালোৱে গম পালে। বিয়াৰ দিন চমু চাপি আহি নিচেই কাষ পালেহি। মই দীঘলীয়া ছুটী ল'লোঁ। ঘৰলৈ গ'লোগৈ, বোৱাৰীজনীৰ আদৰ-সাদৰৰ অন্ত নাই। ভাইটিয়ে সকলো বুজি পায়। গভীৰ ৰাতি শোৱা পাটীৰ পৰা উঠি আহি মই বাৰাণ্ডাত বহোহি। ভাব হয়, মা আৰু দেউতা যেন এতিয়াও এইখন ঘৰতে আছে। সকলো চাই আছে। ভাব হয় মাজ নিশা মায়ে যেন মোৰ নিচেই কাষত বহি মোৰ কপালত হাত বুলাই দি কৈছে— নাকান্দিবি আই...

মনত পৰে এই ঘৰখনলৈ এদিন অৰুণাভ ছাৰ আহিছিল। এয়াৰ কণ্ডিশ্যন ৰূমত ডানলপ্‌ত শোৱা অৰুণাভ ছাৰৰ টোপনি আহিছেনে নাই চাবলৈ মই গভীৰ নিশা কাবেৰীৰ কাষৰ পৰা উঠি আহিছিলো আৰু এদিন গভীৰ নিশা এইখন বাৰাণ্ডাতে এইখন আৰামী বেঞ্চত আমি দুয়ো বহিছিলো। নিশাটো বকুল ফুলে মলমলাই যোৱা আছিল। অৰুণাভ ছাৰে মোক সুধিছিল—

ঃ বী, এয়া কিহৰ গোন্ধ?

ঃ বকুল ফুলৰ ছাৰ।

ঃ ৱাও — এক্সিলেন্ট্... আন-বিলিভেব্‌ল্। বী, তোমাৰ গোটেই গাঁওখনেই সুগন্ধিৰে ভৰা। বকুৰ ফুলৰ গোন্ধ... ধাননি পথাৰৰ গোন্ধ... বোকা পানীৰ গোন্ধ...

মেট্ৰপলিটান চিটীৰ অট্টালিকাৰ বাসিন্দা অৰুণাভ ছাৰ মোৰ গাঁওখনৰ প্ৰেমত পৰিছিল। চুপতি মাৰিছিল কাবেৰীৰ লগত। এইখন গাঁৱতে কণমানি ৰুমী-জিমিয়ে বোকাপানীৰে লুতুৰি-পুতুৰি হৈ খেলিছিল। মোৰ বুকুৰ কথা ভাইটিয়ে নোকোৱাকৈ বুজি পায়। সি উঠি আহে। গভীৰ নিশা আমি দুয়ো বায়েক-ভায়েক বাৰাণ্ডাত বহি গুণগুণাই কথা পাতোঁ। সি কয়—

ঃ বাইদেউ, ময়ো তোৰ লগত যাম। ওলা, তোৰ একমাত্ৰ ছোৱালীজনীৰ বিয়া। নগ'লে জানো ভাল হ'ব। তায়েই বা মানুহক কি উত্তৰ দিব।

ঃ সেইবোৰ কিবা আমাৰ দৰে মানুহনে? একো উত্তৰ দিব লগা নহয় অ'। ষ্টাৰ হোটেলৰ বিয়া। বহু যত্ন কৰিও নিজকে সাজু কৰিব নোৱাৰিলো। সেয়েহে তোৰ কাষলৈকে গুচি আহিলো। জিমি যাব নহয়। হ'ব দে। সেইবোৰ মানুহৰ মাজতে আমি কিবা যেন হৈ পৰিম।

ভাইটিয়ে কথাবোৰ অন্যফালে নিবলৈ চায়।

ঃ বাইদেউ। তোৰ মনত আছেনে সৰুতে যে আমি একেলগে লেছেৰী বুটলিছিলো। সন্মুখৰ পকা ধানৰ পথাৰখনলৈ চাই সি কয়। মই শলাগো।

ঃ কিয় নাথাকিব। কাবেৰীজনী তেতিয়া নিচেই সৰু আছিল নহয়। ধান গছবোৰ ঢাকি পেলোৱা।

বিয়াৰ দুদিন মানৰ আগতে ৰুমী, নিশান্ত আৰু জিমিকো জনালো যে মই যাব নোৱাৰিম। গাটো বৰ ভাল নহয়। বুকুখন মাজে মাজে বিষায়। তাত গৈ বেছি হ'লে সিহঁতৰ মিছাতে কষ্ট হ'ব। সিহঁত কিছু ব্যস্ত হৈছিল। মই ক'লো— চিন্তাৰ কাৰণ নাই। মই ভাইটিৰ লগত আছো। সিহঁতে নিশ্চিন্ত মনে বিয়া উপভোগ কৰক। বিয়াৰ কেচেট মোলৈ পঠোৱাৰ প্ৰতিশ্ৰুতি দি ৰুমীয়ে ফোনটো থ'লে।

কথাটো মিছাও নহয়। বুকুৰ বিষ এটা আৰম্ভ হৈছিল। ৰুমীৰ বিয়াৰ দিনা পুৱাতে ভাইটিয়ে ক'লে—

ঃ বাইদেউ আজি কাবেৰীৰ ঘৰৰ পৰাই আহোঁগৈ ব'ল।

কাবেৰীৰ ল'ৰা-ছোৱালীহাল বৰ মৰম লগা হৈছে। থুনুক-থানাককৈ খোজ কাঢ়ে। ফুটা নুফুটা মাতকেইটাৰে পৃথিৱীৰ সমস্ত ভাষাবোৰ ক'ব খোজে।

মোতকৈ আগতে বিয়াৰ চিডি আহি পালেহি। মোৰ অফিচ ৰূমৰ টেবুলত মোৰ নাম, ঠিকনা লিখা ৰুমীৰ বিয়াৰ চিডি। আনে নেদেখাকৈ বেগত ভৰাই থ'লোঁ। ঘৰত আহি চালোহি। বিয়াৰ কন্যা নহয় যেন ৰূপকথাৰ পৰীজনীহে।

হঠাৎ এদিন ফোন এটাও নকৰাকৈ জিমি আহি ওলালহি। বুকুখন পুনৰ ভৰি পৰিল তাক কাষত পাই। তাৰ পৰা পাৰোমানে ৰুমীৰ খবৰ ল'লোঁ। তাইৰ ভাল। অট্টালিকা হেন ঘৰত থাকে। আমাৰ এই আওপুৰণি বিবৰ্ণ চৰকাৰী বাসভৱনৰ লগত তাইৰ চাৰ্ভেন্ট কোৱাৰ্টাৰ কেইটাৰো তুলনা নহয়। অত্যাধুনিক গাড়ীত উঠি চাকৰিলৈ আহে। জিমিয়ে কোৱা সেই গাড়ীবোৰৰ নাম মোৰ মনতেই নৰয়। নকৰ-চাকৰে ভৰা সংসাৰখনত আমাৰ ৰুমী ৰাজৰাণী। নিশাৰ খোৱা টেবুলতহে সুধিলো—

ঃ জিমি, তই হঠাৎ আহিলি যে?

ঃ তোমাক এবাৰ লগ পাই যাবলৈ মা। অঁ, হয়তো মই কেইবাবছৰলৈও আহিব নোৱাৰিম।

ঃ কিয়? মই বুজা নাই জিমি।

ঃ মা মই বিদেশলৈ গৈ আছো। আমেৰিকা।

ঃ কি?

হাহাকাৰ কৰি উঠিল বুকুখনে। মই চিঞৰি দিলো—

ঃ কিয় জিমি?

ঃ কাম কৰিবলৈ। চাকৰি মা। বহুত ডাঙৰ চাকৰি। বহুত দৰ্মহা। তুমি কল্পনা কৰিব নোৱাৰা এটা এমাউন্ট প্ৰতিমাহে মা আৰু তাতকৈও ডাঙৰ কথা গৱেষণাৰ সুযোগ।

ঃ আমাক বহুত টকা নালাগে জিমি। গৱেষণাও কৰিব নালাগে। তই ইমান প্ৰতিভাৱান

ল'ৰা দেশতে জানো কাম এটা নাপাবি। তই মোৰ কাষতে থাক।

এইবাৰ আৰু নিজকে নিয়ন্ত্ৰণ কৰিব নোৱাৰিলো। কান্দি পেলালো হুকহুকাই, জিমিয়ে বহুত কথাই ক'লে। মই নজনা ডাঙৰ ডাঙৰ কথা। কিন্তু মই জনা সৰু সৰু কথাবোৰ সি নাজানে। নুবুজে। সি নহ'লে কেনেকৈ মোৰ বুকুখন শুদা হৈ যায়। সিহঁত দূৰলৈ গুচি গ'লে মোৰ কেনেকৈ দিন হয়, কেনেকৈ ৰাতি হয় সি নাজানে। গোটেই ৰাতি চকুৰে পানী বাগৰি থাকিল। বিদেশ... আমেৰিকা... কিমান দূৰ বাৰু...? নাই নাজানো।

জিমিয়ে পিছদিনা ক'লে—

ঃ মা মই এটা কথা ভাবিছো।

ঃ আৰু কি কথা সোণ?

ঃ তুমি আৰু চাকৰি কৰিব নালাগে মা। মোৰ লগত তুমিও ওলোৱা। এতিয়াতো তুমি আমাক খৰচ দিব নালাগে।

জিমিৰ কথা মই ৰাখিব নোৱাৰো। চাকৰিটো মোৰ বৰ আপোন আৰু দেশ এৰি...? নাই নোৱাৰো। এই স্বতন্ত্ৰতা মই হেৰুৱাব নোখোজো। ৰুমী-জিমিহঁত বেলেগ এখন পৃথিৱীৰ বাসিন্দা। সেইখন পৃথিৱীত মই একাত্ম হ'ব নোৱাৰো। একাত্ম হ'বলৈ গৈ কলিজাত আঘাতহে পাম। হয়তো সিহঁতৰ পৃথিৱীত মোৰ আপোন শেৱালি, বকুল নিশা ফুলা ফুলবোৰ নুফুলিব। চৰাইবোৰ বিচাৰি হাহাকাৰ কৰিম মই আৰু মই যে অৰুণাভ ছাৰক বিচাৰি উলিয়াব লাগিব মোৰ নিজৰ পৃথিৱীখনতে। ক'লো—

ঃ যাম দিয়া জিমি। কিন্তু এতিয়া নহয়। এতিয়াতো মই সম্পূৰ্ণ সুস্থ হৈ আছো। কৰ্মঠ হৈ আছো। যেতিয়া অসমৰ্থ হ'ম মই যাম তোমাৰ লগত। তোমালোকক খৰচ দিব লগা নহ'লেও এই সৰু চাকৰিটো মোৰ বৰ মৰমৰ জিমি। জীয়াই থকাৰ প্ৰথম উদ্দেশ্য। তোমাৰ লগত গৈনো মই কি কৰিমগৈ। বহি, শুই কিমান থাকিম। জীৱন অলস, অকৰ্মণ্য হৈ পৰিব। তুমি এতিয়া নিজে যোৱাৰ ব্যৱস্থা কৰা।

প্ৰথমবাৰ বৰ বেয়াকৈ উপলব্ধি কৰিলো যে ৰুমী-জিমিৰ বাবে মোৰ জীৱনৰ তথা মোৰ চাকৰিটোৰ উদ্দেশ্য মাথোঁ সিহঁতক খৰচ দিয়াটোহে, অৱশ্যে তেনেকৈ ভবাৰ জিমিৰ দোষতকৈ বেছি হয়তো মাক হোৱাৰ দুখ। তেনেকৈয়ে চলে মধ্যবিত্ত-নিম্নবিত্তৰ মাকহঁতৰ জীৱন। যাবৰ সময়ত জিমিয়ে দঢ়াই-দঢ়াই ক'লে, মই যাতে স্বাস্থ্যৰ যত্ন লওঁ। অসুখ-বিসুখ হ'লে তাক খবৰ দিওঁ। জিমি গুচি গ'ল। বহুত দূৰলৈ। নেদেখা হোৱালৈকে মই এৰোপ্লেনখন চাই থাকিলো।

মোৰ বহুত কাম কমি গ'ল। বিশেষকৈ কমি গ'ল গণনাৰ কাম। এতিয়া আৰু বাৰে বাৰে পইচাকেইটা হিচাব কৰি থাকিব নালাগে। জিমিৰ কথা মই নাৰাখিলো। অসুখ-বিসুখৰ খবৰ নিদিওঁ মই তাক। সদায় মোৰ ভাল বুলিয়েই কওঁ। ৰুমীৰ কথাও

নাৰাখিলো। তাইৰ ঘৰলৈ মই এবাৰো যোৱা নাই। তাই সপ্তাহত এবাৰকৈ ফোন কৰে। শনিবাৰ নিশা ন'টাৰ পিছত। বছৰত এবাৰকৈ তাই আহে। হয়তো তাইৰ সকলো কাম ৰুটীন মতে চলে। জিমিৰ বছৰত এবাৰ অহাটোও টান। সিও বৰ কষ্টেৰে সময় উলিয়াব লগাত পৰে। সিহঁত দুয়োটাই মোক মাতে। নাই— মই নাযাওঁ। ভয় হয় — দুটা পৃথক প্ৰজন্মৰ মানুহ আমি। আমাৰ মনৰ মাজত বিৰাট ব্যৱধান, বিৰাট পাৰ্থক্য। ভয় হয়, স্বাধীনতা হেৰুৱাও বুলি। ইয়াত অকলশৰে অন্ততঃ মই নিজ ইচ্ছামতে কথাবোৰ ভাবিব পাৰো। কল্পনা কৰিব পাৰো। অতীত ৰোমন্থন কৰি হাঁহিব, কান্দিব পাৰো আৰু মই অৰুণাভ ছাৰলৈ অপেক্ষা কৰিব পাৰো।

এদিন হঠাৎ জিমিয়ে ফোন কৰি ক'লে— সি বিদেশী ছোৱালী এজনী বিয়া কৰালে। মই একো নক'লোঁ। ৰুমীৰ বিয়াৰ সময়ত দুখ কৰাৰ দৰে দুখ কৰাৰো সুবিধা নিদিলে জিমিয়ে মোক। মই বিচলিতও নহ'লো এইবাৰ। হয়তো অজানিতে এনে এক খবৰৰ বাবে মই নিজে নিজক সাজু কৰিছিলো। বুকু উজাৰি জিমিক আশীৰ্বাদ দিলোঁ।

সেই দিনবোৰ এতিয়া বছৰ হ'ল। এদিন অনুভৱ কৰিলো চাকৰি কৰাৰ প্ৰয়োজন মোৰ শেষ হৈ আহিছে, ইচ্ছাও। আগেয়ে মাহৰ শেষৰ সপ্তাহটো টানি-টুনি চলিবলগীয়া হৈছিল। মোৰ পাকঘৰৰ বৈয়ামবোৰৰ বুকু শুদা হৈ পৰিছিল। মাহৰ শেষৰ সপ্তাহটোৰ হিচাববোৰ বাৰে বাৰে কৰিবলৈ মোৰ আঙুলিকেইটা বৰ তৎপৰ হৈ থাকিছিল। তথাপি কিবা এটা আমেজ আছিল সেই অভাবে ধোঁৱাই নিয়া দিনবোৰত। দিনটোত কেইবাবাৰো চকু গৈছিল কেলেণ্ডাৰখনলৈ আৰু কেইদিন আছে মাহৰ প্ৰথম দিনটোলৈ। মাহৰ শেষ দিনটোত বা প্ৰথম দিনটোত দৰ্মহাৰ টকাকেইটা হাতত লওঁতে এক আচৰিত অনুভৱ হয়। আনন্দ লাগে। সেইৰাতি মনটো ভৰি থাকে। এনে লাগে জীৱনত কোনো দিনে যেন আৰু কোনো অভাৱ নহ'বই। এতিয়া কিন্তু পাকঘৰৰ বৈয়ামবোৰ খালী নহয়হে নহয়। মই উদগ্ৰীৱ হৈ চাই থাকো, সিহঁত খালী হওক। মই বজাৰলৈ যাওঁ। উভতি আহি সিহঁতৰ উদং বুকুবোৰ ভৰাই পেলাওঁ। বিস্কুট থোৱা বৈয়ামকেইটা এসময়ত বৰ চঞ্চল আছিল। তেতিয়া ৰুমী-জিমি সৰু। বিস্কুটৰ বৈয়ামকেইটালৈ দুষ্ট দুটাৰ বৰ চকু আৰু বৈয়ামৰ ভিতৰৰ বিস্কুটকেইটাও উদ্‌গ্ৰীৱ উৎকৰ্ণ হৈ থাকে ৰুমী-জিমিৰ আব্দাৰৰ বাবে। সদায় মই বিস্কুটৰ বৈয়ামকেইটা সিহঁতৰ পৰা লুকুৱাই থ'বলগীয়া হয়। বিস্কুট দেখিলে সিহঁতে ভাত খাবলৈ মনেই নকৰে। সিহঁতৰ বিস্কুটৰ বাবে মই যে কিমান হিচাব মিলাব লগা হয়। বিস্কুট সিহঁতক ফুচোলোৱা আহিলা। এতিয়া বিস্কুটৰ বৈয়ামটো খালীয়েই নহয়। কেতিয়াবা মই চাহৰ লগত এটা খাওঁ। কেতিয়াবা নাখাওঁ। কুকুৰ, মেকুৰী দেখিলে মাতি আনো বিস্কুট দিবলৈ। কেতিয়াবা ওচৰে-পাঁজৰে খেলি থকা সৰু ল'ৰা-ছোৱালীবোৰ মাতি আনো। বিস্কুট দিওঁ। সিহঁতে উদং ঘৰখন পাই বৰ ভাল পায়। দৌৰি ঢাপৰি খেলি-ধূলি ঘৰখন তালফাল খুৱায়। বৰ ভাল লাগে। সিহঁত গুচি

গ'লে ঘৰখন পুনৰ নিজম পৰে। খৰচ নহওঁতে নহওঁতে মোৰ হাতত ভালেখিনি টকা হয়গৈ। যিমানেই হাতত টকা গোট খায় সিমানেই অভাৱ বিচাৰি মই হাবাথুৰি খোৱা হ'লোঁ। তাৰোপৰি কেতিয়াবা ৰুমী-জিমিয়েও চেক্ একোখন পঠায়। চেক্‌খনত টকাৰ পৰিমাণ দেখি মই অবাক হওঁ। ইমানখিনি টকাৰে মোৰ আগতে কেইবামাহো চলিছিল। কি কৰিম মই এতিয়া টকাৰে? ঘৰ এখন কিনিলোৱেই যেনিবা বহুত টকাৰে। কোন থাকিবহি? ৰুমীৰ নিজা ঘৰ। বৰ বিশাল হেনো। জিমি জানো কেতিয়াবা থাকিবহি! বিদেশত তাৰ জীৱন, তাৰ সংসাৰ আৰম্ভ হৈছেহে। মোকনো থাকিবলৈ ঠাই লাগেই বা কিমানকণ! এসময়ত কোনোমতেই পৰিপাটীকৈ থ'ব নোৱাৰা চৰাইৰ সজা যেন চৰকাৰী বাসভৱনৰ কোঠাকেইটা এতিয়া নিটাল মাৰি পৰি থাকে অকলে। ঘৰ যিমানেই ডাঙৰ হ'ব সিমানেই নিঃসংগতা বাঢ়িব। মোক এতিয়া মাথোঁ এটা কোঠাৰহে প্ৰয়োজন। অৰুণাভ ছাৰক বিচাৰি পাবলৈ এটা কোঠাই মোৰ বাবে যথেষ্ট। প্ৰথমে কেইবাবাৰো দীঘলীয়া ছুটী ল'লোঁ। দিনবোৰ সলনি হ'বলৈ ধৰিলে। দেশ-বিদেশৰ ধুনীয়া ধুনীয়া ঠাইবোৰে জীৱনটোক এটা নতুন মোৰ দিলে। ভাবিলো জীৱনৰ বাকী থকা দিনকেইটা জিৰণি লওঁ। সাধ্যানুসাৰে ফুৰাচকা কৰোঁ। দেশ-বিদেশৰ ভাল লগা ঠাইবোৰ চাওঁ। কিজানি কোনোবা ঠাইত অৰুণাভ ছাৰক হঠাৎ লগ পাই যাওঁ। ভাবিলো, মোৰ মৰমৰ সৰু চহৰখনলৈ উভতি যাওঁ। দিনবোৰ কটাই দিওঁ মৰমৰ চহৰখনৰ কোলাত। ভলিউনট্ৰী ৰিটায়াৰমেন্ট লৈ পেলালো। ৰুমী-জিমিক জনালো। ৰুমীয়ে গতানুগতিক উৎসাহেৰে ক'লে—

ঃ মা, তুমি জিমিৰ ওচৰলৈ কেতিয়ালৈ যাবা? মোৰ ইয়াত বহুদিন থকাকৈ আহিব লাগিব কিন্তু! তুমি সদায় থকাকৈ জিমি বা মোৰ ওচৰলৈ গুচি আহা মা।

ঃ নহয় মাজনী। কিছুদিনৰ বাবে মই ইটানগৰলৈ গুচি যোৱাটোহে ঠিক কৰিছো।

ৰুমী আচৰিত হ'ল।

ঃ ইটানগৰলৈ? ইটানগৰলৈ কিয় মা? তাতকৈ তুমি মামাৰ ওচৰলৈ কিয় গুচি নোযোৱা? ইটানগৰত কি আছে?

ঃ আছে, ৰুমী আছে। মোৰ সমস্ত জীৱন আছে তাত। মোৰ বাবে তাত তোমালোকৰ শৈশৱ আছে। সেই সৰু চহৰখনতে মোৰ জীৱন সংগ্ৰামৰ প্ৰকৃত সংঘৰ্ষ আৰম্ভ হৈছিল। সেই চহৰখনতেই মোৰ জীৱনটোৱে নতুন মোৰ লৈছিল। সলনি হৈ গৈছিল জীয়াই থকাৰ ষ্টাইল, উদ্দেশ্য। সেই চহৰখনতেই মোৰ জীৱনলৈ আহিছিল— অৰুণাভ ছাৰ আহিছিল ৰুমী। তেওঁ মোক জীৱনটো ভাল পাবলৈ শিকাইছিল। শিকাইছিল ফুল, তৰা, চৰাইৰ মাজত কেনেকৈ জীয়াই থকা যায়। শিকাইছিল কেনেকৈ ঝৰ্ণা এটিক বুকুৰ কথাবোৰ কোৱা যায়। মই বুজি উঠিছিলো প্ৰেম, ভালপোৱা আচলতে কি। সেই চহৰখন মোৰ বাবে স্মৃতিৰে ভৰপূৰ হৈ আছে। তোমালোক গুচি যোৱাৰ পিছত

বুকুখন তেনেই শূন্য হৈ পৰিছে ৰুমী। স্মৃতি বুটলি বুকুখন ভৰাই তুলিবলৈ যাওঁ। কি ঠিক, কিজানি স্মৃতি বুটলিবলৈ এদিন অৰুণাভ ছাৰো সেই চহৰ আহি ওলায়হি।

সন্দেহ নাই। ৰুমী হতবাক হৈ পৰিছিল। কিছুসময় মৌন হৈ পৰিছিল। তাৰ পিছত উষ্মাৰে মোক ককৰ্থনা কৰিবলৈ আৰম্ভ কৰিছিল। বহু কথাই কৈছিল তাই এনেধৰণৰে—

ঃ ছিঃ তুমি এতিয়াও, এই বয়সতো...! আমাৰ লগত থাকিলে তোমাৰ মন নভৰে। অৱশ্যে মা, তুমিনো আমাৰ বাবে কৰিলাই বা কি! তুমিতো সদায় ব্যস্ত থাকিলা তোমাৰ অৰুণাভ ছাৰৰ লগত। তোমাৰ অফিচত...

ঃ নহয় ৰুমী — তুমি ভুল কৈছা। মই গোটেই জীৱন ধৰি মাথোঁ তোমালোকৰ বাবে চিন্তা কৰিলো। খুউব স্বাৰ্থপৰ নাৰী মই। মই অৰুণাভ ছাৰৰ কথা কোনোদিনেই চিন্তা নকৰিলো। নিজৰ কথাও চিন্তা নকৰিলো। তেওঁৰ কথা নাৰাখিলো। সেইবাবেই আজি মই খুউব নিঃসংগ!

ৰুমীয়ে কি বুজিব নিঃসংগতা কি! ৰুমীয়ে কি বুজিব অৰুণাভ ছাৰক! তাই মাথোঁ বুজে মই সিহঁতৰ মাক আৰু মাথোঁ মাকেই হোৱা উচিত। সিহঁতৰ বাবে মোৰ আন অভিলাষ তাইৰ দৃষ্টিত মাথোঁ নিকৃষ্টতা। অৱশেষত তাই মোক কাতৰ অনুৰোধ কৰিলে—

ঃ প্লিজ মা, নিশান্ত আৰু পাপা-মাম্মাই যাতে কোনোমতেই কথাবোৰ গম নাপায়। মানে অৰুণাভ আংকলৰ কথাবোৰ। তুমি য'তেই যেনেকৈ থাকা সিহঁতৰ ওচৰত যাতে স্বাভাৱিকভাৱেই মোৰ লগত কথা পাতা। নহ'লে এইখন ঘৰত মোৰ মান-সন্মান ধূলিস্যাৎ হৈ যাব।

মই ফোনটো থৈ দিলো। মোৰ দুখ নালাগিল। হাঁহি উঠিল। পুতৌ হ'ল উচ্চশিক্ষিত জীয়ৰীৰ মানসিকতা তথা সন্মান-সচেতনতা দেখি আচৰিত হ'লো। তাইৰ সংসাৰখনত তাইৰ মান-সন্মানৰ ভেটিটো ইমান থুনুকানে? ইমান অনিশ্চিতনে? এয়া তেন্তে কেনে ধৰণৰ প্ৰেম — ৰুমী আৰু নিশান্তৰ? কাৰোবাৰ সাধ্য আছিলনে অৰুণাভ ছাৰৰ ওচৰত মোৰ মান-সন্মান ধূলিস্যাৎ কৰাৰ? দুখ লাগিল মোৰ ৰুমীজনীলৈ। তাই মায়া জালত বন্দী হৈ আছে। হয়তো গপত ওফন্দি আছে। হয়তো ভাবি আছে পৃথিৱীৰ প্ৰতিটো অমূল্য সম্পদ তাই হাত মেলিয়েই ঢুকি পাইছে। তাইৰ আৰু কোনো অপ্ৰাপ্য নাই। ভ্ৰম ভাগিলে ৰুমী বাস্তৱৰ পৃথিৱীত হামখুৰি খাই পৰিব। তাই দুখ পাব। তাতকৈ তাইৰ ভ্ৰম নাভাগক প্ৰভু! হঠাৎ দুখ লাগিল, পুতৌ উপজিল মোৰ ৰুমীলৈ। অংশুৰ সংসাৰখনত মায়াবীৰ স্থান আৰু নিশান্তৰ সংসাৰখনত ৰুমীৰ স্থানৰ পাৰ্থক্য ক'ত? অকণমান পাৰ্থক্য বিচাৰি মই হাহাকাৰ কৰি উঠিলো। ক'ত ৰুমীৰ উচ্চ শিক্ষা? ক'ত তাইৰ উচ্চ পদৱী? ৰুমীৰ মান-সন্মান, আত্ম মৰ্যাদা মাথোঁ নিশান্ত আৰু তাৰ পৰিয়ালৰ হাতৰ মুঠিত কৰায়ত্ত! জিমি অৱশ্যে কোনো কথাতে মূৰ ঘমোৱা ল'ৰা নহয়। সি ব্যস্ত। সি চেক্ পঠিয়াবলৈ এৰিলে। ইণ্টাৰনেটৰ যুগ। নেট্ বেংকিঙেৰে মাণি ট্ৰেন্সফাৰ

কৰে। মাজে মাজে ফোন কৰে। ৰুমীয়ে ফোন কৰিবলৈ এৰিলে। মাজে মাজে মইহে কৰো। কেতিয়াবা তাই উঠাই, কেতিয়াবা নুঠায়।

সকলো বান্ধোন, সকলো দায়িত্ব এৰি সময়ৰ বিশাল ঢৌ এটাৰ পিঠিত উঠি মই পুৰণা চহৰখনলৈ উভতি আহিলো। ইটানগৰ — মোৰ প্ৰাণৰ ইটানগৰ! অসীম আনন্দ পালো। বহুদিনলৈ বিশ্বাসেই হোৱা নাছিল — এয়া সপোন নে দিঠক! কিছু ম্লান হ'বলৈ ধৰা স্মৃতিবোৰো পুনৰ জীৱন্ত, প্ৰাণৱন্ত হৈ পৰিল।

অৰুণাভ ছাৰে এৰি যোৱা বাসভৱনটো এতিয়াও নতুন যেন হৈ আছে। ৰংটোহে সলনি হৈছে। মই অপলক দৃষ্টিৰে ঘৰটোলৈ চাই ৰওঁ। সৌৱা — সৌটো ডাইনিং ৰুম। সুন্দৰ টেবুলখন তাতেই আছিল। সৌফালে সৌটো ৰুমত মই শুইছিলো আৰু ছাঁদৰ ওপৰত ঠিক সৌখিনিত বৈ আমি আকাশখনলৈ চাইছিলো। কোটি কোটি তৰাৰ মাজৰ পৰা অৰুণাভ ছাৰে নিঃসংগ তৰা এটি বিচাৰি উলিয়াইছিল। মোক কৈছিল—

ঃ বী, আমি যদি সদায় একেলগে থাকো!

সদায় মই সাজি-কাচি পৰিপাটীকৈ থাকো। যেন ঘৰটোৰ ছাঁদত বৈ অৰুণাভ ছাৰেও মোলৈ অনিমেষ দৃষ্টিৰে চাই থাকিব। চুলিবোৰ ফণিওৱাৰ সময়ত ৰূপালী ৰং ধৰা চুলিকেইডাল পিটিকি চাওঁ। ছাৰে বাৰু বেয়া পাব নেকি এই চুলিকেইডাল দেখি! আৰু যিমানেই এডাল এডালকৈ চুলিবোৰ ৰূপালী হ'বলৈ ধৰিছে সিমানেই মোৰ এনে লগা হৈছে— এই ৰূপালীবোৰৰ মাজত যদি অকণমান সেন্দূৰৰ আঁচ এডাল থাকিলেহেঁতেন! অৰুণাভ ছাৰে এবাৰ জন্মদিনত উপহাৰ দিয়া সোণৰ গধুৰ দোলযোৰৰ ভৰ এতিয়া আৰু কাণৰ লতি দুটাই সহ্য নকৰা হৈছে। কাণ দুখন ওলমি পৰে। তথাপি মই পিন্ধি পেলাওঁ। যেন অহৰহ মই অৰুণাভ ছাৰৰ সন্মুখত আছো, তেওঁ মোক দেখি আছে।

ঠাইখনৰ বিৰাট পৰিৱৰ্তন হ'ল। আমাৰ বিদ্যুৎ চাকি ভৰা আকাশ দুখন আগতকৈ বেছি জকমকাই থকা গৈছে। বিদ্যুৎ চাকিবোৰ বাঢ়িলে। দুখ লগাকৈ কমি আহিছে পাহাৰবোৰ। সেউজীয়াবোৰ আৰু চৰাইবোৰ। চৰাইবোৰৰ ঘৰৰ ফালে যাওঁ যাওঁ বুলিও যাব পৰা নাই। অৰুণাভ ছাৰো লগত থকা হ'লে! পক্ষীৰাজ আৰু মহাৰাণীৰ বা কি খবৰ। কণমানি নীনুক লগ পাবলৈ মন উত্ৰাৱল হ'ল, যাম। এদিন যাবই লাগিব। কিন্তু নতুনকৈ গঢ় লৈ উঠা বিল্ডিংবোৰৰ বাবে বাট পথবোৰৰ চিন ধৰাই টান হৈ পৰিল। ইটানগৰ খনক অট্টালিকা সজা প্ৰতিযোগিতাই গ্ৰাস কৰিছে। ঘৰৰ ওপৰত ঘৰ। দানৱৰ দৰে বিয়াগোম গাড়ী কিছুমানে পাহাৰবোৰ মথিমুৰ কৰি নিবলৈ ধৰিছে। নিৰ্বিকাৰ হৈ শত-সহস্ৰ মানুহবোৰে চাই আছে। মানুহবোৰৰ মুখবোৰ ভাবলেশহীন। এনে লাগিল মানুহবোৰ যেন মানুহ হৈ থকা নাই! পুতলা হৈ গৈছে!! এই জঠৰতা ভাঙিবলৈ কি কৰিব লাগিব? কি কৰিব লাগিব...। বোবা হৈ গৈছে মানুহবোৰ। কাৰো মুখত এষাৰো

মাত নাই। হয়তো কাৰো কলমেও কথা কোৱা নাই। মোৰ সন্দেহ হ'ল চৰাইহঁতৰ ঘৰবোৰ বা বৈছে গৈ নে নাই! সেই পৰিষ্কাৰ-পৰিচ্ছন্ন ইটানগৰ ক'ৰবাত হেৰাই যোৱা যেন অনুভৱ হ'ল। চহৰখনৰ ড্ৰেইনেজ চিষ্টেম প্ৰায় ধ্বংসপ্ৰাপ্ত। বিশেষকৈ চৰকাৰী বাসভৱনসমূহ থকা চেক্টৰবোৰৰ ভিতৰত। অপৰিকল্পিত অবৈধ আবাসে ড্ৰেইনেজ চিষ্টেমটো ধ্বংস কৰি পেলাইছে। শুনিলো আজিকালি অবৈধ আবাসবোৰ উচ্ছেদ কৰা নহয়। ৰাজধানীখন ৰাজনীতিকৰ কৰাল গ্ৰাসত পৰি কক্‌বকাবলৈ ধৰিছে। বিষয়াসকলে ইচ্ছা থাকিলেও একো পদক্ষেপ ল'ব নোৱাৰে। নেতা, পালিনেতাৰ দাস হৈ পৰিছে চৰকাৰী বিষয়া-কৰ্মচাৰীসকল। নেতাৰ হস্তক্ষেপত পংগু হৈ পৰিছে চৰকাৰী বিষয়াসকল। তৃতীয়, চতুৰ্থ শ্ৰেণীৰ চৰকাৰী কৰ্মচাৰীৰ বাসভৱনৰ শোচনীয় ৰূপে মোক দুখ দিলে। হয়তো বছৰৰ পিছত বছৰ ধৰি ঘৰবোৰৰ মেৰামতি-পৰিচৰ্যা নাই। অথচ এসময়ত শাৰী শাৰীকৈ থকা বাসভৱনবোৰে নগৰখনৰ সৌন্দৰ্য বঢ়াইছিল। চৰকাৰী বাসভৱনবোৰৰ চৌহদবোৰ অবৈধভাৱে দখল কৰি একশ্ৰেণীৰ জনজাতি লোকে ভাড়াঘৰ, ব্যক্তিগত আবাস আদি নিৰ্মাণ কৰিছে, অতি অস্বাস্থ্যকৰভাৱে। আগেয়ে সচৰাচৰ দেখা পোৱা চৰকাৰী বাসভৱনবোৰৰ সন্মুখৰ ফুলনি বাগিছাবোৰ এতিয়া আৰু দেখা পোৱা নাযায়। সলনি হ'ল মানুহবোৰ। মানুহবোৰৰ মনবোৰ। এক শ্ৰেণীৰ জনজাতীয় লোকে অনা-অৰুণাচলী লোকৰ ওপৰত আৰম্ভ কৰিছে একপ্ৰকাৰ শোষণ, অত্যাচাৰ, লুণ্ঠন, হেঁচা। অনা-অৰুণাচলী লোকসকল যিকোনো সময়তে তেওঁলোকৰ ভাবুকিৰ সন্মুখীন হয়। প্ৰশাসন নিমাত। জীৱিকাৰ খাতিৰত সকলো সহ্য কৰি অনা-অৰুণাচলী লোকসকলে শ্ৰম দান কৰি গৈছে। বহিৰাগতৰ দৰে ব্যৱহাৰ কৰা হৈছে ইয়াত বাসকৰা ভাৰতবৰ্ষৰ অন্য ঠাইৰ লোকসকলক। জনজাতীয় লোকৰ মনত এনে মনোবৃত্তি কেনেকৈ শিপালে সেয়াও বৰ আচৰিত কথা। ছাত্ৰশক্তিৰ নামত এটা দলে অহৰহ্ চলাই গৈছে লুণ্ঠন, অবৈধ কাণ্ড-কাৰখানা। কিছুমান অবাস্তৱ দাবী কৰি যিকোনো সময়তে পৰিস্থিতি অনিয়ন্ত্ৰিত কৰি তোলে তেওঁলোকে। সঘনাই অসমৰ লগত সীমা-বিবাদ হয়। বৰ লজ্জাজনক ঘটনা। ঘৰৰ দুই ককাই-ভাইৰ মাজত একঠা মাটি লৈ টনা-আঁজোৰা হোৱাৰ দৰে হাস্যৰসিক কথা। পাহাৰৰ মানুহবোৰৰ সাজসজ্জা, ধৰণ-কৰণত এতিয়া পশ্চিমীয়া ঢং। 'পাহাৰীয়া সৰলতা' বোলা কথাষাৰ যেন ৰাজধানীত ক্ৰমে হেৰাই যাবলৈ ধৰিছে। ক্ৰমান্বয়ে নতুন প্ৰজন্মই এৰি পেলাইছে নিজৰ ভাব-ভাষা। তেওঁলোকে নিজ পৰিয়ালৰ মাজতো হিন্দী ভাষাত কথা-বতৰা পতাটোহে আধুনিকতা বা সময়ৰ লগত খোজ মিলোৱা বুলি ভাবে — গৌৰৱ বোধ কৰে। নতুনকৈ আবিৰ্ভাৱ হোৱা ম'বাইল টেক্‌ন'লজীয়ে বাৰুকৈয়ে গ্ৰাস কৰিছে ইটানগৰৰ নতুন প্ৰজন্মক। পিঠিত হোৰা কঢ়িওৱা পাহাৰী ছোৱালীবোৰক ৰাজধানী চহৰত এতিয়া তেনেকৈ দেখা পোৱা নাযায়। হয়তো পাহাৰী ছোৱালীৰ বজাৰখন গাঁৱৰ পৰা অহা ছোৱালীকেইজনীৰ বাবে

হোৱা কটিওৱা ছোৱালী চহৰখনত শূন্য। অথচ এসময়ত জাক জাক হোৱা কটিওৱা পাহাৰী ছোৱালীবোৰক চাই আমি মুগ্ধ হৈছিলো। সুন্দৰ স্বাস্থ্যবান ছোৱালীবোৰৰ মুখবোৰ আছিল সতেজ ফুলৰ দৰে — প্ৰসাধন বিহীন — হাঁহি ভৰা। হোটেল ইণ্ডাষ্ট্ৰী হৈ পৰিছে ইটানগৰৰ প্ৰধান ব্যৱসায়। এতিয়াৰ ইটানগৰত হোটেলৰ অভাৱ নাই। বিৰাট বিৰাট কে'বামহলীয়া হোটেল আৰু ব্যক্তিখণ্ডৰ স্কুলৰ ব্যৱসায়ে ভালকৈয়ে গা কৰি উঠিছে। এই সকলোবোৰ মিলি ইটানগৰবাসীয়ে ৰাজধানীখনৰ উন্নতি হোৱা বুলি গৌৰৱ কৰে। সেই ৰেলিং নথকা ছাঁদৰ ওপৰত থকা ৰেষ্টুৰেন্টখন — য'ত বহি আমি প্ৰায়ে আমেজ ভৰা কফি আৰু সোণোৱালী কেক্ খাইছিলো। সেইখন এতিয়া এখন বিৰাট হোটেল। কিন্তু একেই আছে অৰুণাভ ছাৰৰ তৎপৰতাত প্ৰতিষ্ঠা হোৱা বনুৱাৰ ক'লনীকেইটা — পানীৰ নলবোৰ, দলংবোৰ। হয়তো বহুবাৰ মেৰামতি হৈছে। তথাপি আছে। শিশুৰ কলকাকলিৰে মুখৰ হৈ আছে অৰুণাভ ছাৰৰ তৎপৰতাত নিৰ্মাণ হোৱা শিশু উদ্যানকেইখন। অৱশ্যে আটাইকেইখন দোলনা নাই যি কেইখনত শিশুহঁতৰ লগত শিশু হৈ আমিও খেলিছিলো। বৰ ভাল পাইছিল শিশুহঁতে। দিনে দিনে অগ্ৰগতি হোৱা, সাক্ষৰতাৰ হাৰ বাঢ়ি যোৱা চহৰখনৰ চৰকাৰী প্ৰাথমিক বিদ্যালয়বোৰৰ অৱস্থা শোচনীয়। খিৰিকীৰ আইনাবোৰ ভগা। অৰুণাভ ছাৰে দেখিলে দুখ পাব। কিবা এটা আকৌ কৰিব লাগিব। কৰিব লাগিব। সকলোবোৰ সজাই তুলিব লাগে। আগৰ দৰে. আগৰ দৰে...। হঠাৎ মই বহুত কাম বিচাৰি পালো। বৰ ব্যস্ত হৈ পৰিব লাগিব মই। ব'ৰ হ'বলৈ সুবিধাই নাপাম। ঝৰ্ণাকেইটাক লগ পাবলৈও যাব লাগিব। অকলেই বহিম পাৰত। ৰোমন্থন কৰিম স্মৃতি। হাঁহিম... কান্দিম। ফুলি উঠা কৃষ্ণচূড়াবোৰক সুধিম — অৰুণাভ আৰু মায়াবীৰ কথা মনত আছেনে নাই। এদিন পুৰণা অফিচলৈও যাম। হয়তো বহু ষ্টাফেই অৱসৰ লৈছে। তথাপি কাৰোবাকতো লগ পাম। ফাইলবোৰৰ খবৰ লোৱাৰ উপায় অৱশ্যে এতিয়া আৰু নাই। তথাপি... এবাৰলৈ অৰুণাভ ছাৰৰ কোঠাটোত মোক সোমাবলৈ দিবলৈ অনুৰোধ কৰিম। তেওঁ বহা চকীখন... টেলিফোন... কম্পিউটাৰ... খিৰিকীৰে বাগৰি অহা হেলনীয়া ৰশ্মি, খিৰিকীৰ আইনাৰ সিপাৰে দেখা পোৱা গোটেই পৃথিৱীখন... প্ৰাণ ভৰি চাই পেলাম মই। হয়তোবা মোৰ ভ্ৰম হ'ব। হঠাৎ অনুভৱ কৰিম, মোৰ কান্ধত হাতৰ স্পৰ্শ। হঠাৎ শুনিম মোৰ নিচেই কাষত বৈ অৰুণাভ ছাৰে মাতিছে—

ঃ বী... বী... বী...

এটা স্থায়ী বাসস্থান বিচাৰিছিলো অৰুণাভ ছাৰৰ পুৰণা বাসভৱনৰ ওচৰত। ভাড়াঘৰ এটা বিচাৰি হায়ৰাণ হ'লোঁ। ঘৰ যেনেকুৱাই নহওক মোৰ অকণো আপত্তি নাই। মাথোঁ মই তেওঁ এৰি যোৱা বাসভৱনটো চাই থাকিব পাৰিলেই হ'ল। হতাশ হ'লোঁ। সেইখিনিত ভাড়াঘৰ নাই। সেই বাসভৱনৰ মুখা-মুখিকৈ কিন্তু এটা ভৱন নিৰ্মাণৰ

কাম চলি আছে। বহু সোধা-পোছা কৰিলো। নাই কোনেও একো ক'ব নোৱাৰিলে।

বহু বছৰৰ পিছত পুৰণা চহৰখনত ভৰি দিয়েই মই মোৰ পুৰণা বাসভৱনলৈ গ'লোঁ। গে'টখন স্পৰ্শ কৰিয়েই শিয়ৰি উঠিল শৰীৰ। কঁপি উঠিল বুকু। চিৰিকেইটাত লাহেকৈ এখোজ দুখোজ। দুখহে যেন পাব সিহঁতে! মই সপোন দেখাৰ দৰে চাই ৰ'লো ঘৰখন! চায়েই ৰ'লোঁ। ঘৰখনেও মোলৈ চাই ৰ'ল। আমি দুয়ো দুয়োকে সাৱটি ল'লোঁ। সমস্ত আবেগ-আকুলতাৰে। বহু বছৰৰ পুঞ্জীভূত দুখ-বেদনা-যন্ত্ৰণা-প্ৰেম-ভালপোৱা সকলো দুয়ো দুয়োৰে বুকুত ঢালি দিলো। কোনেও নেদেখা, নুবুজা, নুশুনা কঠোৰ আলিংগন। চকুলোৰে ধৌৱাই দিলো দুয়ো দুয়োকে। হঠাৎ এনে লাগিল। ঘৰখনে যেন মোক সুধিলে—

ঃ অৰুণাভ ছাৰক ক'ত এৰি আহিলা?

মোৰ জীৱনৰ সমস্ত কৰুণতা, বিষাদগ্ৰস্ততা, যন্ত্ৰণাৰ সাক্ষী এই ঘৰখন। জীৱনৰ সমস্ত ভালপোৱাৰ সাক্ষী এই ঘৰখন। মোৰ প্ৰেমৰ সাক্ষী। মোৰ মাতৃত্বৰ সাক্ষী। মোৰ বৈধব্যৰো সাক্ষী এই ঘৰখন। সকলো জানে এই ঘৰখনে। ঘৰখনৰ চুকে-কোণে এতিয়াও বিৰাজমান মোৰ হুমুনিয়াহ, মোৰ হাঁহি, মোৰ প্ৰেম ভালপোৱা, মোৰ নিঃসংগ নিশাবোৰ, উজাগৰী ৰাতিৰ বেদনাবোৰ শুহি লৈছিল এই ঘৰখনে। —মই লাহেকৈ কলিং বেলত আঙুলিটো থ'লো। চৰাই এটাই কুৰুলীয়াই উঠিল ভিতৰত। মই নিশ্চিত হ'লো। ঘৰখন এতিয়াও ৰিনিয়াৰ। কাৰণ কলিং বেলটোৰ সেই একেই মাত। যাবৰ সময়ত ৰিনিয়াক মই কৈছিলো তাই যাতে সদায় এনে কলিং বেলেই ব্যৱহাৰ কৰে। তাই মোৰ কথা ৰাখিছে। তাই শেৱালিজোপা আৰু নাহৰকেইজোপাও ৰাখিছে। নাহৰকেইজোপাত কুঁহিপাত ওলাইছে। সিহঁতৰ লগত মোৰ কিমান যে কথা পাতিবলৈ আছে। বহুত কথা। বহুত কথা...। দুৱাৰখন খোলা নাই কিয়! মোৰ আকৌ চিন্তা হ'ল। কিছু নিৰাশ হ'লো যদিও মই অপেক্ষা কৰাৰ সিদ্ধান্ত ল'লোঁ। মই শেৱালিজোপাৰ কাষলৈ গ'লোঁ। ইমান বছৰৰ পিছত আমি দুয়ো প্ৰাণসম বন্ধু আকৌ এবাৰ লগ হ'লোঁ। চকুৰ পৰা ধাৰাসাৰে বাগৰি আহিল পানী। মই অকলে আহিলো— অৰুণাভ ছাৰ অবিহনে... ৰুমী-জিমি অবিহনে। ইহঁতক কি উত্তৰ দিওঁ মই!

দুৱাৰখন খোল খালে। কেইটামান মুহূৰ্ত থৰ লাগি চাই থাকি ৰিনিয়াই চিঞৰি উঠিল—

ঃ মায়া...।

দৌৰি আহি ৰিনিয়াই মোক সাৱটি ধৰিলে। আনন্দৰ দুধাৰি চকুলো বাগৰি আহিল তাইৰ দুচকুৰে। বহু বছৰৰ পিছত আমি দুই বান্ধৱী অন্তৰ উজাৰি কথা পতাত মছগুল হ'লোঁ। মই যিমান দিন থাকো তাইৰ লগতে থাকিবলৈ নেৰা-নেপেৰা অনুৰোধ কৰিলে তাই, তাইক আচৰিত কৰি মই ক'লো—

ঃ মই জীৱনৰ বাকী থকা দিনকেইটা কটাবলৈ ইয়ালৈ গুচি আহিছো ৰিনিয়া। জীৱনটোৰ আৰু বাকী ৰ'লগৈয়ে বা কিমান!

ৰিনিয়াক সকলো ক'লো। মোৰ অভিমান-আব্দাৰেৰে ৰিনিয়াৰ পুৰণা চিনাকি। জীৱনৰ বহুকেইটা বছৰ একেলগে পাৰ কৰিছো আমি। জীৱনটো উপভোগৰ দিন আছিল সেইবোৰ। ৰিনিয়াৰ তেতিয়া বিবাহোপযুক্ত বয়স। আমিবোৰে সদায় আশা কৰিছিলো ৰিনিয়াই আমাক ছাৰপ্ৰাইজ দিয়ক। হঠাৎ আহি এদিন বিবাহৰ খবৰ শুনাওক। সেইদিন অহা নাছিল। এদিন তাই মোক তাইৰ প্ৰেম কাহিনীহে শুনাইছিল। সাধাৰণ কাহিনী। সমাজত প্ৰচলিত সচৰাচৰ কাহিনী। কিন্তু এই সাধাৰণ কাহিনীবোৰেই কিছুমান সাধাৰণ মানুহৰ জীৱনত অসাধাৰণ হৈ পৰে। সাম্প্ৰদায়িকতাই জুৰুলা কৰা আপাটানি সমাজৰ শিক্ষিতা যুৱতী ৰিনিয়া। যাৰ সৈতে ৰিনিয়াৰ প্ৰেম হ'ল তেওঁৰ লগত ৰিনিয়াৰ জাতিৰ প্ৰভেদ। সিহঁত দুয়ো একোখন উপত্যকাৰে সন্তান। সিহঁত দুয়ো শীতৰ সন্তান। মাত কথা হাঁহি-কান্দোন সকলোবোৰ একে। বুকুৰ প্ৰেম ভালপোৱাও একে। তথাপি সিহঁত দুয়োৰে মাজত বিবাহ নিষিদ্ধ। ৰিনিয়াৰ সাহস আছিল সেই প্ৰাচীৰ ভাঙিবলৈ। সময়ত সাহস নহ'ল তাইৰ প্ৰেমিকৰ। উচ্চ শিক্ষিত প্ৰেমিকে এদিন উচ্চ পদস্থ চাকৰিও পালে। সমাজক সাক্ষী কৰি সমাজৰ আশীৰ্বাদ লৈ ৰিনিয়াক জীৱনৰ পৰা বিদায় দিলে। বিয়া কৰালে সকলোৰে পছন্দৰ সকলোৰে সমৰ্থনৰ ছোৱালী। ৰিনিয়া নিঃসংগ হ'ল। ক্ষোভ, খং, অপমান, অভিমানত থকা সৰকা হৈ তাই সংকল্প ল'লে, কোনোদিনেই জন্ম গ্ৰহণ কৰা সেই চিৰসেউজীয়া শীতল উপত্যকালৈ তাই উভতি নাযায়। অচল-অটল তাই। সেই ৰিনিয়া এতিয়াও অবিবাহিত। অকলশৰীয়া - সুখী। হাঁহি হাঁহি ৰিনিয়াই মোক ক'লে—

ঃ জীৱনত যিমান উপাৰ্জন কৰিলো সকলোবোৰ উইল কৰি দিম 'আনন্দ ভৱন'ক।

ঃ 'আনন্দ ভৱন'ক? 'আনন্দ ভৱন' কি ৰিনিয়া?

ঃ অ' 'আনন্দ ভৱন'ৰ বিষয়ে তোমাক কোৱা হোৱাই নাই। 'আনন্দ ভৱন'ৰ নিৰ্মাণ কাৰ্য চলি আছে। যদিও 'আনন্দ ভৱন' প্ৰধানকৈ বৃদ্ধ আবাস গৃহ, নিৰাশ্ৰয় আৰু অনাথৰ বাবেও প্ৰভিজন ৰখা হৈছে। এক কথাত ক'ব পাৰা 'আনন্দ ভৱন' অৱহেলিত...নিষ্পেষিত...সকলৰ আনন্দৰ থল হ'ব। 'আনন্দ ভৱন' হ'ব জীৱনে নিঃসংগ কৰা সকলৰ বাবে। 'আনন্দ ভৱন'ত বহু নিঃসংগ লোক একেলগে থাকিব। 'আনন্দ ভৱন' হ'ব নিঃসংগতা দূৰ কৰা ভৱন। এখন নতুন পৃথিৱী। সপোনৰ পৃথিৱী।

ঃ এনে এখন পৃথিৱীৰ পৰিকল্পনা কোনে কৰিলে ৰিনিয়া?

মোক আশ্চৰ্যৰ পৃথিৱীত ডুবাই তাই কৈছিল—

ঃ পৰিকল্পনা আচলতে বহু বছৰৰ আগতেই কৰা হৈছিল। কৰিছিল এজন নিঃসংগ ব্যক্তিয়ে। এজন মহান ব্যক্তিয়ে। সক্ৰিয় পদক্ষেপ লৈ সেই পৰিকল্পনা কাৰ্যত ৰূপান্তৰ

কৰিবলৈ আগবাঢ়িছোঁ। আমি আন এমুঠি নিঃসংগ মানুহ। মই হ'লো আনন্দ ভৱন নিৰ্মাণ কমিটীৰ মুখ্য সদস্যৰ এজন।

ঃ কিন্তু সেই পৰিকল্পনাকাৰীজন কোন ৰিনিয়া?

ঃ আমাৰ অৰুণাভ ছাৰ মায়াবী।

হয়, অৰুণাভ ছাৰে তেওঁৰ সপোনাৰ পৃথিৱীখনৰ চিত্ৰ আঁকিছিল। এইখন চহৰৰ বুকুতে আছিল তেওঁৰ চিত্ৰখন। প্ৰতিটো পাহাৰ, প্ৰতিটো ঝৰ্ণা, প্ৰতিপাহ ফুলত ৰং বুলাইছিল তেওঁ। তেওঁ আমাক দেখুৱাইছিল ছবিখন। কৈছিল, কেনে হোৱা উচিত আদৰ্শ পৰিকল্পিত নগৰ এখন। এখন সুখী চহৰ, এখন স্বাস্থ্যবান, আনন্দময় চহৰ। তেওঁৰ মতে প্ৰতিখন চহৰে বৃদ্ধসকলৰ বাবে চিন্তা কৰা উচিত। নিঃসংগ নিঃসহায় বৃদ্ধসকলৰ বাবে। বৃদ্ধসকলে নিজ ইচ্ছামতে জীয়াই থকাৰ অধিকাৰ পোৱা উচিত। বৃদ্ধসকলৰ বাবে এনে এখন আশ্ৰমৰ প্ৰয়োজন য'ত তেওঁলোকে বিনা দ্বিধাই, স্বতন্ত্ৰতাৰে জীৱনৰ শেষ অধ্যায় কটাব পাৰে। যিখন চহৰত পিতৃ-মাতৃসম বৃদ্ধসকল অসুখী সেইখন চহৰত কোনোবা হৃদয়বান ব্যক্তি সুখী হ'ব পাৰিবনে? অৰুণাভ ছাৰৰ সপোনৰ পৃথিৱীখনে কোনো শিশুকেই অনাথ হ'বলৈ দিয়াৰ কথা নাছিল। কোনো নাৰীকেই নিৰাশ্ৰয়া হ'বলৈ দিয়াৰ কথা নাছিল।

ৰিনিয়াই মোক 'আনন্দ ভৱন'ৰ প্ৰতিটো কথাই বুজাই দিলে। মোৰ বাবে তাতকৈ আনন্দৰ কথা কি হ'ব পাৰে। ইচ্ছাকৃতভাৱে অৱসৰ গ্ৰহণৰ পিছত মই এনে এক পৰিকল্পনাত কাম কৰিম। মোৰ হঠাৎ বেছি হৈ পৰা, খৰচ কৰিবলৈ পথ নোহোৱা টকাবোৰ, কৰ্মী-জিমিয়ে পঠোৱা মোটা অংকৰ চেক্ একোখন মই 'আনন্দ ভৱন'ৰ কামত লগাম। সিদ্ধান্ত ল'লো ময়ো সেইসকলৰ মাজত জীয়াই থাকিম। অৰুণাভ ছাৰৰ কল্পনাৰ-পৰিকল্পনাৰ পৃথিৱীখনত। ৰিনিয়াই আনন্দেৰে সন্মতি জনালে।

ঃ তুমি ঠিকেই সিদ্ধান্ত ল'লা মায়া। চাই থাকা জীৱনৰ শেষ অধ্যায়টোত হঠাৎ আমি অনুভৱ কৰিম যে জীৱনটো সফল হৈছে। জীয়াই থকাৰ সাৰ্থক হৈছে। সাৰ্থক হৈছে তেজ-পানী কৰি উপাৰ্জন কৰা। তোমাৰ দৰে মানুহ আনন্দ ভৱনৰ বাবে খুবেই প্ৰয়োজন মায়া। যি পোৱা-নোপোৱাৰ দুখ বুজি পায়। বস্তুবাদী পৃথিৱীৰ পৰা আঁতৰি হৃদয়ৰ পৃথিৱীত জীয়াই থাকিব পৰা মানুহহে আনন্দ ভৱনৰ বাবে প্ৰয়োজন।

এদিন য়ামিক বিচাৰি ওলালো। চহৰখন ভালেমান ডাঙৰ হ'ল। ডাঙৰ ডাঙৰ দোকানবোৰ ওপৰলৈ ওখ হৈ হৈ গৈ আছে। য়ামিহঁতৰ বজাৰখন আগৰ ঠাইত নাই যদিও সহজতেই বজাৰখন বিচাৰি উলিয়ালো। শাৰীপাতি বহা জনজাতি ছোৱালীৰ বজাৰখন দেখি মই আনন্দত উৎফুল্লিত হৈ পৰিলো। মই অধীৰ হৈ সিহঁতৰ মাজে মাজে য়ামিক বিচাৰিবলৈ ধৰিলো। কিন্তু কি বিপদ সকলোবোৰকেই য়ামিৰ দৰে লাগে। কিন্তু সিহঁতৰ মাজত য়ামি নাই। মই সিহঁতক সুধিবলৈ আৰম্ভ কৰিলো —

য়ামি নামৰ ছোৱালী এজনী সিহঁতে চিনি পায়নে নাপায়। তাই... তাই বৰ ধুনীয়া। সৰু সৰু চকু। ভোটা নাক... গাখীৰ বগা গাৰ ৰং... পোন পোন চুলি। তাই ঝৰ্ণাৰ দৰে খলখলকৈ হাঁহে... কথা কয়... বতাহৰ দৰে হালি জালি থাকে তাই। তায়ো বিশ বছৰৰ আগতে এনেকৈ পাচলি বিক্ৰী কৰিছিল আৰু শীতৰ দিনত কমলা...

একো লাভ নহ'ল। সিহঁতৰ প্ৰত্যেকৰে চিনাকি অলেখজনী য়ামি আছে। সকলোবোৰ মোৰ য়ামিৰ দৰে। সিহঁতৰ মাজতে মই কেইবাজনীও য়ামি লগ পালো। আটাইকেইজনী বিশ বছৰৰ আগৰ য়ামিৰ দৰে। বিশ বছৰৰ পিছৰ য়ামিয়ে মোৰ কল্পনাত ধৰা দিয়াও বৰ কষ্টকৰ হ'ল। কেনে হ'ব বিশ বছৰৰ পিছৰ য়ামি? মই বাৰে বাৰে আঁকিবৰ যত্ন কৰো। কিন্তু হঠাৎ বিশ বছৰৰ আগৰ য়ামি সন্মুখলৈ আহি খিলখিলাবলৈ ধৰে। তথাপি মই আশা এৰি নিদিলো। য়ামিক বিচাৰি ফুৰিবলৈ ধৰিলো। এদিন নহয় এদিন পামেই তাইক। এই ঠাই এৰি তাই কেনি যাবগৈনো!

দিনবোৰ মোৰ ৰিনিয়াৰ লগতে পাৰ হৈছে। দিনত ৰিনিয়া অফিচলৈ যায়। আনন্দ ভৱনৰ কাম কিছুমান মোক দি যায়। মই নিয়াৰিকৈ কৰো আৰু মোৰ অজস্ৰ স্মৃতিৰ বাহক ঘৰখনত এটা কোঠাৰ পৰা এটা কোঠালৈ ঘূৰি ফুৰো। এনে লাগে মই যেন অৱসৰপ্ৰাপ্ত মায়াবী শৰ্মা নহয়। মই কণমাণি ৰুমী-জিমিৰ মাক। সিহঁত স্কুললৈ গৈছে। আহিব অলপ পিছতে। খোৱা-বোৱাৰ বাবে হুলস্থূল লগাব। হঠাৎ ৰুমী-জিমিৰ থুন্‌পাক মাতকেইটা আহি মোৰ কাণত পৰেহি... মা...মা...মা... ঘৰখনৰ প্ৰতিটো চুকে-কোণে মই হাতবুলাই চাওঁ। কিজানিবা অৰুণাভ ছাৰৰ চিন একোটা ক'ৰবাত কেনেবাকৈ ৰৈয়েই গৈছে। অনুভৱ কৰো — মোৰ দৰেই বয়সে চুইছে ঘৰখন। বয়সে চুইছে শেৱালি, নাহৰকেইজোপা। জোনজনী আৰু তৰাবোৰহে যৌৱনা হৈ আছে। নিশা বাৰাণ্ডাত বহো। সেই একেখন বাৰাণ্ডা। য'ত লগলাগি থকা চকী দুখনত বহি অৰুণাভ ছাৰ আৰু মই বহুতো বিনিদ্ৰ ৰজনী পাৰ কৰিছিলো। নিশা বিছনাত পৰি হঠাতে সকলো পাহৰি মই অপেক্ষা কৰো এইমাত্ৰ যেন টেলিফোনটো বাজি উঠিব... আৰু অৰুণাভ ছাৰে কৈ উঠিব... ছাৰপ্ৰাইজ বী...!

'আনন্দ ভৱন' নিৰ্মাণৰ কাম পূৰ্ণগতিত চলি আছে, মেপখনৰ সৈতে মই ওতপ্ৰোতভাৱে জড়িত হৈ পৰিছো। চকুমুদি মেপখন মই সুন্দৰকৈ আঁকি পেলাব পৰা হৈছো। প্ৰতিটো কোঠা, প্ৰতিখন খিৰিকী — চিৰি — ভেন্টিলেটৰ — ডাইনিং হল — লন — চুইমিং পুল — প্লেগ্ৰাউণ্ড সকলোবোৰ। মাথোঁ নিৰ্মাণ কাৰ্য চাবলৈহে মোক লৈ যাবলৈ ৰিনিয়াই সময় পোৱা নাছিল। এদিন ৰিনিয়া সোনকালে আহিল। নিৰ্মাণ কাৰ্য সম্পূৰ্ণ হোৱাৰ পথত। ৰিনিয়াৰ কণমানি গাড়ীখন বতাহত নাচি নাচি দৌৰিব ধৰিলে আনন্দ ভৱন অভিমুখে। খন্তেকতে আমি গৈ আনন্দ ভৱনৰ সন্মুখত ৰ'লোগৈ। মই স্তম্ভিত হৈ পৰিলো। সৰু ছোৱালীৰ দৰে জঁপিয়াই উঠিলো। ৰিনিয়া

আৰু মই দুয়ো দুয়োকে সাৱটি ধৰিলো। অৰুণাভ ছাৰৰ পুৰণা বাসভৱনৰ সন্মুখত নির্মিত ভৱনটোৱেই হ'ল আনন্দ ভৱন। এই বয়সতো ৰিনিয়াৰ দুষ্টামি সমূলি যোৱা নাই। তাই ইচ্ছা কৰিয়েই মোক কোৱা নাছিল।

ঃ কোৱা হ'লে তুমি জানো মোৰ লগত থাকিলাহেঁতেন মায়াবী? তুমি 'আনন্দ ভৱন'ত বৈ দিনে-নিশাই সৌ ঘৰখনলৈ চাই ৰ'লাহেঁতেন।

ৰিনিয়াই ঠিকেই কৈছিল। দিনটো মই 'আনন্দ ভৱন'ৰ এসোপা কাগজ-পত্ৰ লৈ অফিচে অফিচে ঘূৰি ফুৰিবলগীয়া হয়। কিন্তু নিশা 'আনন্দ ভৱন'ৰ ওপৰৰ ছাঁদত থিয় হৈ মই অৰুণাভ ছাৰে এৰি যোৱা বাসভৱনটো চাই ৰওঁ আৰু কোটি কোটি তৰাৰ মাজৰ পৰা অকলশৰীয়া তৰা এটি বিচাৰি উলিয়াও। ৰিনিয়াৰ তৎপৰতা তথা 'আনন্দ ভৱন' নির্মাণ সমিতিৰ অন্য সদস্যসকলৰ সমর্থনত মই 'আনন্দ ভৱন'ৰ পৰিচালিকাৰ পদটো পালো। আনন্দত আত্মহাৰা হৈ পৰিলো। অৰুণাভ ছাৰে এৰি যোৱা বাসভৱনটো নহয় যেন মই তেওঁকহে পালো কাষতে। আনফালে তেওঁৰ পৰিকল্পনা, তেওঁৰ সপোনৰ সৈতে কাম কৰাৰ সুবিধা পালো। সৌভাগ্যৰ সুযোগ যে মানুহৰ জীৱনলে এনেকৈ আহে মই কোনোদিনেই ভবা নাছিলো।

'আনন্দ ভৱন'ত কটোৱা প্ৰথম নিশা কাগজ-কলম লৈ বহিলো। তিনিখন দীঘল চিঠি লিখিলো। প্ৰথম দুখন ৰুমী-জিমিলৈ। জিমিৰ অসমীয়াত লিখা চিঠি পঢ়াৰ ধৈর্য তথা ইচ্ছা হ'বনে নাই মই নাজানো। ৰুমীয়ে কিন্তু পঢ়িব। মই ঠিক জানো। সিহঁতলৈ সবিশেষ লিখিলো — আনন্দ ভৱন, ৰিনিয়া আনকি আমাৰ পুৰণা বাসভৱন আৰু অৰুণাভ ছাৰৰ পুৰণা বাসভৱনৰ বিষয়েও। লিখিলো কেনেকৈ মই 'আনন্দ ভৱন'ৰ কামত নিজকে নিয়োজিত কৰিছো। অতি আনন্দেৰে গৌৰৱেৰে বিসর্জন দিছো জীৱনৰ সর্বস্ব। সমস্ত উপার্জন। লগতে দুয়োটাকে সুধিলো মোৰ পৰা সিহঁতৰ কিবা প্ৰাপ্য বাকী থাকিল নেকি? মোৰ চাকৰি জীৱনৰ সঞ্চিত পুঁজিৰ কেইলাখমান টকাৰ পৰা সিহঁতে কিবা বিচাৰে নেকি? জিমিৰ ঠিকনা লিখা খামটো হাতত লৈ নিজেই আচৰিত হ'লোঁ। সন্দেহ হ'ল। ইমান দূৰ...। পাবগৈনে জিমিৰ বাবে লিখা মোৰ আখৰকেইটা?

তৃতীয়খন চিঠি অৱশ্যে সেই ৰাতিতে লিখি শেষ নহ'ল। কেইবাটাও ৰাতি উজাগৰে থাকি চিঠিখন শেষ কৰিব লগা হ'ল। শেষ নিশালৈ যিদিনা মোৰ চিঠিখন লিখা শেষ হ'ল তেতিয়া বাহিৰলৈ ওলাই গৈ ছাঁদৰ ওপৰৰ পৰা চাই দেখিছিলো অকলশৰীয়া তৰাটি খুউব তিৰবৰাইছে। নিশাফুলা ফুলৰ গোন্ধ এটায়ো মোক সাৱটি লৈছিলহি আলফুলে। চিঠিখন সুন্দৰকৈ জাপি খাম এটা ভৰাই থ'লোঁ। কাৰণ চিঠিখন পোষ্ট কৰিবলৈ তেওঁৰ ঠিকনা মোৰ জনা নাছিল। মাথোঁ সুন্দৰ গোট গোট আখৰেৰে ওপৰত লিখিলো— 'অৰুণাভ ছাৰ'। সদায় কঢ়িয়াই ফুৰা ভেনিটি বেগখনত চিঠিখন ভৰাই থ'লোঁ। কেতিয়াবা যদি হঠাৎ তেওঁৰ ঠিকনা পাই যাওঁ...। আচলতে চিঠিখন চিঠি নহ'ল। ইমান দীঘল জানো

চিঠি হয়? যেন এখন উপন্যাস। যেন মোৰ জীৱনৰ প্ৰতিটো পৃষ্ঠা।

ৰুমী-জিমিৰ পৰা চিঠিৰ উত্তৰ নাপালো। আশাও কৰা নাছিলো। মই জানো চিঠি লিখি সময়বোৰ অনাহকত খৰচ কৰা ল'ৰা-ছোৱালী সিহঁত নহয়। সিহঁত ভিৰৰ মাজত থকা মানুহ। দ্ৰুত গতিত আগবাঢ়ি দৌৰিবহে জানে সিহঁতে। যাত্ৰাপথত স্থবিৰ হৈ চিঠি লিখিবলৈ, বহিবলৈ সিহঁতৰ সময় ক'ত! সিহঁতে মোৰ চিঠি পাই ফোন কৰিলে। ৰুমী সুখী। তাই স্বস্তিৰ নিশ্বাস পেলাইছে। অন্ততঃ তাই গিৰীয়েকৰ পৰিয়ালৰ মানুহক ক'ব পাৰিব যে মায়ে সমাজৰ কামত নিজকে নিয়োজিত কৰিছে। মোৰ জমা পুঞ্জিৰ পৰা তাইক এটকাও নালাগে। বৰং তাই 'আনন্দ ভৱন'ক শকত পৰিমাণৰ অনুদান দিব খোজে। তাই 'আনন্দ ভৱন'ৰ আটাইতকৈ বেছিকৈ অনুদান দিয়া দাতা হ'ব খোজে? জিমিয়ে ক'লে—

ঃ তুমি যেনেকৈ ভাল পোৱা মা। কেতিয়াবা আহিবলৈ মন কৰিলে মাথোঁ ফোন এটা কৰিবা।

মোৰ সঞ্চিত পুঁজিৰ কথা শুনি সি মাথোঁ হাঁহিলে। নালাগে। তাকো একো নালাগে। মোৰ পৰা মাথোঁ বিচাৰিলে মোৰ বিদেশী বোৱাৰীজনীয়ে। মনালিছাই। তাই মোক চাব খোজে। তাইক মোৰ ফটো একপি লাগে। ফোনতে মিঠা মাতটোৰে তাই চিঞৰি উঠিল... আই লভ্ ইউ মম্ আই লভ্ ইউ...। তাইক এবাৰ চাবলৈ মনটোৱে হাহাকাৰ কৰি উঠিল। তাইৰ বাবে মৰমত উথলি উঠিল বুকুখন। এনে লাগিল ইমানদিনে ৰুমীৰ মাজত বিচাৰি ফুৰা 'মই' জনী যেন মনাৰ মাজত লুকাই আছে। হঠাৎ বিচাৰি পালো মই।

'আনন্দ ভৱন'ত নামভৰ্তিৰ কাম চলি আছে। দেশৰ প্ৰথম শ্ৰেণীৰ বাতৰি কাকতকেইখনত বাতৰিটোৰ সবিশেষ প্ৰকাশ পোৱাৰ লগে লগে বিভিন্ন ঠাইৰ পৰা ফোন অহা আৰম্ভ হ'ল। মই আচৰিত হ'লো। ইমানবোৰ মানুহনো নিঃসংগ হয়নে! বেছিভাগেই ষাঠীৰ উৰ্দ্ধৰ। জীৱনৰ শেষ অধ্যায়। তাতকৈও আচৰিত কথা অধিকেই আঢ্যৱন্ত পৰিয়ালৰ। ...চাকৰিৰ পৰা অৱসৰপ্ৰাপ্ত, উপৰন্তু দৃষ্টিত শিক্ষিত স্বাৱলম্বী সন্তানৰ পিতৃ-মাতৃ। নাতি-নাতিনীৰে ভৰা সংসাৰ। মাতৃতকৈ পিতৃৰ সংখ্যা বেছি। বোধহয় নাৰীতকৈ পুৰুষৰ অভিমান বেছি। নতুবা মাতৃ মমতাত অন্ধ। মমতাৰ ওচৰত সকলোবোৰ মান-অভিমান, আৱেগ-আব্দাৰ ধূলিস্যাৎ হৈ যায়। হয়তোবা আন এক কাৰণ হ'ল— সামাজিক মান-মৰ্যাদা লৈ নাৰীৰ সতৰ্কতা। বুকুৰ পিয়াহ খুৱাই প্ৰতিমা গঢ়াদি এখোপ-দুখোপকৈ নিজ হাতে গঢ়ি তোলা সন্তানৰ ওপৰত আহি পৰিব পৰা অপবাদৰ ভয়ত নাৰীয়ে বুকুতে সামৰি থয় সকলোবোৰ। নাৰীৰ যে মানুহ হৈ জীয়াই থকাতকৈ দেৱী হোৱাৰ চখ্ বহুগুণে বেছি। যুগে যুগে স্বামী সন্তানৰ ইচ্ছাৰ দাস নাৰী। বাস্তৱিক সমগ্ৰ সুখ, অনুভূতি, আনন্দ, বিলাসিতা বিসৰ্জন দি কাল্পনিক পৰজনমত নিৰ্ভৰ কৰাত নাৰী সিদ্ধহস্ত। সেয়েহে যুগে যুগে নাৰী মহীয়সী। কথাবোৰ জুকিয়াই চাই মোৰ হাঁহি উঠে। খঙো উঠে মাজে মাজে।

ইতিমধ্যে যি কেইগৰাকী নাৰীৰ নাম 'আনন্দ ভৱন'ৰ ৰেজিষ্টাৰ বহীত পঞ্জীয়ন হৈছে তেওঁলোকৰ কোনোবা গৰাকীয়ে সৰ্বস্ব হেৰুৱাই আহিছে। কোনোবা গৰাকী স্বামীৰ পৰিত্যক্তা... বিধবা... পুত্ৰ-কন্যাৰ দ্বাৰা বৰ্জিতা, অৱহেলিতা। ইতিমধ্যে দুই-এজনকৈ মানুহবোৰ আহিবলৈ ধৰিছে। এনে লাগিছে তেওঁলোক যেন 'আনন্দ ভৱন'লৈ আহিবলৈ উদ্‌গ্ৰীৱ হৈ আছিল বহু দিনৰ পৰা। হয়তো খুউব সোনকালেই 'আনন্দ ভৱন'টো ভৰি উঠিব। মোৰ চিন্তা হয় 'আনন্দ ভৱন'টো ভৰি যোৱাৰ পিছত যিসকল বাকী ৰ'বগৈ সেই সকলৰ কি হ'ব! এনেকুৱা কিমানটা 'আনন্দ ভৱন' হ'লে তেওঁলোক সকলোকে আটিব! 'শিশু গৃহ'টো এতিয়াও মুকলি কৰি দিয়া হোৱা নাই। যিকেইটি শিশু আহিছে বৰ্তমান তেওঁলোকক আমি লগতে ৰাখিছো। আশাকৰো, শিশু গৃহটো যেন কোনোদিনেই ভৰ্তি নহওঁক। মাক-দেউতাকৰ বুকুৰ উম বিহীন সিহঁতৰ বিবেচনাবোৰত বৰ হৃদয় বিদাৰক। ইতিমধ্যে সিহঁতকেইটাই মোক মা বুলি নিঃসংকোচে মাতিব পৰা হৈছে। বৃদ্ধকেইজনৰ লগতো বৰ বুজাবুজি হৈছে সিহঁতৰ। আবেলি যেতিয়া সূৰ্য অস্ত যায় — পৃথিৱীখন জুৰ পৰে — সকলো বাসিন্দা ওলাই যায় লনলৈ। মই প্ৰায়ে ওপৰৰ পৰা লক্ষ্য কৰোঁ। সেই সময়ত সকলোবোৰ হঠাৎ শিশু হৈ পৰে। চিঞৰ-বাখৰ, খেলা-ধূলা, হাঁহি-ফূৰ্তি, দৌৰ ভাগ। দুখ-বেদনাবোৰ উৰি গুচি যায় কেনিবা। সবাতোকৈ বয়সস্থজন সকলোৰে সৌমিত্ৰ ককা। সত্তৰোৰ্ধ্বৰ ককাৰ এতিয়াও তেজগোঁৰা মুখ। স্বাস্থ্যৱান। সকলোৰে প্ৰিয় তেওঁ। এদিন দেখিলো শিশু এটিৰ লগত বালিঘৰ সজাত ব্যস্ত তেওঁ। ঘৰখন বাৰে বাৰে ভাগি যায়। বাৰে বাৰে ব্যৰ্থ হৈ ককা ঘামি-জামি পৰিছে। মাজে মাজে অনাহকত ল'ৰা-ছোৱালীহঁতক খং কৰিছে। মই হাঁহিবলৈ ধৰিলো। হঠাৎ ওপৰলৈ চাই মোক দেখি ককাই লাজ পালে। তথাপি চিঞৰি উঠিল—

ঃ হেই মায়া! মহাৰাণীৰ দৰে ওপৰৰ পৰা চাই চাই কি হাঁহি আছা... সাহস আছে যদি নামি আহাঁ — ঘৰ সাজি দেখুওৱাহি।

মই ককাক কবিতা শুনালো — *ককা আৰু নাতি ল'ৰা একেলগে বহি / সাজিছে বালিৰ ঘৰ দুয়ো হাঁহি হাঁহি...*

অজানিতে ককাক মই দুখ দিলো। হঠাৎ মৌন হৈ পৰিছিল সৌমিত্ৰ ককা। ময়ো। মোৰ মনত পৰিছিল মই নেদেখা ৰুমীৰ ছোৱালীজনীলৈ। পৰিৱেশটো পাতলাবলৈ মই তললৈ নামি গ'লো। ককাৰ লগত মোৰ জিদ্। ঘৰটো সাজিহে এৰিম। কিন্তু বালিঘৰ সজাটো ইমান এটা সহজ কাম নাছিল। বাৰে বাৰে খহি পৰে। আমি সকলোবোৰ ঘৰ সজাত উঠি-পৰি লাগিছিলো। ককাই কৈছিল—

ঃ ঘৰ সজাটো বৰ টান কথা অ'। বৰ টান কথা...।

ককা এজন কোটিপতি মানুহ। বিৰাট ব্যৱসায় এতিয়াও আছে। ল'ৰাহঁতে চলায়। পত্নী ঢুকাইছে। ককা হঠাৎ এনেকৈ কিয় ঘৰ এৰি আহিল এদিন সুধি পেলাইছিলো।

ককাই ক'লে— তেওঁ জীৱনৰ শেষ দিনকেইটা মাথোঁ নিজৰ বাবে জীয়াই থাকিব খোজে। অপাৰ শান্তিত... আনন্দত...

কোনোবা ফূৰ্ত্তিবাজ, হুলস্থূলীয়া... কোনোবা শান্ত, নিৰ্বিকাৰ... কোনোবা হতাশ... কোনোবা নষ্টালজিক — তথাপি সকলো একে। সকলোৱে বুকুত কঢ়িয়াই ফুৰে জীৱনত পোৱা-নোপোৱাৰ খতিয়ান। কঢ়িয়াই ফুৰে স্মৃতি-দুখ-গ্লানি-বিষাদ। পৃথিৱীৰ এমুঠি নিঃসংগ মানুহৰ পোৱা-নোপোৱাৰ খতিয়ানৰ মাজত সোমাই পৰি মই নিজৰ বেদনাবোৰ পাতলাই ল'ব পৰা হৈছো। মোৰ ধ্যান-ধাৰণা এতিয়া মাথোঁ 'আনন্দ ভৱন' আৰু নিঃসংগ তৰাটো। মাথোঁ মাজে মাজে ৰুমী, জিমিলৈ মনত পৰি বৰকৈ বুকুখন বিষাই।

নিশা ছাঁদত বৈ আকাশখনলৈ চাই থাকোঁতে এদিন ককাই কান্ধত হাত থৈ মোক সুধিছিল—

ঃ তোমাৰ দৰ্মহা কিমান? বহুত কম ছাগে নহয়? তোমাৰ দৰে কৰ্মঠ মানুহবোৰক মই কিন্তু আগতে ভাল দৰ্মহা দি ৰাখিছিলো বুজিছা।

ককাক কৈছিলো—

ঃ নহয় ককা। মোৰ বহুত দৰ্মহা। আপোনাৰ গোটেই জীৱনৰ উপাৰ্জনতকৈও মোৰ দৰ্মহা বেছি।

ককাই অবিশ্বাসৰ চাৱনিৰে মোৰ মুখলৈ চাই কৈছিল—

ঃ কি কোৱাহে?

ঃ ককা এই আকাশখন মোৰ... তৰাবোৰ মোৰ... বতাহ, বৰষুণ সকলোবোৰ মোৰ আৰু এই বিশাল 'আনন্দ ভৱন'টোও মোৰ — আনন্দ ভৱনৰ সকলোবোৰ বাসিন্দা... তেওঁলোকৰ দুখ-সুখ সকলোবোৰ মোৰ ককা। মোক আৰু কি দৰ্মহা লাগে। বৰং মোৰ জীৱনৰ যিমানখিনি সঞ্চিত ধন বাকী ৰৈছেগৈ সেয়াও মই 'আনন্দ ভৱন'ৰ কামত নিয়োজিত কৰিছো। জীৱনটো কটাবলৈহে 'আনন্দ ভৱন'লৈ আহিছো ককা।

ককা এইবাৰ আৰু আচৰিত হ'ল। কেইবাটাও নিৰ্বাক মুহূৰ্ত পাৰ হৈ যোৱাৰ পিছত ককাই সুধিলে—

ঃ বয়স কম। এই বয়সতে কেনেকৈ নিঃসংগ হ'লা?

ঃ নিঃসংগ হোৱা নাই ককা — স্মৃতি লগত আছে।

সেইদিন ককাই মোক উপযাচিয়েই তেওঁৰ পত্নীৰ কথা কৈছিল। নিৰ্মালী দেৱী আছিল তেওঁৰ পত্নীৰ নাম। বৰ সাদৰী তিৰোতা আছিল।

হয়। কিছুমান মানুহ বৰ ভাল থাকে। তেওঁলোকৰ অনুপস্থিতি বৰ হৃদয় বিদাৰক হয়।

'আনন্দ ভৱন'ৰ বাসিন্দাসকলে এতিয়া বুজি উঠিছে পৰিচালিকা হ'লেও মই তেওঁলোকৰ মাজৰে এজন। আমাৰ হৃদয়ৰ তাঁৰবোৰ পৰস্পৰ সংযোজিত, স্পৰ্শকাতৰ।

মাজতে এবাৰ গাঁৱলৈ আহিলো। উদ্দেশ্য আছিল 'আনন্দ ভৱন'ত আশ্ৰয় ল'বলগীয়াকৈ মোৰ আপোন গাঁওখনত কোনোবা বৃদ্ধ, শিশু আছে নেকি খবৰ কৰা। ভাইটিৰ লগত গাঁওখনৰ ইমূৰৰ পৰা সিমূৰলৈকে ঘূৰিলো। খবৰ-বাতৰি লোৱাৰ ছলেৰে ঘৰে ঘৰে গ'লো। ভাল লাগিল মোৰ। বৃদ্ধসকল সুখী, আনন্দিত। শিশুহঁত আহ্লাদিত। এক কথাত ক'বলৈ হ'লে বৃদ্ধসকল ঘৰৰ ৰজা। অৰ্থাৎ আধুনিক জীৱন যাত্ৰাইহে মানুহ বেছিকৈ নিঃসংগ কৰে। আধুনিক জীৱন-যাপন প্ৰণালীত খুঁত ক'ত? বিচাৰি উলিয়াব লাগিব! মই বিচাৰি উলিয়াম!!

'আনন্দ ভৱন' এৰি বেছিদিন ঘৰত থকা সম্ভৱ নাছিল। গুচি আহিলো। এদিন জনজাতি ছোৱালীৰ বজাৰখনৰ মাজত হঠাৎ য়ামিক বিচাৰি পালো। একপ্ৰকাৰ দৌৰি আহি তাই মোক সাৱটি ধৰিলে।

ঃ মেম্ মেম্ মেম্।

মই খন্তেকলৈ হতভম্ব হ'লো আৰু নিৰ্বাক হৈ ৰ'লোঁ। মোৰ সন্মুখত, মোৰ নিচেই কাষত এইজনী বিশ বছৰৰ আগৰ য়ামি। মোৰ আটাইতকৈ সৰল বান্ধৱীজনী। আনন্দৰ আতিশয্যত আমি এজনীয়েও চকুলো বাধা দিব নোৱাৰিলো। হতবাক হৈ ৰ'ল পাহাৰী ছোৱালীৰ বজাৰখনৰ ক্ৰেতা-বিক্ৰেতাসকলো। মিচিক-মাচাককৈ হাঁহি হাঁহি ধুনীয়া গাভৰু ছোৱালী দুজনী আহি আমাৰ কাষত ৰ'লহি। য়ামিয়ে ক'লে—

ঃ মেম্ এই দুজনী মোৰ ছোৱালী। আজিকালি মোৰ হোৰাখন ইহঁতে কঢ়িয়ায়। মোৰ দোকানখনো ইহঁতে সামৰে। জুম খেতিও। জান মেম্ এই দুজনী বৰ দুষ্ট ছোৱালী। মোক একো কৰিবলৈকে নিদিয়ে। তথাপি...। কামকৰা মানুহ মই। বহি জানো থাকিব পাৰো। গুচি আহোঁ কেতিয়াবা।

ঃ কিন্তু কিমান দিন যে তোক মই বিচাৰি ফুৰিছো। ইমান দিন অহা নাছিলি কিয়?

য়ামি আচৰিত হ'ল। তাই ক'লে—

ঃ কি তই মোক বিচাৰি ফুৰিছিলি? ময়োতো তোক বিচাৰি ফুৰিছিলো। ধুনীয়া ধুনীয়া সৰু সৰু গাড়ীবোৰ অহা দেখিলেই ভাবো তই আৰু চাহাব ছাগে নামিবি গাড়ীৰ পৰা।

য়ামিয়ে মোক অৰুণাভ ছাৰৰ কথা সুধিছিল উদ্‌গ্ৰীৱ হৈ। ক'ত আছে তেওঁ। কেনে আছে। তেওঁ আহিবনে নাহে। আহিব যদি কেতিয়ালৈ আহিব। ক'বলৈ মন গৈছিল, 'তেওঁ মোৰ হৃদয়ত আছে য়ামি। ভালে আছে। সদায় ভালে থাকিব।' নক'লো। য়ামিক সকলো কথা কোৱা নাযায়। সকলোবোৰ কথা তাই নুবুজে। মানি ল'ব নাজানে। জীৱনৰ অতিমাত্ৰা সৰল দিশটোহে তাই বুজি পায়। তাইক মাথোঁ ক'লো, অৰুণাভ ছাৰ ভালে আছে, ব্যস্ত। প্ৰতিশ্ৰুতি দিলো — তেওঁ আহিব। আকৌ আহিব।

বজাৰ এৰি আমি দুয়ো আঁতৰি আহিলো। অন্তহীন কথাৰ ভাণ্ডাৰ খুলি ল'লো। ইমান বছৰৰ কথা। কমবোৰ কথানে!

'আনন্দ ভৱন'ৰ সম্পূৰ্ণ দায়িত্ব মোৰ হাতত এৰি ৰিনিয়া অফিচৰ কামত বাহিৰলৈ গ'ল কিছুদিনৰ বাবে। বাকী কেইজন সদস্যও নাই। ৰাজ্যখনৰ তথা উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যত 'আনন্দ ভৱন'ৰ সৰ্বাংগীণ উন্নতিৰ বাবে বিভিন্ন আঁচনি হাতত লোৱা হৈছে। সেই সংক্ৰান্তত কেইবাখনো ৰাজ্যিক পৰ্যায়ৰ মিটিঙৰ কামত সদস্যসকল চহৰৰ বাহিৰত। মই 'আনন্দ ভৱন' তথা চহৰ এৰি যাব নোখোজো। সেয়েহে সম্পূৰ্ণ দায়িত্ব মোৰ ওপৰত ন্যস্ত। তাতে এতিয়াও 'আনন্দ ভৱন' ৰাজহুৱাভাৱে প্ৰতিষ্ঠা কৰা হোৱা নাই। 'আনন্দ ভৱন'ৰ প্ৰতিষ্ঠা দিৱসৰ সমগ্ৰ দায়িত্বও মোৰ ওপৰত। অৱশ্যে 'আনন্দ ভৱন'ৰ প্ৰত্যেকজন বাসিন্দাই মোক হাতে-কামে সহায় কৰিছে। ইতিমধ্যে 'আনন্দ ভৱন' ভৰি উঠিছে। অনিচ্ছসত্ত্বেও এদিন শিশু গৃহৰ দুৱাৰ খুলি দিবলগীয়া হ'ল। শিশু গৃহটোত এতিয়া এখনো বিছনা খালী নাই। আমি শিশু গৃহটোৰ নাম ৰাখিছো 'উপবন'। কামৰ হেঁচাত মোৰ শোৱন-খাৱন নোহোৱা হ'ল। ক'তো অকণো খুঁত যাতে থাকি নাযায় তাৰ বাবে মই খুউব সতৰ্ক হ'ব লগা হ'ল। সতৰ্ক হোৱাৰে কথা। 'আনন্দ ভৱন'ৰ সুসজ্জিত কোঠা এটাতে এতিয়া মোৰ সংসাৰ। মোৰ গোটেই পৃথিৱীখন। 'আনন্দ ভৱন'ৰ বাসিন্দাসকল মোৰ বুকুৰ আপোন হৈ পৰিছে। তেওঁলোকৰ বাবে নতুন কিবা এটা কৰাৰ অদম্য ইচ্ছা এটাই সদায় মনত ক্ৰিয়া কৰি থাকে। তেওঁলোকেও অভাৱ-অভিযোগ সুখ-দুখ সকলোবোৰ মোকেই জাহিৰ কৰে। মই সিদ্ধান্ত লৈ পেলাইছো প্ৰতিষ্ঠা দিৱসত মহামান্য ৰাজ্যপাল, মুখ্যমন্ত্ৰী তথা মুখ্য সচিবক নিমন্ত্ৰণ কৰিম। লগতে মুখ্য সচিবক 'আনন্দ ভৱন'ৰ লিগেল এড্‌ভাইজাৰৰ পদ এটি স্বীকাৰ কৰিবৰ বাবে অনুৰোধ জনাম। 'আনন্দ ভৱন'ৰ অভাৱ-অভিযোগ জনাই দীঘলীয়া আবেদন-পত্ৰ এখন তৈয়াৰ কৰি এদিন মুখ্য সচিবক লগ পাবলৈ গৈছিলো। লগ নাপালো যদিও আবেদন-পত্ৰখন দাখিল কৰি আহিছিলো। বহুদিনেই হ'ল। কোনো উত্তৰ পোৱা নাই। দ্বিতীয় এখন আবেদন-পত্ৰ লৈ এদিন আকৌ ওলালো।

এইবাৰ আগৰ দৰে অপেক্ষা কৰিব লগা নহ'ল। ভিজিটিং কাৰ্ডখন ভিতৰলৈ পঠিওৱাৰ লগে লগে পাৰ্মিচন পালো।

ঃ মে' আই কাম ইন ছাৰ?

ঃ বী...?

ঃ ছাৰ?

মোৰ ভ্ৰম হোৱা নাই। মোৰ সন্মুখত এয়া 'অৰুণাভ ছাৰ'। চুলিত মাজে মাজে ৰূপালী ৰং। চকুৰ চছ্‌মা আগৰযোৰ নহয়। বেলেগ। কিন্তু একেই সপ্ৰতিভ চেহেৰা। উজ্জ্বল চকু। মেদহীন শৰীৰ। মই ঠাইতে বৈ গ'লো। অৰুণাভ ছাৰ উঠি আহি মোৰ নিচেই কাষত ৰ'লহি। দুই হাতেৰে মোৰ বাহুত ধৰি ক'লে—

ঃ হোৱাট এ প্লিজেন্ট ছাৰপ্ৰাইজ বী! আজি মই নহয়। তুমি মোক ছাৰপ্ৰাইজ দিলা। কিমান বছৰৰ মূৰত তোমাক লগ পালোঁ।

মই একো ক'ব নোৱাৰিলো। মোৰ দুচকুৰে অবাধে পানী বাগৰি আহিল। বহু বছৰৰ পিছত আকৌ এবাৰ মোৰ চকুলোৰে অৰুণাভ ছাৰৰ বুকুখন তিতি গ'ল। খন্তেকলৈ মোৰ এনে লাগিল আমি যেন তাহানিৰ একেলগে চাকৰি কৰা দিনবোৰতে আছো। যেন চাৰিওফালে পাহাৰে আবৰা সেউজীয়া প্ৰকৃতিৰ মাজত প্ৰকাণ্ড এটা শিলত বহি অৰুণাভ ছাৰক মই দুখৰ কথাবোৰ কৈছোঁ। বুকুৰ দুখবোৰৰ আধাভাগ তেওঁকো বিলাই দিছোঁ।

ঃ আপুনি ইয়াত আছে বুলি মই নাজানিছিলো ছাৰ!

ঃ বুজিলো, তাৰ মানে তুমি মোক লগ ধৰিবলৈ অহা নাই। মুখ্য সচিবক হে লগ ধৰিবলৈ আহিছা। অহ! জানিব লাগিছিল বী। জানিব লাগিছিল। তোমাৰ ৰাজ্যখনৰ মুখ্য সচিবজন কোন তুমি জনা উচিত।

ঃ জনাৰ প্ৰয়োজন শেষ হৈ গৈছিল ছাৰ। য'তেই এ ভাৰ্গৱ দেখিছো তালৈকে দৌৰি গৈছো। ক'ত যে বিচৰা নাই এ ভাৰ্গৱক। কিমান এ ভাৰ্গৱ আহিল, গ'ল। আপুনি কিন্তু নাছিল ছাৰ।

ঃ মই অলপতে ইয়াত জইন কৰিলোঁ। মাথোঁ এটা সপ্তাহ। বহু কষ্টৰ মূৰত ইয়াত মোৰ পোষ্টিং হ'ল বী। সম্পূৰ্ণ নিজ আগ্ৰহত! একমাত্ৰ তোমাক লগ পোৱাৰ ইচ্ছাত। আকৌ এবাৰ সুন্দৰ ঠাইখনত কটোৱা — সুন্দৰ দিনবোৰলৈ উভতি যোৱাৰ হেঁপাহত। ভাবিলো জীৱনৰ শেষ অধ্যায়টো ইয়াতেই কটাই যাওঁ। ভাবিলো— তুমি য'তেই নাথাকা ইয়ালৈ অন্ততঃ আহিবাই — স্মৃতি বুটলিবলৈ হ'লেও। নিউজ পেপাৰত বৰ বৰ হৰফেৰে ওলোৱা নিউজটো দেখি ভাবিছিলো — বীয়ে দেখি আনন্দত জঁপিয়াই উঠিব আৰু মোতকৈ আগতে আহি মোৰ অফিচত অপেক্ষা কৰিব মোলৈ। কিন্তু প্ৰথম দিনাই মই হতাশ হ'লোঁ। তুমি কি আজিকালি বাতৰি কাকত চাবলৈও এৰি দিছা। বাৰু যিয়েই নহওক — এতিয়া কোৱা বী, কেনে আছা...? কি কৰিলা ইমানকেইটা বছৰে? আৰু এতিয়া কি কামত আহিলা?

আমি তেওঁৰ কোঠাৰ একাষে থকা দুজনীয়া চোফাখনত একেলগে বহিলো। বহুত কথা কৈ কৈ অৱশেষত ক'লো—

ঃ ছাৰ ভল'নটেৰী ৰিটায়াৰমেন্ট ল'লো আৰু আঠ বছৰ চাকৰি বাকী আছিল। কিন্তু চাকৰি কৰাৰ ইচ্ছা শেষ হৈ আহিল। প্ৰয়োজনো নোহোৱা হ'ল।

ঃ ওঁ ৰুমী, জিমি ক'ত বী? সিহঁত ছাগে বহুত ডাঙৰ হ'ল নহয়?

ঃ ডাঙৰ...? অঁ... হয় ছাৰ, সিহঁত বহুত ডাঙৰ হ'ল। ৰুমী দিল্লীত। তাইৰ বিয়া হৈ গৈছে। তাৰেই যুৱক এজনৰ লগত। দুয়োটা উচ্চপদস্থ চাকৰিয়াল। তাইৰ ছোৱালী এজনীও জন্ম হৈছে। জিমি আমেৰিকাত। সি ইঞ্জিনিয়াৰ। অলপতে সিও বিয়া কৰাইছে। দুয়োটাৰে ব্যস্ত সংসাৰ। টকা পইচাও বহুত।

অৰুণাভ ছাৰ অস্থিৰ হৈ উঠিল। তেওঁ হঠাৎ মোৰ হাত এখন খামোচি ধৰি থোকাথোকি হৈ পৰা মাতেৰে সুধিলে—

ঃ আৰু তুমি বী? তুমি অকলে থাকা?

মই স্তব্ধ হৈ গ'লো। কি ক'ম মই অৰুণাভ ছাৰক! তথাপি তেওঁৰ ওচৰত একো কথা লুকুওৱাতো নাযায়। অভিনয়ো কৰা নাযায় — অৰুণাভ ছাৰৰ ওচৰত।

ঃ ছাৰ! আচলতে মই যি ভাবিছিলো সেয়া হৈ নুঠিল গৈ। মোৰেই ভুল। আজীৱন সিহঁত শিশুৰ দৰে সৰল হৈ থাকিব বুলি ভাবিছিলো। যেনেকৈ শৈশৱত অকণমান দুখ পালেই মা মা কৰি চিঞৰি উঠিছিল, ভাবিছিলো আজীৱন তেনেকৈয়ে মোক সিহঁতে কাষত বিচাৰিব। মোৰেই অপাৰগতা ছাৰ! মনে বিচৰা ধৰণে সিহঁতক গঢ় দিব নোৱাৰিলো! ৰুমীয়ে কেতিয়াবা ফোন কৰে। জিমি আৰু তাৰ ঘৈণীয়েকেও মোক সিহঁতৰ ওচৰলৈ গুচি যোৱাৰ কথা কয়। কিন্তু মোৰ স্বাভিমানে মোক বাধা দিয়ে। মই কেনেকৈ গুচি যাম? কওঁকচোন ছাৰ, মোৰ লগত সিহঁতৰ চিন্তাধাৰাৰ মিল নাই। মোৰ আদৰ্শ, মোৰ জীৱন দৰ্শন সিহঁততকৈ সম্পূৰ্ণ বেলেগ। জীৱন ধাৰণৰ পদ্ধতি বেলেগ। তাতকৈও ডাঙৰ কথা মই যে বৰ অভিমানী ছাৰ। আপুনিতো জানেই। সিহঁতৰ ভৰা সংসাৰৰ ওচৰত মোৰ সৰু সৰু আৱেগ-অভিমানৰ প্ৰশ্ৰয়েই বা ক'ত? মোৰ খেয়ালী মনৰ সিহঁতৰ ওচৰত কোনো স্থান নাই ছাৰ। ভয় লাগে, অৱশেষত মই এটা অপদাৰ্থ হৈ সিহঁতৰ অশান্তিৰ কাৰণ যাতে হৈ নপৰো। এই বয়সত আৰু স্বাধীনতা হেৰুওৱাৰ ইচ্ছা নাই ছাৰ।

অৰুণাভ ছাৰে অকণমান হাঁহিলে। কৰুণ হাঁহি।

ঃ বী, আজিকালি বৰষুণত তিতানে নাই?

মই একো নক'লো। কেনেকৈ ক'ম। দুৰ্বল হৈ পৰা শৰীৰে যে বৰষুণৰ টোপালবোৰৰ ভৰ সহ্য কৰিব নোৱাৰিব। নক'লো, তেওঁ অবিহনে যে বৰষুণত তিতা নাযায়। ক'ব নোৱাৰিলো, দোপাল-পিটা বৰষুণত মই কেনেকৈ তেওঁক বিচাৰি পাওঁ। মোৰ বাবে এতিয়া তেওঁৰ স্মৃতিৰ বৰষুণেই যে যথেষ্ট হৈ পৰিছে। কেনেকৈ তেওঁক কওঁ মই। মই একো নোকোৱা দেখি তেওঁ আকৌ সুধিলে—

ঃ তুমি এতিয়া ক'ত থাকা বী?

ঃ মই 'আনন্দ ভৱন'ত থাকো ছাৰ। চেকেণ্ড ফ্লৰৰ শেষ ৰুমটোত।

ঃ অৰ্থাৎ মোৰ সেই আগৰ কোৱাৰ্টাৰৰ সন্মুখৰ বৃদ্ধ আবাসগৃহত? কিয় বী? কিয়?

অৰুণাভ ছাৰে চিঞৰি উঠিল। সমান উষ্মাৰে ময়ো চিঞৰি উঠিলো—

ঃ আপুনি এনেয়ে উত্তেজিত হৈছে ছাৰ! আচলতে মই তাত আশ্ৰয় ল'বলগীয়াকৈ দুৰ্বল হোৱা নাই। বৃদ্ধাও হোৱা নাই। এতিয়াও মোৰ আঠ বছৰ চাকৰিৰ বয়স আছে আৰু নিজাকৈ সুন্দৰ ঘৰ এখন কিনিবলৈও মোৰ আৰ্থিক স্বচ্ছলতা আছে। কিন্তু 'আনন্দ ভৱন'ত থাকি বেয়া নালাগে ছাৰ! বেয়া নালাগে! আনন্দ ভৱনত জীৱনৰ বিভিন্ন দিশ মই অতি

সূক্ষ্মভাৱে অধ্যয়ন কৰাৰ সুবিধা পাইছো। জীৱনৰ শেষ সন্ধিক্ষণত উপনীত হোৱা বৃদ্ধসকলৰ জীৱনৰ উপলব্ধি দেখিছো। দেখিছো আজীৱন নিজৰ সৰ্বস্ব আনক বিলাই দি শেষ বয়সত নিঃসংগ হৈ পৰা বৃদ্ধৰ পোৱা-নোপোৱা হিচাবৰ খতিয়ান। তেওঁলোকৰ লগত মোৰ ভাল লাগে। মই অকলে কিয় থাকো ছাৰ? 'আনন্দ ভৱন'ত ইমানবোৰ মানুহ থাকোতে? ইমানবোৰ মানুহৰ দুখ-বেদনা, আনন্দ-হুমুনিয়াহৰ ভাগ পোৱাটো জানো কম ভাগ্যৰ কথা!

মই ক'লো, নক'লো, 'আনন্দ ভৱন'ৰ ছাঁদৰ পৰা মই কেনেকৈ তেওঁ বহু বছৰৰ আগতে এৰি যোৱা বাসভৱনটো থৰ লাগি চাই ৰওঁ। কেনেকৈ মই কোটি কোটি তৰাৰ মাজৰ পৰা অকলশৰীয়া তৰা এটি বিচাৰি উলিয়াওঁ। বুকুত সোপা মাৰি ধৰা দুখবোৰ অশ্রু হৈ বাগৰি আহিবলৈ ব্যগ্র হৈ পৰিছে। মই হঠাৎ যাবলৈ উঠিলো। কিন্তু মইতো তেওঁৰ খবৰ লোৱাই নহ'ল।

ঃ ছাৰ, আপোনাৰ খবৰ একো নুশুনালে। মা কেনে আছে?

ঃ মা আৰু নাই বী!

ঃ অহঃ বৰ দুখৰ কথা। মোৰ মা-দেউতা দুয়োজনেই গ'লগৈ ছাৰ।

ঃ অ সঁচাকৈ বী? আৰু কাবেৰী নামৰ চঞ্চল নদীখন?

ঃ মৰম লগা মইনা দুটিৰ মাক।

ঃ মাই গুড্‌নেচ্...

অৰুণাভ ছাৰ আচৰিত হ'ল। মই প্রতিজ্ঞা ভংগ কৰি সুধি পেলালো—

ঃ ছাৰ আপোনাৰ পত্নী কেনে আছে? লগত লৈ আহিছেনে? আপোনাৰ সন্তান?

এইবাৰ মোক আৰু আচৰিত কৰি অৰুণাভ ছাৰে উচ্চস্বৰে হাঁহিবলৈ ধৰিলে। যেনেকৈ বহু বছৰৰ আগতে খেলত হৰা-জিকা হওঁতে অৰুণাভ ছাৰে হাঁহিছিল। ৰহস্যৰে ভৰ মোৰ বাবে দুৰ্বোধ্য হাঁহি।

ঃ কি সুধিলা বী? মোৰ পত্নী? মোৰ আকৌ পত্নী ক'ৰ?...

ঃ কিয় ছাৰ... আপুনিতো...

ঃ বিয়া কৰাইছিলো, নহয়?

অৰুণাভ ছাৰ গম্ভীৰ হৈ পৰিল আৰু ক'লে—

ঃ বিয়া কৰাইছিলো বী, কিন্তু সোঁশৰীৰে নহয়। মনে-প্রাণে বিয়া কৰাইছিলো। মনে-প্রাণে যাক বিয়া কৰাইছিলো আজি ইমান বছৰে তেওঁৰ স্মৃতিৰেই মই জীয়াই আছো। বী, তোমাৰ মনত আছেনে— এদিন তোমাক কৈছিলো, 'চাই থাকা, এদিন তোমাক এনে ছাৰপ্রাইজ দিম যে শিল হৈ যাবা।' বী মই মনে-প্রাণে তোমাক পত্নীৰূপে স্বীকাৰ কৰিছিলো। তোমাৰ স্মৃতিৰ বাদে মোৰ কাষত আৰু কোনো নাই বী...

ঃ ছাৰ...?

মই সঁচাকৈয়ে শিল হৈ গ'লোঁ। এনে লাগিছে বহু বছৰৰ আগৰ প্ৰাণ-প্ৰাচুৰ্যৰে ভৰা ডেকা অৰুণাভ ছাৰ আৰু চুৰিদাৰ কামিজ পিন্ধা মই মায়াবীয়ে দবা খেলি আছোঁ আৰু খেলত মই বেয়াকৈ হাৰি গৈছো। হয়, এয়া অৰুণাভ ছাৰে বিজয়ৰ হাঁহি মাৰিছে। অতি উল্লাসেৰে আৰু মই...। এই পৰাজয়ৰ গৌৰবটো মই আজীৱন বিচাৰিছো। অৰুণাভ ছাৰৰ ওচৰত মাথোঁ এবাৰ মই হাৰিবলৈ বিচাৰিছিলো। ...মই তেওঁৰ চকুলৈ চাই ৰ'লো পলক নেপেলোৱাকৈ। তেওঁ কৈছে—

এই দিনটোৰ বাবেই মই অপেক্ষা কৰিছিলো। শৰীৰটোহে তোমাৰ পৰা আঁতৰি আছিল। কোনে কয় মই তোমাক দেখা পোৱা নাছিলো? দিনে-নিশাই তুমি মোৰ চকুৰ আগত আছিলা! মোৰ কাষত আছিলা! তোমাক বিচাৰি পাইছিলো আকাশখনত — অকলশৰীয়া তৰাটোত — বৰষুণ জাকত... মাথোঁ তোমাৰ পৰিয়ালৰ সুখ-শান্তিৰ বাবে মই আঁতৰি আছিলো। ভবিছিলো মোৰ অনুপস্থিতিত যদি তোমাৰ জীৱনলৈ কোনোবা আহে... তোমাৰ সংসাৰ হয়... তোমাৰ নিঃসংগতা দূৰ হয়... মই আমনি নকৰো বী... নকৰো—

কি আচৰিত! অৰুণাভ ছাৰে চোন মোৰ কথাবোৰেই কৈ গৈছে। মই একো ক'ব নোৱাৰিলো। তেওঁ আকৌ ক'লে— মোৰ নিচেই কাষলৈ আহি মোক তেওঁৰ দুবাহুৰ মাজত লৈ ক'লে—

ঃ বী, তুমি কৃষ্ণচূড়া হৈ ফুলিব বিচাৰিছিলা নহয়? তুমি ফুলি আছা বী। মোৰ বুকুত তুমি এতিয়াও ফুলি আছা।

মোৰ চকুৰ হাইপাৱাৰৰ চছ্‌মাযোৰ তেওঁ খুলি দিলে। অজানিতে দুচকুৰ পৰা নিগৰি অহা ঝৰ্ণা দুটি আলফুলে মচি দি হৃদয়ৰ সমস্ত আৱেগ ঢালি অৰুণাভ ছাৰে কৈ উঠিল—

ঃ দেয়াৰ ইজ আনাদাৰ অ'চেন...!

— অন্ত —